**Bharat-Maneesha** : A Pauranic index compiled by Shri Adyanath Sarma, Nalbari and published by Shri B. N. Shastri, M.A. Secretary, Publication Board, Gauhati ; Published 1965.

প্ৰকাশক :
শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী
সচিব, প্ৰকাশন পৰিষদ
গুৱাহাটী।

মুদ্ৰাকৰ :
শ্ৰীসুব্ৰত ভট্টাচাৰ্য্য
শ্ৰীভূমি প্ৰেছ
৭৭, ধৰ্ম্মতলা ষ্ট্ৰীট, কলিকতা-১৩

বেচ—আঠ টকা

विश्व वरेण्य
भारत के श्रेष्ठ मनीषी
पण्डित जवाहरलाल नेहरूजी के
कर कमलोंमें
सादर समर्पित।

—आद्यनाथ शर्मा

No. 2509-PMH 63

Prime Minister's House
New Delhi
October 24, 1963

Dear Goswamiji,

I have your letter of the 19th October with which you have sent a letter from Shri Adya Nath Sarma.

Normally I would have liked to see the book by Shri Adya Nath Sarma. But I suppose the book is in Assamese and I would not be able to judge it. As, however, the Government of Assam has sponsored the book and you recommend it, I have no objection to the book being dedicated to me. Kindly inform Shri Adya Nath Sarma.

Yours sincerely,
Sd/- Jawaharlal Nehru.

Shri Sriman Prafulla Goswami,
President, Assam Pradesh Congress Committee,
Congress Bhawan, Gauhati.

# নিবেদন

বেদ পুৰাণোক্ত দেৱ-দেৱী আৰু ভাৰতীয় প্ৰাচীন সভ্যতা-সংস্কৃতি স্ৰষ্টা-ঋষি মুনি, ৰজা-মহাৰজা আৰু সেই যুগৰ পুৰুষ-নাৰী অনুক্ৰমে আন আন মনীষা সম্পন্ন লোকৰ পৰিচয় থোপতে পাব পৰাকৈ কোনো সংগৃহীত পুথি আমাৰ অসমীয়া ভাষাত নাই। এই অভাৱ মই বহুদিনৰে পৰা অনুভৱ কৰি আহিছোঁ। প্ৰসঙ্গক্ৰমত দুইচাৰি বন্ধু বান্ধৱে সেই অভাৱ দূৰীকৰণৰ চেষ্টা কৰিবলৈ এই অপাত্ৰকে পুনঃ পুনঃ উদগনি দিয়াৰ ফলত হে এই কাৰ্য্যলৈ আগবঢ়া হৈছিল।

আমাৰ দেশৰ পুৰাণ-সাহিত্য অলেখ; কিন্তু তাৰ ভাল সংগ্ৰহ আমাৰ থলত নাই বুলিয়েই কব পাৰি। ৰামায়ণ-মহাভাৰত সমন্বিতে যি দুই চাৰি সংখ্যক পুৰাণগ্ৰন্থ হাত মেলি পোৱা হল সেই সমস্তত উল্লেখিত মহামহিমাযুক্ত ব্যক্তিৰ সংখ্যাও বিপুল পৰিমাণৰ। যি হওক, তাৰে পৰা চালি জাৰি উলিয়াই এই "ভাৰত মনীষা" পুথি যুগুত কৰা হ'ল। নতুন গ্ৰন্থ সম্ভাৰ হাতলৈ আহিলে আৰু আয়ুস সামৰ্থ্যে আঁটিলে দ্বিতীয় সংস্কৰণত ইয়াত অধিক চৰিত্ৰ সংযোগ কৰিবলৈ আশা ৰখা হ'ল।

বিষয় বস্তুৰ সম্বন্ধত এই পুথিৰ আৱশ্যকতা আৰু আৰ্থিক অৱস্থাৰ সম্বন্ধত মোৰ অযোগ্যতা—এই দুয়োটা কাৰণকে লক্ষ্য কৰি অসম চৰকাৰৰ "প্ৰকাশন পৰিষদে" ভাৰত মনীষা ছপাবলৈ হাতত লৈছে। এইবাবে পৰিষদৰ পাৰিষদ সকলক আৰু তাৰ কৃতবিদ্য পৰিচালক শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী এম্, এ মহাশয়ক মই কৃতজ্ঞতা জনাইছোঁ।

সোদৰোপম ডঃ শ্ৰীমান কালীনাথ শৰ্মা এম্, এজ, ছি, পি, এইচ, ডি, আৰু জোঁৱাই শ্ৰীমান কেশৱ চন্দ্ৰ শৰ্মা ভাগৱতী সাহিত্য-শাস্ত্ৰীয়ে প্ৰকাশন সম্বন্ধীয় ব্যৱস্থাৰ যোগাযোগ ৰক্ষা কৰাত মই সকাহ পাইছোঁ আৰু নিশ্চিন্ত হৈছোঁ। আত্মীয় শ্ৰীমান নগেন্দ্ৰ নাথ শৰ্মা আৰু

জোঁৱাই শ্ৰীমান চক্ৰেশ্বৰ শৰ্মা এম্ এ পৰিষদত দাখিল কৰিবলৈ পুথিখনৰ সু-সংস্কৃত প্ৰতিলিপি এটি কৰি দিছে। মাধ্যমিক স্কুলৰ ছাত্ৰ মোৰ ভতিজা শ্ৰীমান প্ৰণৱকুমাৰ শৰ্মাই নিজে পৰিকল্পনা পূৰ্বক পুথিৰ বকলাপাত অঙ্কন কৰি দিছে। এই আটাই কেইজনকে মই আশীৰ্বাদ দিছোঁ।

নলবাৰী কলেজৰ অধ্যাপক শ্ৰীমান প্ৰবোধ চন্দ্ৰ গোস্বামী এম্, এ বি, টি আৰু বি-বৰুৱা কলেজৰ অধ্যক্ষ ডঃ শ্ৰীমান প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য এম্, এ, ডি, ফিল্ এই দুজনাই আৰম্ভণিৰেপৰা মোক পৰামৰ্শ আৰু উদগণি দি আহিছে। নলবাৰী সংস্কৃত কলেজৰ অধ্যক্ষ পণ্ডিতপ্ৰৱৰ শ্ৰীমনোৰঞ্জন শাস্ত্ৰী দেৱে অনুগ্ৰহ কৰি ভূমিকা এটি লিখি ভাৰত মনীষাক অলংকৃত কৰিছে। এই সকলৰ ওচৰত মই ঋণী।

বিশ্ব-বিশ্ৰুত মনীষী শ্ৰীনেহেৰুজীৰ নামত পুথিখন উছৰ্গা কৰিবৰ সৌভাগ্য,—অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতি শ্ৰীমান প্ৰফুল্ল গোস্বামীৰ বাবেই মোৰ পক্ষে সম্ভৱপৰ হৈছে। ভাৰত মনীষাৰ বিষয়-বস্তুৰ প্ৰতি শ্ৰদ্ধা আৰু মোৰ প্ৰতি চেনেহৰ আকৰ্ষণতে শ্ৰীমানে এইফেৰা উপকাৰ সাধিলে বুলি মই চিৰ কাললৈ মনত ৰাখিম।

'চিত্ৰলেখা ভৱন'
নলবাৰী, অসম।

শ্ৰীআদ্যনাথ শৰ্মা
মাঘ, ১৮৮৫ শক

# পাতনি

ৰামায়ণ, মহাভাৰত, পুৰাণ, উপপুৰাণ আদিত অনেক আখ্যান-উপাখ্যানৰ লগতে বহুতোবীৰ-বীৰাঙ্গণা, ভক্ত-সাধকৰ উল্লেখ পোৱা যায়। সেই আখ্যান-উপাখ্যান, বীৰ-বীৰাঙ্গণাসকলৰ কিছুমান ইমান সুপৰিচিত যে সেইবোৰ দৈনন্দিন জীৱনৰ লগৰীয়া যেন হৈ পৰিছে। কিছুমান অৱশ্যে সিমান পৰিচিত নহয়। কিন্তু অনেক সময়ত সুপৰিচিত-অল্পপৰিচিত সকলোবোৰৰেই আঁতি-গুৰি বিচাৰি হাবাথুৰি খাব লগা হয়। অনেক সময়ত অশেষ চেষ্টা কৰিও সকলোখিনি কথা একেলগে পোৱা টান হৈ পৰে।

পৌৰাণিক নামৰ সূচী, শব্দৰ সূচী, আখ্যানৰ সূচী এনেবোৰ গৱেষণামূলক পৰিশ্ৰমসাধ্য গ্ৰন্থ যিমান ওলায় সিমানে অনুসন্ধিৎসু পাঠকৰ শ্ৰম লাঘৱ হয় — গৱেষণা, অধ্যয়ন কাৰ্য্য সুচল হয়।

শ্ৰীআদ্যনাথ শৰ্ম্মাদেৱে "ভাৰত-মনীষা"ত পৌৰাণিক আখ্যান-উপাখ্যান, বীৰ-বীৰাঙ্গণাৰ একোটা চমু পৰিচয় দাঙি ধৰিছে। এই জাতীয় গ্ৰন্থ-ৰচনা-পদ্ধতি পূৰ্ণভাৱে অনুসৰণ কৰা হোৱা নাই যদিও বৰ্ণানুক্ৰমিকভাৱে সজোৱা এই পুথিখনিয়ে একশ্ৰেণী পাঠকৰ উপকাৰ সাধিব বুলি আমাৰ বিশ্বাস।

ভাৰত-মনীষা প্ৰকাশন পৰিষদে প্ৰকাশ কৰিছে আৰু প্ৰুফ সংশোধন আদি সকলো কাম গ্ৰন্থকাৰে কৰিছে। বিশেষ কাৰণত ৰেফযুক্ত বৰ্ণ ঠায়ে ঠায়ে দ্বিত্ব হৈছে আৰু ঠায়ে ঠায়ে হোৱা নাই। অনিচ্ছাকৃত এনে ত্ৰুটি মাৰ্জ্জনীয়।

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী
সচিব,
প্ৰকাশন পৰিষদ।

গুৱাহাটী
১৫ই আগষ্ট, ১৯৬৫

# ভূমিকা

শ্ৰীৰাম, যুধিষ্ঠিৰ, ভীষ্ম, দুৰ্য্যোধন, ভীম, সব্যসাচী, হৰিশ্চন্দ্ৰ, কৰ্ণ, শকুনি, শিশুপাল, ৰাৱণ, কুম্ভকৰ্ণ, বিভীষণ, হিৰণ্যকশিপু, শিখণ্ডী, নাৰদ, দুৰ্ব্বাসা, বিশ্বামিত্ৰ, অজামিল, সীতা, সাবিত্ৰী, গাৰ্গী, গান্ধাৰী, মন্থৰা আদি প্ৰাচীন ভাৰতৰ অসাধাৰণ মনীষাসম্পন্ন পুৰুষ-মহিলা সকলৰ নাম-যশস্যা যিকোনো ভাৰতীয় ভাষা-সাহিত্য, কথোপকথন, যোজনা-পটন্তৰ আদিৰ সৈতে ওতঃপ্ৰোতভাৱে জড়িত হৈ আজিও জীৱিত আছে। ভাৰতীয় সংস্কৃতিৰ অধীতি-বোধ আচৰণত এই সকল অসামান্যগুণসম্পন্ন লোকৰ নাম গুণ-কৰ্ম্ম আদিৰ অধীতি-বোধ-আচৰণ একান্ত অপৰিহাৰ্য্য।

অতীতকালৰ অসমীয়া সমাজত সত্ৰ-সৰাহ, ভাওনা-ওজাপালি, সন্ত-বৈষ্ণৱ আৰু বুঢ়া-বুঢ়ী সকলৰ আলাপ-আলোচনা তথা উপদেশৰ জৰিয়তে আৰু অসমীয়া মহাভাৰত, ৰামায়ণ, ভাগৱত, পুৰাণ, পদ্ম-পুৰাণ আদিৰ সামুহিক পঠন-পাঠন বা শ্ৰৱণ-কীৰ্ত্তনৰ যোগেদি এই বিলাক লোকৰ কথাই প্ৰচাৰিত, আলোচিত আৰু অনুশীলিত হৈ আছিল। সঞ্জয় কোন আছিল, শনিগ্ৰহ শনৈশ্চৰ হ'ল কিয়, বায়ু উনপঞ্চাশবিধ হোৱাৰ কাৰণ কি? জৰৎকাৰু ঋষিৰ মাক-বাপেকৰ নাম কি? দৈৱকী-বসুদেৱ উপৰিজন্মত কোন আছিল? এনে বিলাক প্ৰশ্নৰ উত্তৰ বিচাৰি হাবাথুৰি খোৱা মানুহ সেই কালতো বহুত আছিল।

সময়ৰ পৰিৱৰ্ত্তনৰ লগে লগে সমাজৰো পৰিৱৰ্ত্তন ঘটিছে, মানুহৰ কায়িক, বাচিক আৰু মানসিক ধৰণ-কৰণো সলনি হৈছে। আজিৰ লোকৰ পক্ষে তেনেকুৱা প্ৰশ্নৰ সমাধান বিচাৰিবৰ সময় নাই; গতিকে তাৰ প্ৰতি আগ্ৰহো কিছু কম হৈছে। কিন্তু সেই বুলিয়েই আজিৰ সামাজিকসকলৰ মাজতো যে তেনেবোৰ প্ৰশ্নৰ উদয় নহয়, এনে নহয়। আজিৰ লোকে যে সেইবোৰ কথা জানিবলৈ সমূলি ইচ্ছা নকৰে,

নাইয়া তেনেবোৰ প্ৰশ্নৰ সমাধান যে নিষ্প্ৰয়োজন হৈ পৰিছে, সেই কথা কব নোৱাৰি। 'ৰামৰাজ্য', 'ভীষ্ম-প্ৰতিজ্ঞা', 'শিশুপাল-বধ' আদি দৈনন্দিন প্ৰযুক্ত, সাধাৰণজনৰ বাক্যবিলাকৰ অৰ্থলৈ মন কৰিলেও জিজ্ঞাসুলোকৰ মনত তেনেবোৰ প্ৰশ্নৰ উদয় হয় ; ৰাম, ভীষ্ম, শিশুপালৰ বিষয়ে জানিবলৈ কৌতূহল ওপজে, আৰু তেনেবোৰ প্ৰশ্নৰ সমাধানৰ আৱশ্যকতাও উপলব্ধি কৰিব পাৰি। গতিকে, ভাৰতীয় যি কোনো ভাষা-সাহিত্য, ধৰ্ম্ম-সমাজ, কৃষ্টি-সংস্কৃতি আদিৰ পঠন-পাঠনত ভাৰতীয় মনীষীসকলৰ পৰিচয়মূলক কোষ-গ্ৰন্থৰ আৱশ্যকতা কোনোমতেই অস্বীকাৰ কৰিব নোৱাৰি।

দীৰ্ঘদিন ধৰি শিক্ষাব্ৰত উদ্‌যাপন কৰোঁতা, লব্ধপ্ৰতিষ্ঠ, প্ৰবীন শিক্ষক আৰু সাহিত্যিক, শ্ৰদ্ধাস্পদ শ্ৰীযুত আদ্যনাথ শৰ্ম্মাদেৱে তেখেতৰ শিক্ষকতা-কালীন অভিজ্ঞতা আৰু প্ৰয়োজনীয়তাবোধৰ দ্বাৰা অনুপ্ৰাণিত হৈ এই 'ভাৰত-মনীষা' নামৰ অপূৰ্ব্ব গ্ৰন্থ প্ৰণয়ন কৰিছে। আমাৰ ভাষাত এনে ধৰণৰ গ্ৰন্থ এইখনেই প্ৰথম। গতিকে এই গ্ৰন্থৰ দ্বাৰা যে অসমীয়া ভাষা-সাহিত্যৰ সেৱকসকল প্ৰভুতভাৱে উপকৃত হব আৰু ই যে অসমীয়া ভাষা-সাহিত্যৰ ভাণ্ডাৰত অপূৰ্ব্ব সম্পদৰূপে পৰিগণিত হৈ থাকিব, তাত কোনো সন্দেহ নাই।

সমুদ্ৰ-সদৃশ বিশাল আৰু গম্ভীৰ ভাৰতীয় সাহিত্যত যিমানবোৰ লোকৰ নামোল্লেখ পোৱা যায়, সেই সকলোবিলাকৰ তুলনাত এই গ্ৰন্থত আলোচিত নামৰ সংখ্যা অতি কম যেন লাগিব। বেদ, পুৰাণ, বিভিন্ন দৰ্শন-শাস্ত্ৰ, কাব্য, নাটক আদি নানা শাখা-প্ৰশাখাৰে বিস্তৃত সংস্কৃত শাস্ত্ৰ, জাতক আদি, পালী-গ্ৰন্থবিলাক, প্ৰাকৃত ভাষাত উপনিবদ্ধ গ্ৰন্থ বিলাক তথা বিভিন্ন ভাৰতীয় প্ৰাদেশিক ভাষাৰ গ্ৰন্থ-বিলাকত উপলব্ধ, সকলোবোৰ নাম-বাচক শব্দৰ বিৱৰণ সম্বলিত, নানা খণ্ডত বিভক্ত, সুবৃহৎ গ্ৰন্থ এখন হোৱা হলে সি পাঠক-পাঠিকাৰ অধিক উপকাৰ সাধন কৰিলেহেঁতেন সঁচা, কিন্তু তেনেকুৱা বৃহদাকাৰ গ্ৰন্থ এখনৰ প্ৰণয়ণতকৈও প্ৰকাশ কৰাটোহে আমাৰ দেশত অতি

দুঃসাধ্য কাম। ডাঃ সোৰেন সেন চাহাব প্ৰণীত 'মহাভাৰতীয় নাম-সূচিকা'ৰ ( An index to the names in the Mahabharata, by Late S. Soren Sen P.H.D. ) লেখিয়া গ্ৰন্থ এখন প্ৰকাশৰ কথা আমাৰ ৰাজ্যত এতিয়াও কল্পনাতীত হৈয়ে আছে। এই কথালৈ লক্ষ্য ৰাখিয়েই গ্ৰন্থকাৰে গ্ৰন্থৰ কলেৱৰ সৰু কৰিবৰ অৰ্থে বিভিন্ন পুৰাণত উপলব্ধ, দেৱ-দেৱী, ৰজা-মহাৰজা, ঋষি-মহৰ্ষি আদিৰ নামবাচক শব্দবিলাকৰো বহুতৰে উল্লেখৰ প্ৰলোভন সম্বৰণ কৰিব লগীয়াত পৰিছে।

এই গ্ৰন্থ প্ৰণয়নৰ দ্বাৰা গ্ৰন্থকাৰ শৰ্ম্মাদেৱ অসমীয়া ভাষা-সাহিত্যানুৰাগী যি কোনো লোকৰে শ্ৰদ্ধাৰ পাত্ৰ হৈছে। আমাৰ ভাষাত এই ধৰণৰ গ্ৰন্থ প্ৰণয়নত পথিকৃৎৰূপে শৰ্ম্মাদেৱৰ নাম চিৰস্মৰণীয় হৈ থাকিব। দেশৰ বিদ্যোৎসাহী তথা গুণগ্ৰাহী সমাজত এই গ্ৰন্থই বহুল-প্ৰচাৰ আৰু সমাদৰ লাভ কৰিব বুলি আশা কৰা হ'ল। ইতি—

শ্ৰীমনোৰঞ্জন শাস্ত্ৰী

২৩।৬।৬৪ ইং নলবাৰী সংস্কৃত কলেজ

# সূচীপত্র

নাম পৃষ্ঠা

—: ক :—



নাম পৃষ্ঠা

# ভাৰত-মনীষা

## ( অ )

**অংশ**—দ্বাদশ আদিত্যৰ এজন। এওঁ কশ্যপ মুনিৰ পুত্ৰ। মাতৃ অদিতি। ( বিষ্ণু পুৰাণ )

**অংশুধৰ**—সূৰ্য্যবংশীয় সগৰ ৰজাৰ পুত্ৰ। এওঁৰ আন এটা নাম অসমঞ্জ। ( মহাভাঃ আদি )

**অংশুমান**—অংশুধৰ ৰজাৰ পুত্ৰ, সগৰ ৰজাৰ নাতি। সগৰৰ ষাঠি হেজাৰ পুত্ৰ ঘোৰা বিচাৰি গৈ পাতালত কপিল মুনিৰ শাপত ভস্মীভূত হয়। অংশুমানে কপিল মুনিক সন্তুষ্ট কৰে আৰু গৰুড় পক্ষীত সগৰৰ পুত্ৰসকলক জীয়োৱাৰ উপায় সুধি লয়।

( হৰিবংশ-মহাভাৰত-বন—১০৭ )

**অকম্পন**—এজন ৰাক্ষস বীৰ। পিতৃ সুমালী ৰাক্ষস, মাতৃৰ নাম কেতুমালী। এওঁ ৰাৱণ ৰজাৰ মোমায়েক আৰু ৰাক্ষস সৈন্যৰ সেনাপতি আছিল। হনুমানৰ হাতত অকম্পনৰ মৃত্যু হয়।

( ৰামায়ণ )

**অকায়**—ৰাহু গ্ৰহই ভেশছন কৰি দেৱতাসকলৰ লগত বহি অমৃত পান কৰিছিল। বিষ্ণুৱে এই কথা জানিব পাৰি পেটৰ ভিতৰলৈ অমৃত নৌ-যাওঁতেই ৰাহুৰ গলটো কাটি পেলালে। অমৃত খোৱাৰ বাবে ৰাহু নমৰিল; কিন্তু পুৰাকৈ কায় অৰ্থাৎ শৰীৰ নোহোৱা হ'ল। গলৰ ওপৰ অংশ হ'ল ৰাহু, তলৰ অংশৰ নাম হ'ল কেতু।

**অক্ৰূৰ**—এওঁ যদুবংশীয় লোক। পিতৃৰ নাম শাকল্ক, মাক কাশীৰাজ্যৰ ৰজাৰ জীয়েক গান্দিনী। মথুৰাৰ ৰজা কংসৰ আশ্ৰয়তে এওঁ সদায় আছিল। সেইবাবে কংসই কৃষ্ণ বধৰ বাবে কৰা ষড়যন্ত্ৰৰ

কথা গম পাই অক্রূৰে কৃষ্ণক সাৱধান কৰি দিছিল। কংসৰ মৃত্যুৰ পাচত অক্রূৰ যদুবংশীয় সকলৰে সৈতে বাস কৰে। প্রাচীন ভাৰতৰ অশেষ গুণসম্পন্ন স্যমন্তক মণিৰ অধিকাৰী এক সময়ত অক্রূৰেই আছিল। সেই মণিৰ প্রভাৱত এওঁ অনেক যাগ যজ্ঞ কৰিছিল। চৰিত্র গুণত তেওঁ সকলোৰে প্রিয়পাত্র আছিল। কুৰুক্ষেত্র যুদ্ধৰ আগতে পাণ্ডৱৰ প্রতি ধৃতৰাষ্ট্রৰ মনৰ ভাৱ জনাৰ উদ্দেশ্যে কৃষ্ণই এওঁক হস্তিনালৈ পঠিয়াইছিল। যদুকুল ধ্বংস হোৱা সময়তে অক্রূৰৰো মৃত্যু হয়। (শ্রীমদ্ভাগৱত)

**অক্ষপাদ**—গোতম মুনিয়ে প্রণয়ন কৰা "ন্যায়সূত্রৰ" বেদব্যাসে নিন্দা কৰিছিল। সেইবাবে গোতমে ব্যাসৰ মুখ নেচাওঁ বুলি প্রতিজ্ঞা কৰে। এই কথা জানি ব্যাসে বৰকৈ স্তব স্তুতি কৰাত, নিজৰ ভৰিত চকু সৃষ্টি কৰি সেই চকুৰেহে গোতমে ব্যাসৰ ফালে চাইছিল। তেতিয়াৰপৰা গোতম মুনিৰ নাম "অক্ষপাদ" হয়। গোতম-প্রণীত ন্যায়সূত্রক আন্বীক্ষিকী নাইবা তর্কশাস্ত্র বুলিও কোৱা হয়। প্রত্যক্ষ, অনুমান, উপমান আৰু শব্দ বা আপ্ত উপদেশক এই দর্শনে প্রমাণ বুলি গণ্য কৰিছে।

আচার্য্য মেক্সমুলাৰে খৃঃ পূঃ ৬০০ৰ পৰা ২০০ খৃঃ পূঃৰ ভিতৰত গোতম ঋষিৰ আবির্ভাৱ কাল বুলি অনুমান কৰে।

**অক্ষকুমাৰ**—লঙ্কাৰ ৰজা ৰাৱণৰ পুত্র। এওঁৰ মাতৃ মন্দোদৰী। হনুমানে লঙ্কাৰ প্রমোদ-বন নষ্ট কৰা সময়ত হনুমানৰ হাতত অক্ষয়কুমাৰৰ মৃত্যু হয়। এওঁ লঙ্কাৰ এজন প্রধান বীৰ আছিল। (ৰামায়ণ)

**অগস্ত্য**—যজ্ঞ কৰি থাকোঁতে স্বর্গৰ অপ্সৰা উর্ব্বশীক দেখি মিত্র আৰু বৰুণৰ শুক্রপাত হয় আৰু সেই শুক্র গৈ যজ্ঞৰ ঘট এটাত পৰে। তাতে বশিষ্ঠ আৰু অগস্ত্যৰ জন্ম হয়। এওঁ মহাতপা আৰু মহাতেজা তপস্বী আছিল। অগস্ত্যই বিয়া নকৰোৱাৰ বাবে পিতৃপুৰুষ সকলৰ দুর্গতি হোৱা দেখি তেওঁ সংসাৰৰ সকলো

জীৱৰে উত্তম অংশ আহৰণ কৰি লোপমুদ্ৰা নামে পত্নীৰ উপযুক্তা কন্যা এটি সৃজন কৰে আৰু বিদৰ্ভ ৰাজক পালন কৰিবলৈ দিয়ে। যথাসময়ত লোপমুদ্ৰাৰ লগত অগস্ত্যৰ বিয়া হয়। এওঁলোকৰ ইধ্মবাহ নামে এটি পুত্ৰ লাভ হয়। ইল্বল নামে ঐশ্বৰ্য্যশালী দানৱে তাৰ ভায়েক বাতাপিক পঠা ছাগলী কৰি মাৰে আৰু সেই মাংস ঋষি মুনিবিলাকক নিমন্ত্ৰণ কৰি ভোজন কৰাই বাতাপিক মাতিবলৈ ধৰে। তেতিয়া বাতাপি ঋষি মুনিবিলাকৰ পেট ফালি ওলাই আহে। এনেদৰে ভালেমান ঋষি মুনিক দানৱে বধ কৰা শুনি অগস্ত্য গৈ সেইদৰে বাতাপিৰ মঙহ খালে আৰু তাক জীৰ্ণ কৰি পেলালে। ইল্বলে ভয়তে অসংখ্য ধন সোণ দি ঋষিৰ শৰণাগত হৈ ৰক্ষা পৰিল।

এনেদৰে তপৰ প্ৰভাৱত অগস্ত্যই নানা প্ৰকাৰ দুঃসাধ্য হিত কাৰ্য্য সাধন কৰিছিল। কিছুমান অসুৰে সাগৰৰ পানীত লুকাই থাকি দেৱতা সকলক অত্যাচাৰ কৰিছিল। সকলোৰে অনুৰোধত অগস্ত্যই সাগৰৰ পানী পান কৰি তলি উলিয়াই দিয়াত হে দেৱতাসকলে অসুৰবিলাকক বধ কৰিবলৈ সমৰ্থ হৈছিল। সূৰ্য্যৰ প্ৰদক্ষিণ পথ বন্ধ কৰাৰ উদ্দেশ্যে বিন্ধ্য পৰ্ব্বত ওপৰৰ ফালে ওখ হৈ গৈছিল। সূৰ্য্যৰ অনুৰোধত অগস্ত্য বিন্ধ্যৰ ওচৰলৈ যোৱাত পৰ্ব্বতে মুনিক মূৰ দোঁৱাই সেৱা জনালে। উলটি নহালৈকে মূৰ দোঁৱাই থাকিবলৈ কৈ মুনি দক্ষিণ ফালে গুচি গ'ল। পৰ্ব্বতে মূৰ চপৰায়ে থাকিল অগস্ত্যই আৰু দেখা নিদিলে।

অগস্ত্য মুনি ভালেমান বেদ-মন্ত্ৰৰ ৰচক। বিন্ধ্যৰ মূৰ চপৰোৱা, সাগৰ পান কৰি অসুৰ বধ কৰোৱা আদি কথাক আৰ্য্যসকলে বিন্ধ্য পাৰ হৈ জলদস্যু বোৰক খেদি দাক্ষিণাত্য জয় কৰাৰ ৰূপক কাহিনী বুলি বহুতে অনুমান কৰে।

**অগ্নি**—এওঁ এজন দিক্‌পাল। পৰমেশ্বৰৰ মুখৰ পৰা এওঁৰ উৎপত্তি বুলি ঋগ্বেদে কয়। পুৰাণৰ মতে ধৰ্ম্মৰ ঔৰসত বসুভাৰ্য্যাৰ গৰ্ভত

ওপজা বুলি পোৱা যায়। অন্যমতে আকৌ কশ্যপ মুনিৰ ঔৰসত অদিতিৰ গৰ্ভত ওপজা বুলিও উল্লেখ আছে। *অগ্নি উপাসনাৰ কথা ঋগ্বেদত বহুল পৰিমাণে দেখা যায়। এওঁৰ পত্নী দুগৰাকী স্বাহা আৰু বসোধৰা। শ্বেতকী ৰজাৰ যজ্ঞত বৰ বেচি পৰিমাণে হবি ভোজন কৰি অগ্নি ৰোগগ্ৰস্ত হৈছিল। অৰ্জ্জুন আৰু কৃষ্ণৰ সহায়ত খাণ্ডব নামে অৰণ্য এখন দগ্ধ কৰিহে তেওঁ ৰোগমুক্ত হয়।

(মহাভাৰত)

**অগ্নিকুমাৰ**—সপ্তৰ্ষি সকলৰ পত্নী সাত গৰাকীক দেখি এসময়ত অগ্নি কামাৰ্ত হয়। অগ্নি-পত্নী স্বাহাই এই কথা গম পাই বশিষ্ঠৰ ভাৰ্য্যা মহাসতী অৰুন্ধতীৰ বাহিৰে বাকী ছয় গৰাকী ঋষি পত্নীৰ ৰূপ ধাৰণ কৰি স্বামীৰ লগত বিহাৰ কৰে আৰু অগ্নিৰ ছয়োবাৰৰ বীৰ্য্য সোণৰ পাত্ৰ এটাত থৈ দিয়ে। কিছুদিন পাছত সেই সুবৰ্ণ পাত্ৰত থকা বীৰ্য্যত এটি পৰম সুন্দৰ পুত্ৰ জন্ম হয়। সেই পুত্ৰৰ নাম অগ্নিকুমাৰ বা কাৰ্ত্তিকেয় বা ষান্মাতুৰ।

(ব্ৰহ্মবৈঃ পুৰাণ—মহাভাৰত)

**অগ্নিবৰ্ণ**—এওঁ সূৰ্য্যবংশীয় সুদৰ্শন ৰজাৰ পুত্ৰ। অতিশয় ইন্দ্ৰিয়াসক্ত হোৱাৰ কাৰণে তেওঁ অকালতে যক্ষ্মা ৰোগ ভুগি মৰে।

(ৰামায়ণ)

**অগ্নিবাহু**—এওঁ এজন ব্ৰহ্মচাৰী ৰজা। পিতৃ প্ৰিয়ব্ৰত নৃপতি, মাতৃৰ নাম কাম্যা।

**অগ্নিবেশ**—এজন মুনি। আত্ৰেয় মুনিৰ ওচৰত আয়ুৰ্ব্বেদ শিক্ষা কৰি এওঁ আয়ুৰ্ব্বেদ সংহিতা নামে এখন বৈদ্যশাস্ত্ৰ প্ৰণয়ন কৰে।।

(চৰক সংহিতা)

**অগ্নিবেশ্য**—অগ্নিৰপৰা উৎপত্তি হোৱা এজন ঋষি। সেই সময়ত এৱেঁই ধনুৰ্ব্বিদ্যাৰ সৰ্ব্বশ্ৰেষ্ঠ বিদ্বান আছিল। সুপ্ৰসিদ্ধ ব্ৰাহ্মণ বীৰ দ্ৰোণাচাৰ্য্য অগ্নিবেশ্যৰ শিষ্য।

**অগ্নিশৰ্ম্মা**—অত্যন্ত ক্ৰোধপৰায়ণ এজন ঋষি। বেচি খঙাল মানুহক আজিও লোকে এওঁৰ লগত তুলনা কৰে। মতান্তৰে দুৰ্ব্বাসা মুনিৰে অন্য এটা নাম বুলি কোৱা হয়।

**অগ্নিধ্ৰ**—সপ্তদ্বীপৰ অধিপতি প্ৰিয়ব্ৰত ৰজাৰ সাতটি পুত্ৰ আছিল। বৰ জনা পুত্ৰৰ নাম অগ্নিধ্ৰ। ৰজাই সাত পুত্ৰক সাতখন দ্বীপ ভগাই দিয়াত বৰজনা পুত্ৰ ঋষভৰ অংশত যিভাগ পৰে সেই ভাগ আকৌ তেওঁ নিজৰ বৰ পুত্ৰ ভৰতক অৰ্পণ কৰি তপস্যা কৰিবলৈ যায়। জম্বুদ্বীপৰ যি অংশ ভৰতে শাসন কৰিছিল সেই অংশৰ নাম ভাৰতবৰ্ষ হয়।

* অন্যমতে ঋষভৰ পিতৃ-মাতৃ নাভি ৰজা আৰু মৰু দেৱী। ভাৰতবৰ্ষৰ স্থিতি আৰু বিস্তৃতি সম্বন্ধত কোৱা আছে—

"উত্তৰেণ সমুদ্ৰস্য হিমাদ্ৰেশ্চৈব দক্ষিণে।
বৰ্ষতদ্ভাৰতং নাম ভাৰতী যত্ৰ সন্ততি॥"

(ব্ৰহ্মপুৰাণ ১৯শ অধ্যায়)

**অঘাসুৰ**—এজন দানৱ। এওঁ বকাসুৰ আৰু পুতনাৰ সৰু ভায়েক। কৃষ্ণক বধ কৰিবলৈ মথুৰাৰ ৰজা কংসই অঘাসুৰক চৰ নিযুক্ত কৰিছিল। কৃষ্ণই বৃন্দাবনত গৰু চৰাই থাকোঁতে অঘাসুৰে অজগৰ ৰূপ ধৰি তেওঁক গিলি পেলায়। গলত সোপা দি কৃষ্ণই অঘাসুৰক বধ কৰে। (শ্ৰীমদ্ভা ১০ম)

**অঙ্গ**—দীৰ্ঘতমা ঋষিৰ ঔৰসত বলিৰজাৰ মহিষী সুদেষ্ণাৰ গৰ্ভত অঙ্গ, বঙ্গ, কলিঙ্গ, পুণ্ড্ৰ আৰু সুহ্ম নামে পাঁচটি পুত্ৰ ওপজে। বলিৰজাৰ ৰাজ্যখন পাঁচ ভাগ কৰি পাঁচোজন পুত্ৰই নিজৰ নিজৰ নাম অনুসৰি পাঁচখন ৰাজ্য পাতি লয়। গঙ্গা আৰু যমুনাৰ সঙ্গমস্থল বৰ্ত্তমান আৰা আৰু ছাপৰা জিলাকে অঙ্গ ৰজাৰ অঙ্গ ৰাজ্য বুলি বহুতে অনুমান কৰে। অঙ্গই পতা অঙ্গৰাজ্যকে পাচলৈ দুৰ্য্যোধনে কৰ্ণক দান কৰিছিল।

(মহাঃ—আদি)

**অঙ্গদ**—(১) কিষ্কিন্ধ্যা ৰাজ্যৰ ৰজা মহাবীৰ বালিৰ পুত্ৰ। এওঁৰ মাতৃৰ নাম তাৰা। ৰামচন্দ্ৰই বালিক মাৰি অঙ্গদকে বান্দৰ ৰাজ্য কিষ্কিন্ধ্যাৰ যুৱৰাজ পাতে। অঙ্গদো পিতৃৰ সদৃশ মহাবলী আছিল। লঙ্কা-যুদ্ধত অঙ্গদ ৰামৰ বান্দৰ সৈন্যৰ সেনাপতি হৈছিল।

(১) মহাৰাজ ৰামচন্দ্ৰৰ ভায়েক লক্ষ্মণৰ পুত্ৰৰ নামো অঙ্গদ। ৰামে এওঁক কাৰুপথ নামে ৰাজ্যৰ ৰজা পাতিছিল। (ৰামায়ণ)

**অঙ্গিৰা**—এওঁ ব্ৰহ্মাৰ মানস পুত্ৰ আৰু সুপ্ৰসিদ্ধ সপ্তৰ্ষিৰ ভিতৰৰ এজন। অঙ্গিৰাৰ পত্নীৰ নাম শ্ৰদ্ধা আৰু পুত্ৰ দুজনৰ নাম বৃহস্পতি আৰু উতথ্য। দক্ষ প্ৰজাপতিৰ কন্যা স্মৃতিকো এওঁ বিয়া কৰোৱা বুলি পোৱা যায়। "অঙ্গিৰঃ সংহিতা" নামে স্মৃতি শাস্ত্ৰ অঙ্গিৰা মুনিয়ে প্ৰণয়ন কৰিছিল। এওঁ সপ্তৰ্ষি মণ্ডলৰ এজন ঋষি। (মহাঃ বন)

**অজ**—(১) সূৰ্য্য বংশীয় ৰজা। এওঁ মহাৰাজ ৰঘুৰ পুত্ৰ। বিদৰ্ভৰাজৰ ইন্দুমতী নামে কন্যাক এওঁ সয়ম্বৰ প্ৰথা অনুসাৰে বিয়া কৰায়। বিয়াৰ সভাত উপস্থিত থকা বহুত ৰজাই হিংসা বশতঃ অজক আক্ৰমণ কৰে; কিন্তু সম্মোহন বাণ মাৰি তেওঁ সকলোকে পৰাস্ত কৰে। ইন্দুমতীৰ গৰ্ভত তেওঁৰ দশৰথ নামে পুত্ৰ ওপজে। কিছুকালৰ পাচত হঠাতে ইন্দুমতীৰ মৃত্যু হোৱাত পত্নীৰ শোকত অজ আকুল হয়; কিন্তু দ্বিতীয় বাৰ আৰু পত্নী গ্ৰহণ নকৰিলে। যথা সময়ত পুত্ৰ দশৰথৰ হাতত ৰাজ্য ভাৰ দি মহাৰাজ অজে জীৱনৰ বাকী কাল অৰণ্যত তপস্যা কৰি কটায়। (ৰঘুবংশ)

(২) ব্ৰহ্মা, বিষ্ণু, শিৱ, কন্দৰ্প আৰু চন্দ্ৰ—এই পাঁচজন প্ৰধান দেৱতা জন্মৰহিত। সেইবাবে এওঁলোককো 'অজ' বোলে।

**অজমীঢ়**—চন্দ্ৰ বংশীয় এজন ৰজা। সুবিখ্যাত 'হস্তিনাপুৰ' নামে নগৰী নিৰ্ম্মাণকাৰী মহাৰাজ হস্তী এওঁৰ পিতৃ। অজমীঢ় ৰজা

ভালেমান যাগ যজ্ঞ কৰি যশস্বী হৈছিল। তেওঁৰ পুত্ৰৰ নাম সম্বৰণ।

**অজমুখ**—দক্ষ প্ৰজাপতিৰ আন এটা নাম। দক্ষই জোঁৱাই শিৱক অপমান কৰাৰ অৰ্থে শিৱহীন যজ্ঞ পাতিছিল। দক্ষকন্যা শিৱপত্নী সতীয়ে বিনা নিমন্ত্ৰণে যজ্ঞলৈ গৈ শিৱৰ নিন্দা শুনি যজ্ঞৰ থলতে প্ৰাণ ত্যাগ কৰে। শিৱৰ অনুচৰবোৰে দক্ষৰ মূৰটো ছিঙি যজ্ঞৰ জুইত পুৰি পেলায়। সতীৰ মৃত্যু বাতৰি শুনি শিৱ যজ্ঞৰ ঠাইলৈ যোৱাত শাহুৱেক দক্ষপত্নীয়ে তেওঁক বৰকৈ স্তৱ স্তুতি কৰি দক্ষৰ জীৱন ভিক্ষা কৰে। তেতিয়া শিৱই 'অজ' অৰ্থাৎ ছাগলীৰ মূৰ লগাই দক্ষক জীয়াই দিয়াত তেওঁৰ নাম 'অজামুখ' হয়। (স্কন্দপুঃ নাগৰঃ)

**অজাতশত্ৰু**—(১) প্ৰথম পাণ্ডৱ মহাৰাজ যুধিষ্ঠিৰৰ অন্য এটা নাম। এওঁ কাকো শত্ৰু বুলি নাভাবিছিল; সেইবাবে তেওঁৰ নাম অজাতশত্ৰু।

(২) উপনিষদত উক্ত বেদবিদ্ তত্ত্বজ্ঞানী এজন ৰজা। বাৰাণসীত এওঁৰ ৰাজধানী আছিল। ব্ৰহ্মবিদ গাৰ্গ্য ঋষিৰ ওচৰলৈ এওঁ ব্ৰহ্মতত্ত্ব শিকিবলৈ গৈছিল; কিন্তু ফলত গাৰ্গ্যইহে অজাতশত্ৰুৰপৰা ব্ৰহ্মজ্ঞান লাভ কৰিলে।

**অজামিল**—এজন পাপকৰ্ম্মা ব্ৰাহ্মণ। দাসীৰ গৰ্ভত এওঁৰ দহটি পুত্ৰ ওপজে। মৰণ কালত মৰমৰ শেহতীয়া পুত্ৰ নাৰায়ণক তেওঁ চিঞৰি চিঞৰি মাতিছিল। বিষ্ণুৰ নাম "নাৰায়ণ", মৃত্যুৰ সময়ত উচ্চাৰণ কৰা পুণ্যৰ ফলত অজামিলৰ বৈকুণ্ঠ লাভ হয়। (শ্ৰীমদ্ভাগৱত)

**অঞ্জনা**—এজনী বান্দৰী। সুমেৰু ৰাজ্যৰ ৰজা কেশৰী বান্দৰৰ পত্নী। পৱন দেৱতাৰ বীৰ্য্যত অঞ্জনাৰ গৰ্ভত বান্দৰ বীৰ হনুমানৰ জন্ম হয়। (ৰামায়ণ)

**অনীমাণ্ডব্য**—মৌনাৱলম্বী এজন ঋষি। এওঁৰ পূৰ্ব্ব নাম মাণ্ডব্য। নগৰপালে খেদি অনা চোৰ কিছুমানে তেওঁৰ আশ্ৰমত চুৰ কৰি অনা বস্তু পেলাই থৈ যায়। নগৰপালে চোৰৰ কথা সোধাত মৌনাৱলম্বী ঋষিয়ে একো নেমাতিলে। তেতিয়া মাণ্ডব্যক চোৰৰ লগ বুলি বান্ধি নি শূলত দিলে। যোগাৱলম্বী ঋষিৰ শূলত মৃত্যু ন'হল। ৰজাৰ আদেশত শূল কাঢ়িবলৈ চেষ্টা কৰিও অসমৰ্থ হৈ শূল কাটি দিলে। ঋষিৰ পেটত এছোৱা শূল চিৰকাললৈ থাকি গল। "অনী" অৰ্থ শূল, সেই বাবে তেওঁৰ নামৰ আগত অনী শব্দ যোগ হ'ল। এদিন অনী মাণ্ডব্য মুনি যম ৰজাৰ ওচৰলৈ গৈ কি পাপৰ ফলত তেওঁ এই শূল-যন্ত্ৰণা পাব লগা হ'ল সুধিলে। মুনিয়ে বাল্যকালত ফৰিং এটাৰ নেগুৰত খৰিকা সুমাই যন্ত্ৰণা দিয়াৰ পাপতে এনে কষ্ট পাব লগা হল বুলি যম ৰজাই জনালে। "মই অজ্ঞান কালত কৰা এই ক্ষুদ্ৰ দোষত এনে গুৰুদণ্ড দিলে, এই অবিচাৰ পাপত আপুনি শূদ্ৰ জাতত জন্ম লাভ কৰিব লাগিব" মাণ্ডব্যই এনেদৰে যম ৰজাক শাপ দিলে, সেই পাপৰ ফলত যম মহামতি বিদুৰ ৰূপে ওপজে। মহাভাঃ—আদি ১০৮।৭-৮

পুৰাণৰ মতে এই কাহিনী এনে ঃ—

এগৰাকী সতী কন্যাই কুষ্ঠৰোগী স্বামীক মূৰত তুলি লৈ তীৰ্থ যাত্ৰা কৰোঁতে ৰাতিৰ আন্ধাৰত শূলত থকা মাণ্ডব্য মুনিৰ গাত ঢকা লগায়। মুনিয়ে দুখ পাই শাপ দিলে "যেয়ে মোক দুখ দিলে তাৰ গাত সূৰ্য্যৰশ্মি লাগিলেই মৃত্যু হব।" তেতিয়া সতী কন্যাই কলে "মই যদি সতী হওঁ তেনেহলে সূৰ্য্য কেতিয়াও উদয় নহয়।"

সতীৰ প্ৰতিজ্ঞা ৰাখিবলৈ সূৰ্য্য উদয় নোহোৱাত পৰিল। জগৎ আন্ধাৰ হৈ থকাৰ বাবে নানা উৎপাত হবলৈ ধৰিলে। দেৱতাসকল সতীৰ ওচৰলৈ লৰি আহিল আৰু কলে—"সূৰ্য্য

উদয় হবলৈ দিয়া—তোমাৰ স্বামীক জীয়াই আমি ৰোগমুক্ত কৰি দিম"। সেয়ে হল। সতীৰ স্বামী মৰি আকৌ সুস্থ সুন্দৰ ৰূপে জীৱন পালে। মাণ্ডব্যয়ো শূল যন্ত্ৰণাৰপৰা উদ্ধাৰ হল।

দেৱতাসকলৰ মাজত ধৰ্ম্মৰাজ যমো আছিল। কি পাপত তেওঁ এই দুখ পালে মাণ্ডব্যই সোধাত বাল্যকালত ফৰিঙক দুখ দিয়াৰ কথা ওলাল। তেতিয়াই মাণ্ডব্যই যমৰজাক অভিশাপ দিলে আৰু আঠ বছৰৰ কম বয়সীয়া শিশুৱে কৰা কোনো পাপৰে ফল যেন পাচলৈ ভোগ কৰিব নেলাগে এই নিয়ম বান্ধি দিলে। (স্কন্দ নাগৰ খণ্ড ১৩৮ অ:

**অতিকায়**—এজন ৰাক্ষস বীৰ। এওঁ ৰাৱণ ৰজাৰ পুত্ৰ। মাকৰ নাম ধান্য মালিনী। লক্ষ্মণৰ হাতত অতিকায়ৰ বিনাশ হয়।

(ৰামায়ণ—লঙ্কা)

**অতিথি**—মহাৰাজ ৰামচন্দ্ৰৰ নাতি। কুশৰ পুত্ৰ। মাকৰ নাম কুমুদ্বতী। (মহা-শান্তি ২৯, ২৫—৩০ ?)

(২) বেদ বেদাঙ্গ পাৰগ বৌদ্ধ মুনিৰ পুত্ৰ অতিথি। এওঁ অতীত, বৰ্ত্তমান ভৱিষ্যৎ তিনিকালদৰ্শী আছিল। ব্ৰহ্মাৰ যজ্ঞত ব্ৰাহ্মণসকলে এনে জ্ঞান তেওঁ কেনেকৈ পালে সোধাত—ছয়টি উপায়েৰে সেই জ্ঞান লাভ কৰা বুলি কৈ নিজৰ জীৱনৰ ছয়টি ঘটনা বৰ্ণনা কৰিলে।

১। আশা দুখৰ কাৰণ। ২। অৰ্থ অনৰ্থৰ মূল। ৩। ঘৰ-দুৱাৰ সজাটো সকলো প্ৰকাৰ দুখ কষ্টৰ ভঁৰাল সজোৱা। ৪। শাস্ত্ৰৰ সাৰ সংগ্ৰহ প্ৰচেষ্টাই জ্ঞানী হোৱাৰ উপায়। ৫। একাগ্ৰতাই সিদ্ধি লাভৰ প্ৰধান কাৰণ। ৬। সঙ্গৰহিত জীৱন মুক্তিলাভৰ শ্ৰেষ্ঠ সহায়।

অতিথিৰ অলৌকিক অভিজ্ঞতাৰ বৰ্ণনা শুনি যজ্ঞ স্থানৰ মুনি ঋষিসকলে তেওঁক বৰ লবলৈ কোৱাত অতিথিয়ে 'যজ্ঞ ভাগ' খুজিলে। "মানুহে যজ্ঞ ভাগ পোৱা নিয়ম নাই, যাগ-যজ্ঞ

লোকে কেতিয়াবাহে কৰে—কিন্তু তোমাক গৃহীসকলে 'গৃহ-যজ্ঞৰ' আগ ভাগ দি সদায় পূজা কৰিব আৰু তাৰ বাবে পুণ্য লাভ কৰিব।" দেৱতা আৰু ঋষি-মুনিসকলে দিয়া এই নির্দ্দেশ মতে মানুহে অতিথি-আলহিক সযত্নে পূজা-সেৱা কৰা নিয়ম তেতিয়াৰ পৰা জগতত প্রচলন হল। (স্কন্দ—নাগৰ খণ্ড ১৮৪)

**অত্রি**—এজন ঋষি। এওঁ সুপ্রসিদ্ধ সপ্তর্ষিৰ এজন। কৰ্দ্দম প্রজাপতিৰ কন্যা অনসূয়া এওঁৰ পত্নী। দুৰ্ব্বাসা আৰু চন্দ্র অত্রি ঋষিৰ পুত্র। চন্দ্র এওঁৰ চকুৰপৰা জন্ম পোৱা বুলি খ্যাতি আছে। (হৰিবংশ)

**অথৰ্ব্বা**—ব্রহ্মাৰ জ্যেষ্ঠ পুত্র। এওঁৰেই অগ্নি সৃষ্টি কৰি যাগ-যজ্ঞ আদি ক্রিয়া প্ৰৱৰ্ত্তন কৰে। শত্রুৰ অনিষ্টৰ কাৰণে প্রয়োগ কঁৰিব পৰা বৈদিক মন্ত্ৰবোৰ বেলেগে গাঁথি উলিয়াই এওঁ নিজৰ নামত প্রচাৰ কৰে। তেতিয়াৰপৰা বেদৰ এটা ভাগৰ নাম "অথৰ্ব্ববেদ" হয়। কৰ্দ্দম প্রজাপতিৰ কন্যা শান্তি এওঁৰ পত্নী আৰু সুবিখ্যাত দধীচি মুনি এওঁৰ পুত্র। (মহাভাঃ আদি)

**অদিতি**—দক্ষ প্রজাপতিৰ কন্যা, কশ্যপ মুনিৰ পত্নী। এওঁৰ গৰ্ভত বিষ্ণুৱে বামন-অৱতাৰ ৰূপে জন্ম গ্রহণ কৰে। ইন্দ্রকে আদি কৰি বাৰজন প্রধান দেৱতা এওঁৰ পুত্র; সেইবাবে আদিতিক "দেৱমাতা" বোলে। কামৰূপ অধিপতি নৰকাসুৰক বধ কৰি নিয়া কুণ্ডলযোৰ কৃষ্ণই সন্মান কৰি অদিতিক দিয়ে। পাৰিজাত ফুলৰ কাৰণে কৃষ্ণ আৰু ইন্দ্ৰৰ যি কাজিয়া লাগে তাক অদিতিয়েই মীমাংসা কৰি দিয়ে। (মহাভাৰত)

**অদৃশ্যন্তী**—শক্তি মুনিৰ পত্নী। এওঁ সুবিখ্যাত পৰাশৰ মুনিৰ মাতৃ। (মহাভাৰত—আদি ১৮৮)

**অধৰ্ম্ম**—ব্রহ্মাৰ পিঠিৰপৰা উৎপত্তি হোৱা পুত্র। এওঁৰ পত্নীৰ নাম অলক্ষ্মী। (ব্ৰহ্মবৈ—৮ম অঃ)

**অধিৰথ**—এজন চন্দ্ৰবংশীয় ক্ষত্ৰিয়। অধিৰথৰ পিতৃৰ নাম সত্যকৰ্ম্মা। এওঁ ক্ষত্ৰিয় বৃত্তি এৰি সূতৰ (সাৰথি) কাৰ্য্য কৰিছিল, সেইবাবে তেওঁ অধিৰথ সূত নামে বিখ্যাত। তেওঁৰ পত্নীৰ নাম ৰাধা। কুন্তী দেৱীৰ অবিয়ৈ কালত হোৱা পুত্ৰ কৰ্ণক অধিৰথ আৰু ৰাধাই নিজৰ পুত্ৰৰ নিচিনাকৈ পালন কৰে, সেইবাবে মহাবীৰ কৰ্ণক চিৰকালেই লোকে সূতপুত্ৰ বুলিছিল। (মহাভাৰত আদি)

**অনংশা**—নন্দঘোষ আৰু যশোদাৰ কন্যা। এওঁক শ্ৰীকৃষ্ণই অতিশয় শ্ৰদ্ধা কৰিছিল।

**অনঙ্গ**—কামদেৱৰে অন্য নাম। হৰৰ কোপত এওঁ অঙ্গহীন হয়, সেইবাবে তেওঁৰ নাম অনঙ্গ। পত্নীৰ নাম ৰতি দেৱী। কন্দৰ্প, ৰতিপতি আদি আৰু কেইবাটিও নাম তেওঁৰ পোৱা যায়। পাচৰ জন্মত কামদেব শ্ৰীকৃষ্ণৰ পুত্ৰ প্ৰদ্যুম্নৰূপে ওপজে। (হৰিবংশ)

**অনন্ত**—সৰ্পবোৰৰ ৰজা। মহামুনি কশ্যপৰ ঔৰসত তেওঁৰ কদ্ৰু নামে পত্নীৰ গৰ্ভত অনন্তৰ জন্ম। এওঁৰ পত্নীৰ নাম তুষ্টি। ভাযেকবোৰে সৈতে বিবাদ কৰি এওঁ দীৰ্ঘকাল তপস্যা কৰে আৰু ব্ৰহ্মাৰ বৰ লাভ কৰি পাতাললৈ গৈ পৃথিৱীক মূৰেৰে ধৰি থাকে। ব্ৰহ্মাৰ কৃপাত নাগশত্ৰু গৰুড় পক্ষীৰ লগত অনন্তৰ বন্ধুত্ব হয়। (হৰিবংশ)

**অনল**—অগ্নিৰ আন এটা নাম। যি দেৱতাৰ পৰাক্ৰম নাইবা তেজ দশদিক বিয়পি যায় তেওঁবিলাক "বসু" নামে অভিহিত হয়। অষ্ট বসুৰ ভিতৰত অনল এজন শ্ৰেষ্ঠ বসু। (বিষ্ণু-পদ্মপুৰাণ)

**অনসূয়া**—কৰ্দ্দম প্ৰজাপতিৰ কন্যা। এওঁৰ মাতৃৰ নাম দেৱহুতি, স্বামী মহামুনি অত্ৰি। অনসূয়া ধৰ্ম্মপৰায়ণা আৰু পতিব্ৰতা গুণৰ কাৰণে সকলোৰে শ্ৰদ্ধাৰ পাত্ৰী আৰু আদৰ্শস্থানীয়া আছিল। সেইবাবে তেওঁ এক সময়ত ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰক পুত্ৰ ৰূপে লাভ কৰিব পাৰিছিল। সেই কাহিনী

এনে :—প্ৰতিষ্ঠান পুৰত কুশীক বংশীয় এজন কুষ্ঠ ৰোগগ্ৰস্ত বামুণ আছিল। তেওঁৰ পত্নী পৰমপতিব্ৰতা আছিল। এদিন বামুণে বেশ্যা এজনীক দেখি কামযুক্ত হয় আৰু তেওঁক বোকোচাত তুলি বেশ্যাৰ ঘৰলৈ নিয়াৰ বাবে পত্নীক অনুৰোধ কৰে। স্বামীৰ অনুৰোধ মতে বামুণীয়ে তেওঁক বোকোচাত তুলি গধূলিৰ আন্ধাৰত বেশ্যাৰ ঘৰলৈ যাত্ৰা কৰিলে। সেইদৰে যাওঁতে শূলবিদ্ধ অনীমাণ্ডব্য ঋষিৰ গাত বামুণৰ ওলমি থকা ভৰিৰ খুন্দা লাগিল। ঋষিয়ে শাপ দিলে "যেয়ে মোক গোৰ মাৰিলে তাৰ সূৰ্য্য উদয় হলেই মৃত্যু হওক"। শাপ শুনি বামুণৰ মৃত্যুৰ বাবে মহা ভয় হ'ল আৰু চাই চিন্তি নিনিয়াৰ বাবে বামুণীক দোষ দিলে। বামুণীয়ে কলে "ভয় নকৰিব, মোক বিধবা কৰাৰ সাধ্য কাৰো নাই। মই যদি পতিব্ৰতা হওঁ তেনেহলে সূৰ্য আৰু উদয় নহয়"। সেয়ে হ,ল, সূৰ্য্য উদয় হব নোৱাৰিলে ; জগৎ অন্ধকাৰ হৈ থাকিল, আটাইবোৰ দেৱতা ব্ৰহ্মাৰ ওচৰলৈ লৰি গ'ল।

( অনীমাণ্ডব্য দ্ৰষ্টব্য )

ব্ৰহ্মাই—কলে "পতিব্ৰতাৰ কথা পতিব্ৰতাইহে ঠেলিব পাৰিব, আটায়ে অত্ৰিৰ পত্নী অনসূয়াৰ ওচৰলৈ যোৱাঁ"। অনসূয়াক গৈ অনুৰোধ কৰাত তেওঁ বামুণীৰ ওচৰলৈ গৈ সূৰ্য্যক উদয় কৰি দিবলৈ কলে। বামুণীয়ে তাৰ ভীষণ ফলৰ কথা জানোৱাত অনসূযাই বামুণক জীয়াই দিবলৈ গাত ললে। বামুণীয়ে অনুমতি দিয়াত সূৰ্য্য উদয় হল, বামুণ মৰিল কিন্তু অনসূয়াৰ কথামতে দেৱতাসকলে বামুণক সুস্থ কলেৱৰ কৰি জীয়াই দিলে। এই সঙ্কটত উদ্ধাৰ কৰাৰ বাবে দেৱতাসকলে অনসূয়াক বৰ লবলৈ কোৱাত তেওঁ ব্ৰহ্মা, বিষ্ণু মহেশ্বৰক পুত্ৰৰূপে পাবলৈ ইচ্ছা কৰিলে। পাচৰ কালত সোম, দত্তাত্ৰেয় আৰু দুৰ্ব্বাসা ৰূপে ব্ৰহ্মা, বিষ্ণু মহেশ্বৰ অনসূয়াৰ পুত্ৰ ৰূপে জন্ম লয়।

বনবাসৰ সময়ত ৰাম, লক্ষ্মণ সীতা অত্ৰি মুনিৰ আশ্ৰমলৈ

যোৱাত অনসূয়াই সীতাক স্নেহ কৰি বহুগুণবিশিষ্ট বস্ত্ৰ অলঙ্কাৰেৰে সজাইছিল। (ৰামায়ণ)

**অনিৰুদ্ধ**—শ্ৰীকৃষ্ণৰ নাতি, প্ৰদ্যুম্নৰ পুত্ৰ। এওঁ এনে বীৰ আছিল যে যুদ্ধত কেনেও এওঁৰ গতি ৰোধ কৰিব নোৱাৰিছিল। অনিৰুদ্ধই প্ৰথমে ভোজকট দেশৰ ৰাজকন্যা ৰুক্মীৰ নাতিনী সুভদ্ৰাক বিয়া কৰায়। এই বিয়াৰ ফলত অনিৰুদ্ধৰ বজ্ৰ নামে পুত্ৰ এটি ওপজে। শোণিতপুৰৰ ৰজা বাণৰ কন্যা উষাই এওঁক সপোনতে দেখি প্ৰণয়াসক্ত হয়। উষাৰ সখিয়েক চিত্ৰলেখাই ইন্দ্ৰজাল বিদ্যাৰ প্ৰভাৱত অনিৰুদ্ধক দ্বাৰকাৰপৰা শোণিতপুৰলৈ লৈ আহে আৰু অতি সংগোপনে উষাৰে সৈতে তেওঁক গন্ধৰ্ব্ব বিধানে বিয়া দিয়ে। বাণৰ কাণলৈ এই কথা যোৱাত মহাবীৰ অনিৰুদ্ধক বাণে নাগ-পাশেৰে বন্দী কৰে। এই সংবাদ পাই শ্ৰীকৃষ্ণ বলদেৱ আৰু প্ৰদ্যুম্ন সসৈন্যে দ্বাৰকাৰপৰা আহি বাণৰ লগত ৰণ দিয়ে। যাদৱ সৈন্যৰ হাতত বাণ পৰাজিত হয়। তেতিয়া উষা—অনিৰুদ্ধক লৈ যাদৱৰিলাক দ্বাৰকালৈ যায়। (হৰিবংশ)

**অনুশল্য**—এজন দৈত্য। এওঁ প্ৰথমে ঘোৰ কৃষ্ণবিদ্বেষী আছিল। পাছলৈ কৃষ্ণৰে উপদেশ মতে এওঁ মহা তপস্যাপৰায়ণ হৈ পৰে। (মহাভাৰত, জৈমিনিভাৰত)

**অন্তৰীক্ষ**—বৈবস্বত মনুৰ সময়ত দ্বাপৰ যুগত আঠাইশ জন লোকে বেদ বিভাগ কৰিছিল। তাৰে ত্ৰয়োদশ জনৰ নাম অন্তৰীক্ষ আৰু শেষৰ জন কৃষ্ণদ্বৈপায়ন। এওঁলোকৰ প্ৰত্যেক জনে "ব্যাস" নামে বিখ্যাত আছিল। ( বিষ্ণু, বায়ু, কূৰ্ম্ম পুৰাণ )

**অন্ধক**—(১) এজন বৈশ্য জাতীয় মুনি। এওঁৰ পত্নী শূদ্ৰ-কন্যা আছিল। তেওঁলোক দুয়ো জন্মান্ধ। যমুনা নদীৰ পাৰত আশ্ৰম পাতি পুত্ৰ সিন্ধু মুনিৰ সহায়তে দুয়ো জীৱন কটাইছিল। এদিন সিন্ধু মুনিয়ে যমুনা নদীলৈ গৈ কলহত পানী ভৰোৱা শব্দক হাতীয়ে পানী খোৱা শব্দ বুলি ভাবি সূৰ্য্যবংশীয় দশৰথ ৰজাই

শব্দভেদী বাণ প্ৰয়োগ কৰে। তাতে সিন্ধুমুনিৰ মৃত্যু হয়। এই সংবাদ পাই অন্ধকে পত্নীৰে সৈতে পুত্ৰশোকত প্ৰাণ ত্যাগ কৰে আৰু দশৰথকো পুত্ৰ শোকত মৰিবলৈ অভিশাপ দিয়ে।

(২) এজন অসুৰ। পিতৃ কশ্যপ মুনি, মাতৃ দিতি। অন্ধকে ব্ৰহ্মাৰ বৰ পাই মহা অত্যাচাৰী হৈ উঠে। মহাদেৱৰ হাতত তেওঁৰ মৃত্যু হয়।

(৩) দেৱগুৰু বৃহস্পতিৰ ভায়েক উতথ্য মুনিৰ ঔৰসত মমতাৰ গৰ্ভত অন্ধক নামে মুনিৰ জন্ম হয়। এওঁৰ অন্য এটা নাম দীৰ্ঘতমা।

(৪) যদুবংশীয় এজন ৰজাৰ নাম অন্ধক। এওঁৰ পিতৃৰ নাম সাত্বত। এওঁৰ কুকুৰ, ভজমান, শুচি কম্বল আৰু বৰ্হিয নামে চাৰিটি পুত্ৰ আছিল। (ৰামায়ণ—হৰিবংশ—মহাভাৰত)

**অন্নপূৰ্ণা**—এদিন শিৱই পাৰ্ব্বতীৰ লগত দন্দ কৰি ভিক্ষাৰ জুলি কান্ধত লৈ ওলাই গ'ল। তাকে দেখি পাৰ্ব্বতীয়ে অন্যৰূপ লৈ কাশীত মানুহক অন্নদান কৰিব ধৰিলে। এই কথা গম নেপাই শিৱয়ো গৈ অন্ন প্ৰাৰ্থনা কৰাত দুয়োৰো আকৌ মিল হ'ল। ভগৱতীৰ এই ৰূপৰ নাম অন্নপূৰ্ণা।

**অবিক্ষি**—এজন সূৰ্য্যবংশীয় ৰজা। বিদিশা দেশৰ ৰজা বিশালৰ কন্যা ভামিনীক এওঁ বিয়া কৰায় আৰু বুঢ়া বয়সত পুত্ৰক ৰাজ্যভাৰ দি পত্নীৰে সৈতে এওঁ বানপ্ৰস্থ অবলম্বন কৰে।

**অবিক্ষিত**—এওঁ ৰজা কৰন্ধমৰ পুত্ৰ। বিদিশাধিপতি বিশালৰ কন্যা বৈশালিনীক সয়ম্বৰ সভাৰপৰা নিওঁতে উপস্থিত অন্য ৰজা-বিলাকে এওঁক বন্দী কৰে। এই সংবাদ পাই পিতৃ কৰন্ধম ৰজা সসৈন্যে গৈ তেওঁক মুক্ত কৰিলে; কিন্তু বৈশালিনীক বিয়া কৰাবলৈ অবিক্ষিত আৰু মান্তি ন'হল। মনৰ দুখতে বৈশালিনীয়ে অৰণ্যলৈ গৈ তপস্যা কৰিবলৈ ধৰিলে। কিছুদিনৰ পাচত ঘটনা

ক্ৰমে বৈশালিনীৰ লগত আকৌ অবিক্ষিতৰ বিয়া হ'ল আৰু মৰুত্ত নামে পুত্ৰ এটি উপজিল।

( মাৰ্কণ্ড পুৰাণ )

**অভিমন্যু**—(১) এওঁ তৃতীয় পাণ্ডৱ মহাবীৰ অৰ্জ্জুনৰ পুত্ৰ। শ্ৰীকৃষ্ণৰ ভনীয়েক সুভদ্ৰাৰ গৰ্ভত এওঁৰ জন্ম। বিৰাট ৰজাৰ কন্যা উত্তৰাৰে সৈতে অভিমন্যুৰ বিয়া হয়। পিতৃৰ ওচৰত শিক্ষা পাই এওঁ অতি কম বয়সতে মহা পৰাক্ৰমী যোদ্ধা হৈ পৰে। বিশাল কুৰুক্ষেত্ৰ যুদ্ধৰ সময়ত অভিমন্যুৰ বয়স মুঠেই ষোল বছৰ। প্ৰথম দিনাৰ যুদ্ধত তেওঁ কৌৰৱৰ অসংখ্য সৈন্য বিনাশ কৰে আৰু কৌৰৱ সেনাপতি মহাবীৰ ভীষ্মৰ ৰথ বিকল কৰি দিয়ে। ত্ৰয়োদশ দিনাৰ যুদ্ধত অৰ্জ্জুন নাৰায়ণী সেনাৰ সৈতে যুদ্ধ কৰাৰ অৰ্থে যুদ্ধক্ষেত্ৰ এৰি দূৰলৈ যাবলগীয়া হোৱাত কৌৰৱ সেনাপতি দ্ৰোণাচাৰ্য্যই চক্ৰব্যূহ ৰচনা কৰি পাণ্ডৱ সৈন্য ক্ষয় কৰিবলৈ ধৰিলে। চক্ৰব্যূহ ভেদ কৰাৰ কৌশল অৰ্জ্জুনৰ বাহিৰে পাণ্ডৱ সৈন্যৰ কোনেও নাজানিছিল। অভিমন্যুৱে ইয়াৰ প্ৰৱেশ কৌশল শিকিছিল কিন্তু নিৰ্গমন কৌশল তেতিয়াও পিতৃৰপৰা শিক্ষা পোৱা নাছিল। পাণ্ডৱ সৈন্যৰ বিপত্তি দেখি তেওঁ পাছলৈ নাভাবি অসীম সাহসেৰে সৈতে গৈ ব্যূহত প্ৰৱেশ কৰিলে আৰু কুৰু সৈন্যক মাৰি কাটি ছেদেলি ভেদেলি কৰিব ধৰিলে। তেতিয়া কৌৰৱৰ সাতজন ৰথীয়ে যুদ্ধৰীতি বীৰ-নীতিক অবহেলা কৰি একযোগে অভিমন্যুক আক্ৰমণ কৰিলে। কৌৰৱৰ জয়দ্ৰথ বীৰে চক্ৰব্যূহৰ মুখ আগুৰি থকাত পাণ্ডৱৰ এটি প্ৰাণীও গৈ সহায় কৰোঁতা নহ'ল। নিৰ্গমন কৌশল জনা নথকাই অভিমন্যু কোনোমতে চক্ৰব্যূহৰপৰা ওলাই আহিব নোৱাৰিলে। সেই সুযোগতে দ্ৰোণ, কৰ্ণ আদি সপ্তৰথীয়ে তেওঁক এক হিচাপে পছু মৰাদি হানি খুচি চক্ৰব্যূহৰ ভিতৰতে বধ কৰিলে। ( মহাভাৰত )

(২) চাক্ষুষ মনুৰ পুত্ৰ এজনৰ নামো অভিমন্যু। এওঁৰ মাতৃৰ নাম নবলা। ( বিষ্ণু পুৰাণ )

**অমোঘা**—শান্তনু ঋষিৰ ভাৰ্য্যা। ব্ৰহ্মপুত্ৰ নদৰ মাতৃ।

**অম্বৰীষ**—(১) এজন ঋষি। এওঁৰ পিতৃৰ নাম পুলহ।

(২) মান্ধাতাৰ পুত্ৰ। এওঁৰ মাতৃৰ নাম বিন্দুমতী।

(৩) এজন ৰজা। এওঁৰ পিতৃৰ নাম সুশ্ৰুক। অম্বৰীষৰ যজ্ঞীয় পশু ইন্দ্ৰই অপহৰণ কাৰাৰ কাৰণে প্ৰায়শ্চিত্ত স্বৰূপে ৰজাই যজ্ঞত নৰ-বলি দিবলগীয়া হয় আৰু সেই অৰ্থে ঋচিক মুনিৰ মধ্যম পুত্ৰ শুনঃশেফক ধন বিত দি কিনি আনিছিল।

(৪) সূৰ্য্যবংশীয় এজন ৰজা। এওঁৰ পিতৃৰ নাম "নাভাগ"। এওঁ মহা পৰাক্ৰমী প্ৰজাবৎসল আৰু বিষ্ণুভক্ত আছিল। সেইবাবে বিষ্ণুৱে অম্বৰীষৰ ৰক্ষাৰ কাৰণে "বিষ্ণুচক্ৰ"ক আদেশ দি থৈছিল। কি‌বা আপদ বিপদ হলেই বিষ্ণুচক্ৰৰ কৃপাতে অম্বৰীষ ৰক্ষা পৰিছিল। ( লিঙ্গ পুৰাণ )

**অম্বা**—এওঁ কাশীৰাজৰ জ্যেষ্ঠা কন্যা। অম্বাক ভিষ্মই স্বয়ম্বৰ সভাৰ পৰা, ভায়েকৰ লগত বিয়া দিবলৈ ধৰি আনে; কিন্তু শাল্ব ৰজাৰ লগত তেওঁৰ বিয়াৰ বন্দবস্ত থকা বুলি শুনি ভীষ্মই তেওঁক শাল্বৰ ওচৰলৈ পঠিয়াই দিলে। শাল্বই অম্বাক গ্ৰহণ কৰিবলৈ সন্মত নোহোৱাত তেওঁ আকৌ ভীষ্মৰ ওচৰলৈ ঘূৰি আহিল; কিন্তু ভীষ্মই একো উপায় দিব নোৱাৰিলে। এইবিলাক অনৰ্থৰ মূল ভীষ্মই বুলি ভাবি অম্বাই ভীষ্ম বধৰ কাৰণে তপস্যা কৰি প্ৰাণ ত্যাগ কৰিলে আৰু শিখণ্ডী নামে ক্লীব ৰূপে উপজি ভীষ্মৰ মৃত্যুৰ ভবিষ্যৎ উপলক্ষ হল। ( মহা: উদ্যো: ১৭৩ অ:—শিখণ্ডি দ্ৰ: )

**অম্বালিকা**—কাশীৰাজৰ কনিষ্ঠা কন্যা। এওঁক স্বয়ম্বৰ সভাৰপৰা বলেৰে ধৰি আনি ভীষ্মই সৰু ভায়েক বিচিত্ৰবীৰ্য্যৰে সৈতে বিয়া দিয়ে। স্বামীৰ অপুত্ৰক অৱস্থাত অকালতেমৃত্যু হোৱাত

শাহুয়েক সত্যৱতীৰ আদেশত ব্যাসদেৱৰ ঔৰসত এওঁ পাণ্ডু নামে এটি পুত্ৰ লাভ কৰে। পাণ্ডুৰ মৃত্যুৰ পাচত অম্বালিকাই অৰণ্যত কঠোৰ তপস্যা কৰি জীৱন অতিবাহিত কৰে। (মহাঃ উদ্যোগ ১৭২)

**অম্বিকা**—(১) কাশীৰাজৰ মধ্যমা কন্যা। এওঁৰ বায়েক অম্বা আৰু ভনীয়েক অম্বালিকাৰে সৈতে তিনিওজনীকে ভীষ্মই স্বয়ম্বৰ সভাৰপৰা বলেৰে ধৰি আনে আৰু বায়েকক শাল্ব ৰজাৰ ওচৰলৈ পঠিয়াই তেওঁক আৰু ভনীয়েক অম্বালিকাক ভীষ্মই নিজৰ বিমাতৃ পুত্ৰ বিচিত্ৰবীৰ্য্যৰে সৈতে বিয়া দিয়ে। স্বামীৰ অপুত্ৰক অৱস্থাত অকালতে মৃত্যু হোৱাত শাহুয়েক সত্যৱতীৰ আদেশমতে অম্বিকাই মহৰ্ষি বেদব্যাসৰ ঔৰসত ধৃতৰাষ্ট্ৰ নামে অন্ধ পুত্ৰ এটি লাভ কৰে। জীৱনৰ শেষ কাল ডোখৰ এওঁ ভনীয়েক অম্বালিকাৰ সৈতে বনত তপস্যা কৰি কটায়। (মহাভাৰত : উদ্যো : ১৭২)

(২) আদ্যাশক্তি ভগৱতীৰ অন্য এটি নাম। এসময়ত শুম্ভ অৰু নিশুম্ভ নামে দুজন দৈত্যই দেৱতাসকলক বৰকৈ পীড়া কৰাত তেওঁলোকে গৈ ভগৱতীৰ শৰণ ললে। ভগৱতীয়ে ভুবন-মোহিনী ষোড়শী ৰূপ ধাৰণ কৰি হিমালয় প্ৰদেশত ঘূৰি ফুৰিব ধৰিলে। শুম্ভ নিশুম্ভৰ অনুচৰবোৰে এই অপৰূপা সুন্দৰীক দেখা পাই তেওঁক দৈত্যৰাজ কোনো এজনৰ পত্নী হবলৈ অনুৰোধ জনোৱাত দেৱীয়ে কলে—যেয়ে তেওঁক যুদ্ধত পৰাস্ত কৰিব তাকেই পতিৰূপে বৰণ কৰিব। এই সমস্ত কথা শুম্ভ নিশুম্ভক অনুচৰবোৰে জনোৱাত দুই দৈত্যই পোনতে সুন্দৰীক ধৰি আনিবলৈ সেনাপতি বোৰক পঠিচিলে। সিহঁত অপাৰগ হোৱাত পাছে এটিৰ পাছত এটিকৈ শুম্ভ নিশুম্ভ দুয়ো গল আৰু দুয়োজনেই ভগৱতীৰ লগত যুদ্ধ কৰি বিনাশ পালে। ভগৱতীৰ এই ৰূপৰ নাম অম্বিকা। (শুম্ভ-নিশুম্ভ দ্ৰষ্টব্য)

**অযুতনায়ী**—চন্দ্ৰবংশীয় এজন ৰজা। পিতৃৰ নাম মহাভৌম। মাতৃ প্ৰসেনজিতৰ কন্যা সুযজ্ঞা। এওঁ পৃথুশ্ৰবাৰ কন্যা কামাক বিয়া

কৰায়। পুত্ৰৰ নাম অক্ৰোধন। এক অযুত নৰমেধ যজ্ঞ কৰি এওঁ অযুতনায়ী নাম পায়।

**অৰিমৰ্দ্দন**—এওঁৰ পিতৃ শকল্ফ। মাতৃৰ নাম গান্দিনী। অক্ৰূৰৰ এওঁ ভায়েক। (শ্ৰীমদ্ভাগৱত)

**অৰিষ্ট**—বলি দানৱৰ পুত্ৰ। মথুৰাৰ ৰজা কংসই কৃষ্ণক মাৰিবলৈ এওঁক নন্দঘোষৰ ঘৰলৈ পঠিয়াইছিল। অৰিষ্টই ষাঁড় গৰু এটাৰ ৰূপ ধৰি কৃষ্ণক আক্ৰমণ কৰে; কিন্তু কৃষ্ণই তাৰ শিং উভালি লৈ সেই শিঙেৰে তাক কোবাই মাৰে। (শ্ৰীমদ্ভাগৱত—১০ম স্ক)
(২) বৈবস্বত মনুৰ পুত্ৰ। এওঁৰ আন এটা নাম নাভাগ। (কূৰ্ম্মপুৰাণ)

**অৰিষ্টনেমি**—পুৰাণত এই নামৰ চাৰিজন লোকৰ উল্লেখ আছে। (মহাভাঃ বন ১৮৪ অঃ)

(১) বিনতাৰ গৰ্ভত ওপজা কশ্যপ মুনিৰ পুত্ৰ।
(২) এজন প্ৰজাপতি, এওঁ দক্ষ প্ৰজাপতিৰ চাৰিটি কন্যাৰ স্বামী।
(৩) বৃষ্ণি ৰজাৰ নাতি চিত্ৰকৰ পুত্ৰ।
(৪) সূৰ্য্যৰ ৰথৰ ওপৰত সদায় থকা এজন যক্ষ।

**অৰিষ্টা**—দক্ষ প্ৰজাপতিৰ কন্যা। মহামুনি কশ্যপৰ তেৰজনী পত্নীৰ ভিতৰত এওঁ চতুৰ্থা পত্নী।

**অৰুণ**—এটি পক্ষী। কশ্যপ মুনিৰ ঔৰসত বিনতাৰ গৰ্ভত এওঁৰ জন্ম। ফুকোৱা পলম হোৱা দেখি অৰুণ জন্মা কণীটো বিনতাই অকালতে ভাঙি পেলায়। সেইবাবে অৰুণ আঁঠু নোহোৱা বিকলাঙ্গ হয়। তেওঁ চিৰকালেই সূৰ্য্যৰ ৰথৰ সাৰথি আছিল। শ্যেনী নামে পত্নীৰ গৰ্ভত অৰুণৰ সম্পাতি আৰু জটায়ু নামে দুটি পুত্ৰ ওপজে। (মহাভাৰত—আদি ১৬ অঃ)

**অৰুণা**—এজনা অপ্সৰা। কশ্যপ মুনিৰ ঔৰসত তেওঁৰ প্ৰধা নামে পত্নীৰ গৰ্ভত জন্মে।

**অৰুন্ধতী**—(১) বশিষ্ঠ মুনিৰ পত্নী। এওঁৰ পিতৃ কৰ্দ্দম মুনি, মাতৃ দেৱহুতি। অৰুন্ধতীৰ নিচিনা পতিব্ৰতা নাৰী সেই যুগত নাছিল। সেইবাবে সপ্তৰ্ষি মণ্ডলত নক্ষত্ৰ ৰূপে স্বামীৰ ওচৰত এওঁ স্থান পাইছে। বিয়াৰ কন্যাক যে অৰুন্ধতী নক্ষত্ৰ দেখুৱা হয়, অৰুন্ধতীৰ নিচিনা পতিভক্তিপৰায়ণা হবলৈ ইঙ্গিত দিয়াই তাৰ উদ্দেশ্য।

(২) দক্ষ প্ৰজাপতিৰ কন্যা এজনীৰ নামো অৰুন্ধতী।

( ব্ৰহ্মাবৈ—মহাভাৰত )

**অৰ্জ্জুন**—পঞ্চ পাণ্ডৱৰ ভিতৰৰ তৃতীয় জন পাণ্ডৱ। পাণ্ডু ৰজাৰ পত্নী কুন্তীৰ গৰ্ভত দেৱৰাজ ইন্দ্ৰৰ ঔৰসত এওঁৰ জন্ম। অৰ্জ্জুনৰ নিচিনা অশেষ গুণশালী মহাবীৰ সেই যুগত নাছিল। তেওঁৰ সেইবাবে প্ৰতিটো গুণকে সূচোৱা একোটা একোটা নাম আছিল। লক্ষ্য ভেদ কৰি অৰ্জ্জুনে দ্ৰৌপদীক লাভ কৰে আৰু মাতৃৰ আদেশত বাকী চাৰি ভায়েক সৈতে বিয়া কৰায়। জ্ঞাতিৰ ছলনাত পঞ্চ পাণ্ডৱে বনবাস কৰা সময়ত অৰ্জ্জুনে নাগ ৰজাৰ কন্যা উলুপী, মণিপুৰ ৰাজৰ কন্যা চিত্ৰাঙ্গদা আৰু কৃষ্ণৰ ভনীয়েক সুভদ্ৰাক বিয়া কৰায়। দ্ৰৌপদীৰপৰা শ্ৰুতকৰ্ম্মা, চিত্ৰাঙ্গদাৰপৰা বভ্ৰুবাহন, উলুপীৰপৰা ইৰাবাণ আৰু সুভদ্ৰাৰ পৰা তেওঁৰ অভিমন্যু নামে পুত্ৰৰ জন্ম হয়। অৰ্জ্জুনে বৰুণৰপৰা গাণ্ডীব ধনু, অক্ষয় তূণ আৰু কপিধ্বজ ৰথ লাভ কৰে। মহাদেৱে তেওঁক পাশুপত অস্ত্ৰ দিয়ে। নাগপত্নী উলুপীৰপৰা জলজয়ী বিদ্যা আৰু চিত্ৰৰথ গন্ধৰ্বৰপৰা চক্ষুষী বিদ্যা লাভ কৰে আৰু স্বৰ্গলৈ গৈ ইন্দ্ৰ আদি দেৱতাসকলৰপৰা নানা প্ৰকাৰ অস্ত্ৰ-শস্ত্ৰ প্ৰয়োগ মন্ত্ৰৰ লগতে নৃত্য-গীত আদি গান্ধৰ্ব্ব বিদ্যা ভালদৰে শিকি লয়। স্বৰ্গ-বেশ্যা উৰ্ব্বশীয়ে কাম উপভোগৰ সঙ্গী কৰিব নোৱাৰি নপুংসক হবলৈ অৰ্জ্জুনক অভিশাপ দিয়ে। এই শাপৰ ফলত বনবাসৰ অন্তত বিৰাট ৰজাৰ ৰাজপুৰীত অজ্ঞাত বাস কৰা সময়ত অৰ্জ্জুন নপুংসক ৰূপে বিৰাট ৰাজকন্যা উত্তৰাৰ কলা বিদ্যা শিক্ষক

হয়। যদুপতি শ্ৰীকৃষ্ণৰ অৰ্জ্জুন পৰম সখা আছিল। কুৰুক্ষেত্ৰৰ যুদ্ধত সৰ্ব্বসম্মতিক্ৰমে অৰ্জ্জুনকে পাণ্ডৱ সৈন্যৰ সৰ্ব্বপ্ৰধান সেনাপতি পাতিছিল। কুৰুক্ষেত্ৰ যুদ্ধত জয়ী হৈ পাণ্ডৱ একছত্ৰী সম্ৰাট হোৱাৰ পাচত শ্ৰীকৃষ্ণই যেতিয়া দেহত্যাগ কৰিলে, তেতিয়া কৃষ্ণৰ অন্তিম নিৰ্দেশমতে অৰ্জ্জুনে যদুনাৰীবোৰক দ্বাৰকাৰপৰা হস্তিনালৈ লৈ আহিছিল ; কিন্তু বাটতে দস্যুৱে ভালেমান নাৰী কাঢ়ি লৈ গল, অৰ্জুনে বাধা দিব নোৱাৰিলে। এই শক্তিহীনতাৰ বাবে তেওঁ বেজাৰ কৰাত ব্যাসদেৱে আহি আত্মতত্ত্ব উপদেশ দি বিষয় বাসনা ত্যাগ কৰিবলৈ পৰামৰ্শ দিলে। সেই কাহিনী যুধিষ্ঠিৰক অৰ্জ্জুনে জনোৱাত যুধিষ্ঠিৰে মহাপ্ৰস্থান কৰাৰ সিদ্ধান্ত কৰিলে। অৰ্জ্জুনে নিজত বাহিৰে শ্ৰেষ্ঠ বীৰ নাই বুলি ভাবিছিল। আৰু অন্য বীৰক অৱজ্ঞাৰ দৃষ্টিৰে চাইছিল—এই পাপৰ ফলতে মহাপ্ৰস্থানৰ সময়ত স্বৰ্গৰ বাটতে তেওঁৰ মৃত্যু হয়। (মহাভাৰত)

(২) মাহিষ্মতী পুৰীৰ কৃতিবীৰ্য্য নামে ক্ষত্ৰিয় ৰজাৰ পুত্ৰৰ নামো অৰ্জ্জুন। এওঁক সাধাৰণতে লোকে কাৰ্ত্তবীৰ্য্যাৰ্জ্জুন বুলিছিল। মহাদেৱক তপস্যাত তুষ্ট কৰি এওঁ নানা প্ৰকাৰৰ ভালেমান শক্তি লাভ কৰি মহা পৰাক্ৰমী অজেয় বীৰ বুলি খ্যাতিমন্ত হৈছিল। সেই শক্তিৰ বলতে কাৰ্ত্তবীৰ্য্যাৰ্জ্জুনে দিগ্বিজয়ী বীৰ লঙ্কেশ্বৰ ৰাবণক এসময়ত যুদ্ধত পৰাস্ত কৰি বান্ধি থৈছিল। জমদগ্নি মুনিৰ আশ্চৰ্য্য গুণবিশিষ্টা নন্দা নামে কামধেনু গাইটিক অৰ্জ্জুনে মুনিত খুজি নাপাই বলেৰে কাঢ়ি আনিব খুজিলে। সেইবাবে জমদগ্নিৰ লগত অৰ্জ্জুনৰ যুদ্ধ হল আৰু অৰ্জ্জুনৰ হাতত মুনিৰ মৃত্যু ঘটিল। অৰ্জ্জুনে জমদগ্নিৰ পত্নী ৰেণুকাকো প্ৰহাৰ কৰি গাইটিক লৈ গুচি গ'ল। মুনিৰ পুত্ৰ পৰশুৰাম আশ্ৰমলৈ আহি এই কথা শুনি খঙতে জ্বলি উঠিল। মহাদেৱক তপস্যা কৰি পৰশুৰামে নানাবিধ অস্ত্ৰ-বিদ্যা শিকি ললে আৰু যুদ্ধ কৰিবলৈ কাৰ্ত্তবীৰ্য্যাৰ্জ্জুনৰ ওচৰত গৈ উপস্থিত হ'ল। অৰ্জ্জুনৰ পত্নী মনোৰমাই

পৰশুৰামৰ সৈতে সন্ধি কৰিবলৈ স্বামীক অনুৰোধ কৰিলে; কিন্তু বীৰ ধৰ্ম্মৰ গৌৰব হানিকৰ বুলি অৰ্জ্জুনে পত্নীৰ অনুৰোধত মান্তি নহল। তেওঁ পুত্ৰৰ হাতত ৰাজ্যভাৰ শোধাই যুদ্ধলৈ গল আৰু বীৰ বিক্ৰমে যুদ্ধ কৰি পৰশুৰামৰ হাতত প্ৰাণ ত্যাগ কৰিলে। (ৰামায়ণ-ব্ৰহ্মাবৈ—স্কন্দপুৰাণ)

(৩) কুবেৰৰ পুত্ৰ নলকুবেৰ আৰু মণিগ্ৰীব' নাৰদৰ শাপত ব্ৰজপুৰীত দুজোপা অৰ্জ্জুন গছ হৈ ওপজে। তেওঁলোকৰ কাকুতিত তুষ্ট হৈ নাৰদে পূৰ্ব্বজন্মৰ স্মৃতি থাকিব বুলি আৰু কৃষ্ণৰ স্পৰ্শ পালে শাপ মুক্ত হব বুলি কৈছিল। সেইমতে শিশুকৃষ্ণই উৰাল এটা টানি নি অৰ্জ্জুন গছ দুজোপাত লগাই উভালি দিয়াত নলকুবেৰ আৰু মণিগ্ৰাব শাপমুক্ত হয়। (শ্ৰীমদ্ভাগত—১০)

**অৰ্থ**—ধৰ্ম্মৰ পুত্ৰ। ক্ৰিয়া নামে দক্ষপ্ৰজাপতি কন্যাৰ গৰ্ভত এওঁৰ জন্ম। (শ্ৰীমদ্ভাগবত)

**অৰ্দ্ধনাৰীশ্বৰ**—এফাল পুৰুষ শিৱৰূপে আৰু আনফাল নাৰী পাৰ্বতী ৰূপে প্ৰকাশমান মহাদেৱৰ অন্য এটি ৰূপ।

**অলক্ষ্মী**—সৌভাগ্যৰ অধিষ্ঠাত্ৰী দেবী লক্ষ্মীৰ জ্যেষ্ঠা ভগিনী। এওঁ দুখ দুৰ্ভাগ্যৰ অধিষ্ঠাত্ৰী আৰু লক্ষ্মীৰ বিৰোধিনী দেবী। সমুদ্ৰ মন্থনত লক্ষ্মীৰে সৈতে অলক্ষ্মীৰো উৎপত্তি। তেওঁক কোনেও গ্ৰহণ নকৰাত "দুঃসহ" নামে মুনি এজনে বিয়া কৰাইছিল; কিন্তু ঘৈণীৰ জ্বালা সহ্য কৰিব নোৱাৰি মুনিয়ে তেওঁক ত্যাগ কৰিলে। স্বামীৰ ঘৰত ঠাই নাপাই বিষ্ণুৰ উপদেশক্ৰমে য'ত অশুভ বা অকাৰ্য্য হয় তাতে অলক্ষ্মীয়ে থকা কৰিলে। (লিঙ্গপুৰাণ)

**অলম্বল**—এওঁ জটাসুৰৰ পুত্ৰ। পাণ্ডৱবিলাকৰ হাতত জটাসুৰৰ মৃত্যু হয়; সেইবাবে কুৰুক্ষেত্ৰ যুদ্ধত অলম্বল দুৰ্যোধনৰ ফলীয়া হৈ পাণ্ডৱৰ বিপক্ষে যুদ্ধ কৰিছিল; কিন্তু ভীমৰ পুত্ৰ ঘটোৎকচে অলম্বলক বধ কৰে। (মহাঃ—দ্ৰোণ)

**অলম্বুষা**—এগৰাকী অপ্সৰা। কশ্যপ মুনিৰ ঔৰসত তেওঁৰ প্ৰধা নামে পত্নীৰ গৰ্ভত এওঁৰ জন্ম হয়। ৰজা তৃণবিন্দুৱে অলম্বুষাক বিয়া কৰায়। ৰজা বিশাল এওঁলোকৰ পুত্ৰ। ( বিষ্ণুপুৰাণ—মহা:)

**অলৰ্ক**—(১) কাশীৰ ৰজা কুবলয়াশ্বৰ পুত্ৰ। এওঁৰ মাতৃৰ নাম মদালসা। সৰ্ব্ব বিদ্যা বিশাৰদা মদালসাই পুত্ৰ অলৰ্কক ব্ৰহ্ম-বিদ্যাকে আদি কৰি জীৱনত প্ৰয়োজনীয় সকলো বিদ্যাকে শিকাইছিল। তেওঁ আদৰ্শ ৰজা ৰূপে ৰাজ্য শাসন কৰি পুত্ৰ সন্নতৰ হাতত ৰাজ্যভাৰ দি বানপ্ৰস্থ অৱলম্বন কৰে।

( মাৰ্কণ্ডেয় পুৰাণ )

(২) কাশীৰাজ প্ৰৰ্তদনৰ পুত্ৰ। এওঁ অগস্ত্য পত্নী লোপমুদ্ৰাৰ বৰত অতিশয় দীৰ্ঘজীৱী হৈছিল।

(৩) দংশ নামে অসুৰে ভৃগু মুনিৰ পত্নীক হৰণ কৰি মুনিৰ শাপত অলৰ্ক নামে মল-মত্ৰ ভোজী কীট ৰূপে জন্ম গ্ৰহণ কৰে। অসুৰৰ স্তুতি মিনতি শুনি পৰশুৰামৰ দৰ্শন পালে শাপ মুক্তি হব বুলি মুনিয়ে কয়। ভালেমান দিন কীট ৰূপে জীৱন যাপন কৰাৰ পিছত এদিন শিষ্য কৰ্ণৰ উৰতত মূৰ থৈ বিশ্ৰাম লোৱা পৰশুৰামৰ কাণতে কীটে কামোৰ মাৰি দিয়ে। কিহে কামুৰিলে বুলি পৰশুৰামে চোৱা মাত্ৰেই তাৰ শাপ মুক্তি হয়। •( মহা: শান্তি )

**অলায়ুধ**—এজন ৰাক্ষস। দ্বিতীয় পাণ্ডৱ ভীমে তাৰ জ্ঞাতি বান্ধব-বোৰক বধ কৰাত সি কুৰুক্ষেত্ৰ যুদ্ধত পাণ্ডৱৰ বিৰুদ্ধে যুদ্ধ কৰে; কিন্তু তাৰো ভীমৰ পুত্ৰ ঘটোৎকচৰ হাতত মৃত্যু হয়।

**অশ্বগ্ৰীৱ**—(১) বিষ্ণুদ্বেষী এজন অসুৰ। এওঁৰ অন্য নাম হয়গ্ৰীৱ।

(২) বৃষ্ণিবংশৰ এজন ৰজা। এওঁৰ পিতৃৰ নাম চিত্ৰক।

**অশ্বতৰ**—এহেজাৰ মূৰ থকা এজন অসুৰ। এওঁৰ পিতৃ কশ্যপ, মাতৃ কদ্ৰু।

**অশ্বত্থামা**—(১) দ্ৰোণাচাৰ্য্যৰ পুত্ৰ। কৃপাচাৰ্য্যৰ ভনীয়েক কৃপী এওঁৰ মাতৃ। উপজিয়েই ঘোৰাৰ মাতৰ নিচিনা শব্দ কৰি কন্দাৰ

বাবে এওঁৰ নাম অশ্বত্থামা হয়। পিতৃ দ্ৰোণৰ ওচৰতে অস্ত্ৰশিক্ষা কৰি এওঁ প্ৰায় অৰ্জ্জুনৰ সমকক্ষ বীৰত্ব লাভ কৰে, কিন্তু অশ্বত্থামা অতিশয় চঞ্চল আছিল আৰু নিজৰ প্ৰাণৰ প্ৰতি অত্যন্ত মনযোগী আছিল। এই দুয়োটি গুণেই বীৰৰ অনুপযুক্ত বুলি মহাবীৰ দ্ৰোণই ছাত্ৰ হিচাপে এওঁক ভাল নাপাইছিল। তথাপি পিতৃৰপৰা কোনো এক সুযোগত “ব্ৰহ্মশিৰ” অস্ত্ৰ নামে অমোঘ অস্ত্ৰ এপাত এওঁ পায়। জগৎ-জয়ী বীৰ হোৱাৰ লোভতে অশ্বত্থামাই শ্ৰীকৃষ্ণৰ সুদৰ্শন চক্ৰৰ লগত নিজৰ ব্ৰহ্মশিৰ অস্ত্ৰপাত সলনি কৰিবলৈ গৈছিল; কিন্তু কৃষ্ণৰ চক্ৰটি তেও থিতাতেই দাঙিব নোৱাৰি লাজ পাই গুচি আহে। কুৰুক্ষেত্ৰ যুদ্ধৰ শেষৰ ফালে দুৰ্য্যোধনে অশ্বত্থামাকে সেনাপতি বৰণ কৰাত তেওঁ পঞ্চপাণ্ডৱক বধ কৰাৰ প্ৰতিজ্ঞা কৰে আৰু সেই প্ৰতিজ্ঞা ৰক্ষাৰ কাৰণে কৃপাচাৰ্য্য আৰু কৃতবৰ্ম্মাৰে সৈতে ৰাতি পাণ্ডৱ শিবিৰত সোমাই পঞ্চপাণ্ডৱ বুলি দ্ৰৌপদীৰ পাঁচটি নিদ্ৰিত পুত্ৰক কাটি কৌৰৱ শিবিৰলৈ মূৰ পাঁচটি লৈ আহে। দিনৰ পোহৰত এই ভুল ভাঙি যোৱাত অশ্বত্থামাৰ লাজৰ সীমা নোহোৱা হয়। ইয়াৰ প্ৰতিশোধ লোৱাৰ কাৰণে ভীমে অশ্বত্থামাক বিচাৰি ফুৰিবলৈ ধৰিলে। শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুনেৰে সৈতে যুধিষ্ঠিৰো তেওঁৰ অনুগামী হ'ল। প্ৰাণৰ ভয়ত অশ্বত্থামা গৈ ব্যাসদেৱৰ শৰণাগত হৈ পৰিল আৰু তাতে অৰ্জ্জুন আদিক বধ কৰিবলৈ অশ্বত্থামাই ঐষিক বাণ প্ৰয়োগ কৰিলে। লগতে অৰ্জ্জুনেও অশ্বত্থামাক বধ কৰিবলৈ ব্ৰহ্মশিৰ বাণ এৰি দিলে। ব্যাস আৰু নাৰদৰ কথা-মতে অৰ্জ্জুনে নিজৰ বাণ সংযত কৰিব পাৰিলে কিন্তু অশ্বত্থামাৰ সাধ্য নহ'ল। সেই বাণে পাণ্ডৱক বিনাশ কৰিব নোৱাৰি পাণ্ডৱৰ একমাত্ৰ জীৱিত বংশধৰ উত্তৰাৰ গৰ্ভস্থ সন্তান পৰীক্ষিতক গৈ পীড়া কৰিলে; কিন্তু কৃষ্ণৰ কৃপাত কোনোমতে পৰীক্ষিত ৰক্ষা পৰিল। এনেদৰে বাৰে বাৰে ব্যৰ্থকাম আৰু

অপমানিত হৈ অশ্বত্থামাই মূৰৰ মণি ত্যাগ কৰি বনলৈ গুচি গ'ল।

(মহাভাৰত—আদি-দ্ৰোণ-সৌপ্তিক)

(২) কুৰুক্ষেত্ৰৰ যুদ্ধত পাণ্ডৱপক্ষীয় যোদ্ধা মালৱৰাজ ইন্দ্ৰবৰ্ম্মাৰ হাতী এটাৰো নাম আছিল অশ্বত্থামা। মহাবীৰ দ্ৰোণাচাৰ্য্যই পাণ্ডৱৰ সৈন্যক যুদ্ধত বৰকৈ পীড়ণ কৰা সময়তে ইন্দ্ৰবৰ্ম্মাৰ অশ্বত্থামা নামৰ হাতীটোৰ মৃত্যু হয়। শ্ৰীকৃষ্ণই বুদ্ধি কৰি "অশ্বত্থামা মৰিল"— এই কথাটো যুদ্ধক্ষেত্ৰত বৰকৈ প্ৰচাৰ কৰি দিলে। দ্ৰোণাচাৰ্য্যৰ কাণতো এই কথা গৈ পৰিল। তেওঁ নিজৰ পুত্ৰ অশ্বত্থামাৰে মৃত্যু হোৱা বুলি ভাবি পুত্ৰ শোকত বিকল হৈ ধনুশৰ হাতৰপৰা ত্যাগ কৰিলে। সেই সুযোগতে দ্ৰুপদ ৰজাৰ পুত্ৰ ধৃষ্টদ্যুম্নই পিতৃ শত্ৰু দ্ৰোণাচাৰ্য্যক বধ কৰি পাণ্ডৱ সৈন্যক ৰক্ষা কৰে। (মহাভাৰত—দ্ৰোণ)

**অশ্বপতি**—মদ্ৰদেশৰ ৰজা। এওঁৰ পিতৃ মহাৰাজ অশ্বপুত্ৰ। নাৰীকুল শিৰোমণি মহাসতী সাবিত্ৰী এওঁৰ কন্যা। এওঁ কন্যা সাবিত্ৰীক নিজ ইচ্ছামতে স্বামী বৰণ কৰিবলৈ দিয়াত সাবিত্ৰীয়ে ৰাজ্যচ্যুত বনবাসী অল্পায়ু ৰাজকুমাৰ-সত্যবানক স্বামীৰূপে গ্ৰহণ কৰে আৰু মৃত স্বামীক পুনৰ্ব্বাৰ জীয়াই জগতত অক্ষয় কীৰ্তি স্থাপন কৰে। (মহাভাৰত—ব্ৰহ্মাণ্ডপুৰাণ)

**অশ্বমেধ**—এজন ৰাজৰ্ষি। এওঁ ভৰতৰ পুত্ৰ।

**অশ্বসেন**—এজন নাগ। পিতৃৰ নাম তক্ষক নাগ। খাণ্ডৱ বন দাহন কৰা সময়ত অৰ্জ্জুনৰ শৰত অশ্বসেনৰ মাতৃ বিয়োগ হয়; ইন্দ্ৰৰ কৃপাত নিজে কোনোমতে ৰক্ষা পৰে। এই আক্ৰোশতে অৰ্জ্জুনৰ বধৰ কাৰণে অশ্বসেন সৰ্পবাণ ৰূপে কৰ্ণৰ তূণত সোমাই থাকে। কৰ্ণই এই কথা নাজানি সেই সৰ্পবাণ অৰ্জ্জুনৰ প্ৰতি নিক্ষেপ কৰাত শ্ৰীকৃষ্ণই গম পাই ৰথ খন তললৈ নমাই দিয়ে। তেতিয়া বাণে অৰ্জ্জুনৰ মুকুটটি মাত্ৰ কাটি গুচি যায়। উদ্দেশ্য

বিফল হোৱা দেখি অশ্বসেনে নিজে অৰ্জ্জুনক বধ কৰিবলৈ যায়; কিন্তু ফলতঃ অৰ্জ্জুনৰ শৰত অশ্বসেনহে বিনাশ হয়।

(মহাভাৰত আদি—২২৮ অঃ)

**অশ্বিনী**—(১) দক্ষ প্ৰজাপতিৰ নক্ষত্ৰ কন্যা। চন্দ্ৰৰ সাতাইশ-গৰাকী পত্নীৰ ভিতৰত এওঁ প্ৰথমা পত্নী। মুখৰ আকৃতি ঘোঁৰাৰ মুখৰ নিচিনা হোৱাত এওঁৰ সেই নাম হয়। আহিন মাহৰ পুৰ্ণিমাত এই নক্ষত্ৰত চন্দ্ৰৰ অৱস্থান হয় সেইবাবে আহিন মাহক "আশ্বিন" মাহ বোলে।

(২) বিশ্বকৰ্ম্মাৰ কন্যা সংজ্ঞাৰ সূৰ্যৰে সৈতে বিয়া হয়। কিন্তু সংজ্ঞাই সূৰ্য্যৰ তেজ সহ্য কৰিব নোৱাৰি পিতৃৰ ওচৰলৈ গুচি যায। সূৰ্য্যৰ তেজ ক্ষীণ কৰি দি বিশ্বকৰ্ম্মাই সংজ্ঞাক আকৌ স্বামীৰ ঘৰলৈ যাবলৈ কোৱাত সংজ্ঞাই অভিমান কৰি উত্তৰ কুৰু-বৰ্ষলৈ গুচি যায় আৰু তাতে অশ্বিনী অৰ্থাৎ মাইকী ঘোঁৰাৰ ৰূপ ধৰি বাস কৰে। সূৰ্য্যই এই কথা গম পাই ঘোঁৰা ৰূপে উত্তৰ কুৰুবৰ্ষলৈ গৈ অশ্বিনীৰ লগত মিলিত হয়। এই মিলনৰ ফলত এওঁলোকৰ যমজ পুত্ৰ দুটি জন্মে। (হৰিবংশ)

**অশ্বিনীকুমাৰ**—এক নামেৰে দুজন যমজ দেৱতা। এওঁলোক সূৰ্য্য আৰু সংজ্ঞাৰ পুত্ৰ। সংজ্ঞাই অশ্বিনীৰূপে উত্তৰ কুৰুবৰ্ষত থাকোঁতে এওঁলোকক জন্ম দিয়ে; সেই বাবে প্ৰত্যেক জনেই অশ্বিনীকুমাৰ নামে বিখ্যাত হয। চিকিৎসা বিদ্যাত এওঁলোক দুয়োজনেই সুপণ্ডিত আছিল আৰু স্বৰ্গৰ দেৱতাসকলক চিকিৎসা কৰিছিল। সেইবাবে এওঁলোকৰ আন এটা নাম স্বৰ্গবৈদ্য। "চিকিৎসা সাৰ তন্ত্ৰ" নামে বৈদ্য শাস্ত্ৰ অশ্বিনীকুমাৰ দুজনে ৰচনা কৰে। ঋগ্বেদত তেওঁলোকক "অশ্বিদ্বয়" বুলি স্তৱ স্তুতি কৰিছে। জন্ম উপাখ্যানৰ মূল ঘটনা একে হলেও ঋগ্বেদত উল্লিখিত এওঁলোকৰ নামবোৰ বেলেগ দেখা যায়। (মহাঃ আদি ৬৬ অঃ—হৰিবংশ)

**অশ্মক**—এজন ৰজা। অপুত্ৰক কল্মষপাদ ৰজাৰ ৰাণী মদয়ন্তীৰ গৰ্ভত বশিষ্ঠমুনিৰ ঔৰসত এওঁৰ জন্ম। গৰ্ভত সাত বছৰ থকাৰ কাৰণে মাকে "অশ্ম" অৰ্থাৎ শিল এডোখৰৰ আগেৰে নিজৰ গৰ্ভ ফালি দিয়াত তেওঁৰ জন্ম হয় আৰু সেই বাবেই তেওঁৰ নাম অশ্মক।

( মহাঃ আদি—১৭৮ অঃ—হৰিবংশ )

**অষ্টক**—এওঁ এজন পুণ্যবান ৰজা। মহাৰাজ যযাতিৰ কন্যা মাধবীৰ গৰ্ভত মহৰ্ষি বিশ্বামিত্ৰৰ ঔৰসত অষ্টকৰ জন্ম। যযাতি স্বৰ্গলৈ গৈ ইন্দ্ৰৰ আগত নিজৰ পুণ্য কাহিনী নিজমুখে ব্যক্ত কৰা পাপৰ ফলত স্বৰ্গভ্ৰষ্ট হোৱাৰ উপক্ৰম হৈছিল। তেতিয়া অষ্টকে নিজৰ পুণ্যভাগ মাতামহক দান কৰাত যযাতিৰ স্বৰ্গবাসৰ যোগ্যতা স্থাপিত হৈ থাকে। এই নিস্বাৰ্থ দানৰ পুণ্যফলত অষ্টকেও স্বৰ্গবাস কৰেগৈ। ( মঃ ভাৰত—আদি ১৭৮ উদ্যোগ—১১৯ হৰিবংশ অঃ )

**অষ্টাবক্ৰ**—এজন মুনি। এওঁৰ জন্ম কাহিনী দুই প্ৰকাৰে উল্লেখিত হৈছে। (১) পিতৃ কহোড় মুনি, মাতৃ উদ্দালক মুনিৰ কন্যা সুজাতা। মাতৃৰ গৰ্ভত থাকোঁতেই অষ্টাবক্ৰ বেদ বেদাঙ্গ আদি সৰ্ব্বশাস্ত্ৰ বিশাৰদ হৈছিল। এদিন পিতৃ কহোড় মুনিয়ে শিষ্য-বৰ্গক পাঠ দান কৰোঁতে অষ্টাবক্ৰই মাতৃ গৰ্ভৰেশৰা মাত লগাই পিতৃৰ পাঠদানৰ অশুদ্ধতা উল্লেখ কৰিলে। কহোড় শিষ্যবৰ্গৰ আগতে অপমানিত হৈ পুত্ৰক অষ্টাবক্ৰ অৰ্থাৎ শৰীৰৰ আঠ ঠাইত বেকা হৈ উপজিবলৈ শাপ দিলে। পিতৃৰ অভিশাপত সেইদৰে উপজি তেওঁ অষ্টাবক্ৰ নামে বিখ্যাত হ'ল।

"পৰাজিত হলে পানীত পৰি থাকিব লাগিব"—এনেদৰে কথা বান্ধি লৈ এদিন কহোড় মুনিয়ে জনক ৰজাৰ সভাৰ "বন্দী" নামে তাৰ্কিক পণ্ডিত এজনে সৈতে বিচাৰ কৰিছিল। কিন্তু দুৰ্ভাগ্যবশতঃ কহোড় পৰাজিত হৈ পানীত পাৰি থাকিবলগীয়া হ'ল। এই কথা শুনি অষ্টাবক্ৰ জনক ৰজাৰ মিথিলালৈ গ'ল

আৰু পণ্ডিত বন্দীক বিচাৰত পৰাজয় কৰি পিতৃক পানীৰ পৰা উদ্ধাৰ কৰিলে। পুত্ৰৰ এনে বিচক্ষণতা দেখি কহোড়ে নিজৰ অভিশাপ তুলি ললে। আৰু সমঙ্গা নদীত স্নান কৰি শৰীৰৰ অষ্টবক্ৰতা দূৰ কৰিবলৈ উপদেশ দিলে। সেইমতে অষ্টাবক্ৰ বিশুদ্ধ কলেবৰ হ'ল। গুণগ্ৰাহী জনক ৰজাই সেই সুযোগতে অষ্টাবক্ৰত মোক্ষধৰ্ম্মৰ সম্বন্ধে উপদেশ লবলৈ ধৰিলে। সেই উপদেশবোৰেই সুপ্ৰসিদ্ধ যোগশাস্ত্ৰ "অষ্টাবক্ৰ সংহিতা" নামে বিখ্যাত হ'ল।

( মহাঃ বনপৰ্ব—১২২ )

(২) মহৰ্ষি অসিতৰ পুত্ৰ জিতেন্দ্ৰিয় দেৱল মুনি বহুকাল তপস্যা কৰি আছিল। দেৱলৰ মনোহৰ মূৰ্ত্তি দেখি ৰম্ভা অপ্সৰা মোহিত হ'ল আৰু মুনিৰ তপ ভঙ্গ কৰি সম্ভোগ ইচ্ছা প্ৰকাশ কৰিলে। মুনিয়ে নানা প্ৰকাৰ উপদেশ দিয়াতো ৰম্ভাই মিনতি কৰিবলৈ ধৰা দেখি মুনিয়ে খণ্ডতে নিমাত হৈ আকৌ ধ্যানত মন সংযোগ কৰিলে।

এনে অৱহেলাৰ বাবে ৰম্ভাৰ খং উঠিল—মুনিক কুৎসিত বক্ৰ শৰীৰ যুক্ত, ৰূপ যৌৱন শূন্য আৰু পূৰ্ব্ব পুণ্য বৰ্জ্জিত হবলৈ অভিশাপ দিলে। অভিশপ্ত মুনিযে অগ্নিত দেহ ত্যাগ কৰিবলৈ ওলোৱাত ভগবানে দৰ্শন দিলে আৰু শৰীৰৰ আঠ ঠাই বক্ৰ হলেও অষ্টাবক্ৰ নামে মুনি শ্ৰেষ্ঠ হব বুলি বৰ দান কৰিলে।

( ব্ৰহ্মবৈঃ ৩০ অঃ )

এক সময়ত অষ্টাবক্ৰই বদান্য ঋষিৰ কন্যা সুপ্ৰভাক বিয়া কৰাবলৈ মন কৰি ঋষিত প্ৰাৰ্থনা জনালে, ঋষিয়ে অষ্টাবক্ৰক হিমালয় প্ৰদেশ ফুৰি আহিলেহে প্ৰাৰ্থনা পূৰণ হব বুলি কলে। সেইমতে অষ্টাবক্ৰ হিমালয়ৰ কুবেৰ শাসিত ৰাজ্য এৰাই এক নাৰী ৰাজ্যৰ নাৰীৰ সঙ্গত গৈ ৰাত্ৰিবাস কৰিব লগা হ'ল। ৰাতিশয়নত অনুপমা সুন্দৰীয়ে অষ্টাবক্ৰক আলিঙ্গন কৰিলে কিন্তু অষ্টাবক্ৰ

অবিচলিত থাকি সুন্দৰীক নানা উপদেশ দি নিবৃত্ত কৰিলে। দ্বিতীয় ৰাতিও অষ্টাবক্র অবিচলিত হৈ থাকিল। তেতিয়া সেই মায়া নাৰীয়ে কলে—"হে মহাতপা! আপোনাৰ চিত্ত পৰীক্ষা শেষ হ'ল—এতিয়া বদান্য কন্যা সুপ্রভাক বিয়া কৰাৰ আপুনি যোগ্যতালাভ কৰিলে।" এনে অনুক্রমতে অষ্টাবক্রই দাৰ সংগ্রহ কৰিছিল। (মহাভাঃ অনুশাঃ ১৯ অঃ)

**অসমঞ্জ**—এওঁ সগৰ ৰজাৰ পুত্র। মাতৃৰ নাম কেশিনী। এওঁৰ অন্য এটা নাম—অংশুধৰ। যৌবন কালত অসমঞ্জ দুৰ্দান্ত আৰু শিশু হত্যাকাৰী আছিল কাৰণে পিতৃ সগৰে তেওঁক ৰাজ্যৰপৰা খেদি দিছিল। (হৰিবংশ—মহাভাঃ—বন ১০৭ অঃ)

**অসিক্নী**—এওঁ বীৰণ প্রজাপতিৰ কন্যা আৰু দক্ষ প্রজাপতিৰ পত্নী। সৃষ্টিৰ জীৱ জন্তুকে আদি কৰি প্ৰায় সমস্ত উপদান এওঁৰ জীয়েকবোৰৰপৰাই উৎপন্ন হয়। সেই হিচাবে অসিক্নী জীৱ-সমূহৰ মাতামহী। এওঁৰ অন্য এটি নাম "প্রসূতী" বুলিও উল্লেখ আছে। (কালিকা পুৰাণ)

**অসিত**—(১) সূৰ্য্যবংশীয় এজন ৰজা। এওঁৰ পিতৃৰ নাম ভৰত।
(২) এজন প্ৰসিদ্ধ মুনি। এওঁ ব্যাসদেৱৰ শিষ্য আছিল।

**অসিতলোমা**—এজন দানব। মহামুনি কশ্যপৰ ঔৰসত তেওঁৰ দনু নামে পত্নীৰ গৰ্ভত অসিতলোমাৰ জন্ম। ব্রহ্মাৰ বৰৰ প্রভাবত এওঁ অজেয় হৈ পৃথিবীৰ একছত্রী ৰজা হয় আৰু দেৱতাসকলক পীড়ন কৰিবলৈ আৰম্ভ কৰে। দেৱতাসকলে বিষ্ণুত শৰণ লোৱাত বিষ্ণুয়ে নিজ দেহৰপৰা "মহালক্ষ্মী" নামে শক্তিক জন্ম দি তেওঁৰদ্বাৰাই অসিতলোমাক বধ কৰায়। (দেবী ভাগৱত)

**অসুৰ**—এজন দানব। এওঁ ময় নামে দানবৰ পুত্র। অসুৰে হাঁমি কাঢ়িলেই তিনিজনী অসতী তিৰোতাৰ জন্ম হৈছিল।

**অস্তি**—মগধেশ্বৰ মহাৰাজ জৰাসন্ধৰ কন্যা। মথুৰাৰ সুবিখ্যাত ৰজা কংসৰ এওঁ পত্নী। (হৰিবংশ)

**অহল্যা**—সাধাৰণতে সংসাৰৰ সকলো মনুষ্যই এক প্ৰকাৰৰ আকৃতি প্ৰকৃতি বিশিষ্ট। শৰীৰৰ সকলো অঙ্গ-প্ৰত্যঙ্গই সমানে নিখুঁত থকা মনুষ্য সৃষ্টিৰ ভিতৰত নাই। এই অভাব পূৰণ কৰিবৰ মনেৰে প্ৰজাপতি ব্ৰহ্মাই সৰ্বাঙ্গনিখুঁত কৰি এটি নাৰী স্ৰজন কৰিলে। "হল" শব্দৰ অৰ্থ বৈৰূপ্য আৰু "হল" যুক্তক "হল্য" বোলা হয়। এই নাৰীৰ কোনো অঙ্গ প্ৰত্যঙ্গতে বিৰূপতা নাছিল, সেইবাবে ব্ৰহ্মাই তেওঁৰ নাম "অহল্যা" থলে। এই নিৰূপমা নাৰীৰত্নৰ প্ৰতি চৰাচৰ সকলোৰে দৃষ্টি পৰিল। সুৰাসুৰ সকলোৱে অহল্যাৰ অধিকাৰী হবলৈ বিচাৰিলে। দেৱৰাজ ইন্দ্ৰ আটাইতকৈ বেচি আগ্ৰহান্বিত হ'ল। কিন্তু সৃষ্টিকৰ্তা ব্ৰহ্মাই পোন প্ৰথমে অহল্যাক মহৰ্ষি গৌতমৰ তত্ত্বাৱধানত থৈ দিলে। জিতেন্দ্ৰিয় গৌতমে কেইবা বছৰো অহল্যাক সুৰক্ষণ কৰি প্ৰত্যৰ্পণ কৰাত প্ৰজাপতি পৰম সন্তুষ্ট হ'ল আৰু চৰিত্ৰৰ স্থিৰতালৈ চাই মহাতপস্বী গৌতমকে অহল্যাক সম্প্ৰদান কৰিলে। এই ব্যৱস্থাত দেৱতা অসুৰ আটাইবিলাক নিৰাশ হ'ল।

অহল্যাৰ সংযোগত তপস্বী গৌতমে ৰসভাবতে দিন নিয়াব ধৰিলে। এওঁলোকৰ শতানন্দ নামে পুত্ৰ এটিৰ জন্ম হয়। সেই সময়তে পূৰ্ব্ব আগ্ৰহৰ ফলত গৌতমক তপস্যাৰবাবে আশ্ৰমত অনুপস্থিত বুলি জানি দেৱৰাজ ইন্দ্ৰই গৌতমৰ ৰূপ ধৰি আহি অহল্যাৰ ধৰ্ম্মনষ্ট কৰে। মহৰ্ষি গৌতম তপস্যাৰপৰা ঘূৰি আহি অহল্যা আৰু ইন্দ্ৰক সেই অৱস্থাতে আশ্ৰমত পাই দুয়োকে অভিশাপ দিয়ে। শাপৰ ফলত কামুক ইন্দ্ৰৰ সমস্ত শৰীৰতে নাৰীচিহ্ন যোনি চিত্ৰিত হয় আৰু অহল্যাই নিৰাহাৰা বাতভক্ষা ভস্মশায়িনী আৰু পাষাণ ৰূপিনী হৈ অনুতাপত দগ্ধ হৈ কাল কটাব ধৰে। ভালেমান দিনৰ পাছত বিষ্ণুৰ অৱতাৰ ৰামচন্দ্ৰ

লক্ষ্মণে সৈতে মিথিলালৈ যাওঁতে অহল্যাই তেওঁলোকক দৰ্শন পাই দুৰ্ঘোৰ শাপৰপৰা মুক্ত হয়।

বেদৰ ভাষ্যকাৰ কুমাৰিল ভট্টৰ মতে ইন্দ্ৰৰ অৰ্থ সূৰ্য্য আৰু অহল্যাৰ অৰ্থ ৰাতি। সূৰ্য্য উদয় হলে ৰাতি নাথাকে। এই প্ৰকৃত কথা প্ৰকাশ কৰিবলৈ ইন্দ্ৰ অল্যাৰ উপাখ্যান কল্পিত হৈছিল। (ৰামায়ণ আদি, পদ্মপুৰাণ)

## ( আ )

আদিত্য—সূৰ্য্যৰ অন্য নাম। কশ্যপ মুনিৰ পুত্ৰ। মাতৃৰ নাম অদিতি সেইবাবে তেওঁৰ আদিত্য নাম হয়। সূৰ্য্যৰ পত্নী সংজ্ঞাই স্বামীৰ তেজ সহ্য কৰিব নোৱাৰি পিতৃ বিশ্বকৰ্মাক নিজৰ দুখৰ কথা কোৱাত বিশ্বকৰ্ম্মাই সূয্যক বাৰ খণ্ডত বিভক্ত কৰি বাৰ মাহত থাপিত কৰে। বহাগত তপণ, জেঠত ইন্দ্ৰ, আহাৰত ৰবি, শাওনত গভস্তি, ভাদত যম, আহিনত হিৰণ্যৰেতাঃ, কাতিত দিবাকৰ, অঘোণত—চিত্ৰ, পুহত—বিষ্ণু, মাঘত—অৰুণ, ফাগুনত সূৰ্য্য, চ'তত—বেদজ্ঞ; সূৰ্য্যৰ এই বাৰ ভাগক দ্বাদশ আদিত্য বোলে। (আদিত্য হৃদয় দ্ৰষ্টব্য)

আনপ্ৰকাৰে দ্বাদশ আদিত্যৰ নাম—ধাতা, মিত্ৰ, অৰ্যমা, বৰুণ, অংশুগৰ্ভ, ইন্দ্ৰ, বিবস্বান্ পুষা, সবিতা, ত্বষ্টা, ভগ, অতিতেজা।

আপস্তম্ব—অষ্টাদশ শাস্ত্ৰকাৰৰ ভিতৰৰ এজনা। "কল্প", "শ্ৰৌত", "ধৰ্ম" "গৃহ্য" আদি সূত্ৰ গ্ৰন্থ আপস্তম্ব মুনিয়ে প্ৰণয়ন কৰিছিল। কল্প সূত্ৰক কোনো কোনোৱে বেদৰ নিচিনা অপৌৰুষেয় বুলি জ্ঞান কৰে। ইয়াত বাহিৰেও তেওঁ "আপস্তম্ব সংহিতা" নামে স্মৃতি শাস্ত্ৰৰ প্ৰণেতা।

কোনো বৰ্গক্ষেত্ৰৰ কৰ্ণৰ বৰ্গ পৰিমাণ সেই ক্ষেত্ৰৰ পৰিমাণৰ দুগুণ। কোনো আয়তক্ষেত্ৰৰ কৰ্ণৰ বৰ্গ কৰ্ণৰ সম্মুখস্থ দুই বাহুৰ বৰ্গসমষ্টিৰ সমান। এনেবোৰ জ্যামিতিক সত্য আপস্তম্ব, বৌধায়ন, কাত্যায়ণ প্ৰভৃতি ঋষি সকলে আগৰেপৰা জানিছিল। "পিথোগৰাস" জ্যামিতি শাস্ত্ৰৰ আবিষ্কাৰক বোলা লোকমতক এই তথ্যই ভিত্তিহীন বুলি প্ৰমাণ কৰে।

( বঙ্গীয় এচিয়াটিক সোসাইটী জৰ্নাল—৪৪শ খণ্ড )

**আবনেয়**—দক্ষ যজ্ঞত পতিনিন্দা শুনি সতীয়ে দেহ ত্যাগ কৰাত পত্নীশোকত কাতৰ হৈ মহাদেৱে দুৰ্ঘোৰ তপস্যা কৰিব ধৰিলে। তপস্যাৰ শ্ৰমতে তেওঁৰ কপালৰ পৰা ঘাম এটোপা মাটিত পৰিল। আৰু সেই ঘামৰ পৰা পৰম সুন্দৰ লোহিতাঙ্গ কুমাৰ এটি উপজিল। নাৰী সুলভ স্নেহত বসুতীয়ে শিশুটিক লালন-পালন কৰিলে। অবনী—অৰ্থাৎ পৃথিবীৰ যত্নত ডাঙৰ দীঘল হোৱাৰ বাবে তেওঁৰ নাম আবনেয় হ'ল। ( মঙ্গল গ্ৰহকে আবনেয় বোলে )

**আবি**—এজন দৈত্য। আবিৰ পিতৃ অন্ধক দৈত্যক মহাদেৱে বধ কৰে। পিতৃহন্তাক বিনাশ কৰাৰ শক্তি লাভৰ কাৰণে দৈত্যই তপস্যা কৰি ব্ৰহ্মাৰপৰা এই বৰ লাভ কৰে যে—ৰূপান্তৰ গ্ৰহণ নকৰিলে যেন তাৰ মৃত্যু নহয়। এক হিচাপে এনেদৰে আনৰ অবধ্য হৈ আবিয়ে মহাদেৱক বধ কৰাৰ ছল বিচাৰি থাকিল। পাৰ্ব্বতীক বিয়া কৰাই অনাৰ পিছত এদিন ৰঙতে মহাদেৱে পাৰ্ব্বতীক কালী বুলিলে। অভিমান কৰি পাৰ্ব্বতী অৰণ্যলৈগুচি গ'ল। সেই ঘটনাৰ সুযোগতে আবি সাপ এটা হৈ শিব পুৰীত সোমাল আৰু ঠাইতে পাৰ্ব্বতীৰ ৰূপ ধৰি মহাদেৱক বধ কৰাৰ উদ্দেশ্যে ওচৰ চাপি গ'ল। মহাদেৱে ধ্যানতে সকলো কথা জানি সি নিজেই ৰূপান্তৰ গ্ৰহণ কৰা দেখি ততালিকে আবিক বধ কৰি পেলালে।

**আয়ান**—এজন গোপজাতীয় যুবক। এওঁ নন্দ ঘোষৰ পত্নী যশোদাৰ সহোদৰ ভাতৃ আৰু কৃষ্ণপ্ৰিয়া শ্ৰীৰাধাৰ স্বামী। আয়ান ক্লীব আছিল বুলি কোৱা আছে।

**আয়ু**—এজন চন্দ্ৰবংশীয় ৰজা। এওঁৰ পিতৃ মহাৰাজ পুৰুৰবা আৰু মাতৃ অপ্সৰা শ্ৰেষ্ঠা উৰ্ব্বশী। চ্যবণ মুনিৰ আশ্ৰমত আয়ুৰ জন্ম হয় আৰু তাতে লালিত পালিত হয়। তেওঁৰ পাঁচ পুত্ৰৰ ভিতৰত সুবিখ্যাত নহুষ ৰজাই আছিল প্ৰথম পুত্ৰ। ( হৰি বংশ )

**আয়োদ ধম্য**—এজন পৰম পণ্ডিত মুনি। এওঁৰ শিক্ষকতা গুণৰ খ্যাতি থকাত বহু সংখ্যক শিক্ষাৰ্থী আহি শিষ্যত্ব গ্ৰহণ কৰিছিল। তেওঁৰ আৰুণি, উপমন্যু আৰু বেদ নামে তিনিজন শিষ্য সেইকালত সমধিক প্ৰসিদ্ধি লাভ কৰিছিল। ( মহাভাঃ আদি—৩ )

**আৰুণি**—এজন ঋষি। এওঁ পৰম পণ্ডিত আয়োদধম্য মুনিৰ শিষ্য আছিল। গুৰু গৃহত থকা সময়ত আৰুণিৰ গুৰু ভক্তি আৰু দায়িত্ব বোধৰ পৰীক্ষা চোৱাৰ কাৰণে গুৰুৱে তেওঁক আশ্ৰমৰ খেতিৰ পানী বন্ধ কৰিবলৈ আদেশ দিলে। তেওঁ পানী ওলাই যোৱাৰ বাট কোনোমতে বন্ধ কৰিব নোৱাৰি নিজেই পানী ওলোৱা বাটত কাতি হৈ পৰি থাকিল। যথা সময়ত ধম্যমুনিয়ে এই কথা গম পাই পৰম সন্তুষ্ট হ'ল আৰু নিজৰ সমস্ত বিদ্যা নিঃশেষে আৰুণিক দান কৰিলে। তেওঁক গুৰুৱে "উদ্দালক" নাম দিলে। ( মহাভাৰত আদি—৩ )

**আস্তিক**—এজন মুনি। এওঁৰ পিতৃৰ নাম জৰৎকাৰু, মাতৃৰ নামো জৰৎকাৰু। সেইবাবে আস্তিকৰ মাকক লোকে মনসা দেৱী বুলিছিল। মনসাই স্বামীত পুত্ৰ কামনা কৰাত "অস্তি" (আছে) অৰ্থাৎ তোমাৰ গৰ্ভত দিয়া হৈছে বুলি স্বামীয়ে কৈছিল, সেইবাবে মনসাই পুত্ৰৰ নাম আস্তিক থয়। সৰ্পৰাজ বাসুকি আস্তিকৰ মোমায়েক। পাণ্ডুবংশৰ ৰজা অৰ্জ্জুনৰ নাতি পৰীক্ষিতৰ সৰ্প দংশনত মৃত্যু হোৱাত পৰীক্ষিতৰ পুত্ৰ জন্মেজয় ৰজাই সৰ্পকুল

নাশৰ অৰ্থে সৰ্পসত্ৰ যজ্ঞ পাতিছিল। মোমায়েক বাসুকিৰ অনুৰোধত আৰু মাতৃ মনসাৰ আদেশত আস্তিকে জন্মেজয়ত ভিক্ষা কৰি সৰ্পকুলৰ প্ৰাণ ৰক্ষা কৰে।

( মহাভাৰত আদি—১৫।৪৮ )

**আহুক**—এজন ভোজ বংশীয় ৰজা। এওঁৰ পিতৃৰ নাম ৰজা অভিজিত। আহুকৰ দেবক আৰু উগ্ৰসেন নামে দুই পুত্ৰ। দেবকৰ জীয়েক দেবকী শ্ৰীকৃষ্ণৰ মাতৃ আৰু উগ্ৰসেনৰ পুত্ৰ মথুৰাৰ ৰজা কংস।

( হৰিবংশ—৩৭ অঃ )

## ই

**ইক্ষ্বাকু**—এজন প্ৰসিদ্ধ ৰজা। এওঁ সুপ্ৰসিদ্ধ সূৰ্য্য বংশৰ প্ৰথম পুৰুষ আৰু অযোধ্যাৰ প্ৰথম ৰজা। ইক্ষ্বাকুৰ পিতৃৰ নাম বৈবশ্বত মনু, মাতৃৰ নাম শ্ৰদ্ধা; ( ৰামায়ণ আদি ) বিষ্ণু পুৰাণৰ মতে মনুৰ নাকৰপৰা এওঁৰ জন্ম।

(২) বাৰানসীৰ ৰজা সুবন্ধৰ পুত্ৰ। এওঁ ইক্ষুদণ্ড (কুঁহিয়াৰ) ভেদ কৰি ওপজাৰ বাবে এই নাম পায়।

**ইড়বিড়া**—এওঁ তৃণবিন্দু মুনিৰ কন্যা আৰু পুলস্ত্য মুনিৰ পত্নী।

**ইড়া**—বৈবশ্বত মনুৰ কন্যা। প্ৰজা সৃষ্টিৰ কাৰণে মনুৱে পাক যজ্ঞ কৰোঁতে যজ্ঞৰ অবশিষ্ট ঘিউ, ননী, ছানা আদি পানীত পেলাই দিছিল। এবছৰৰ মূৰত সেই পানীৰপৰা কন্যা এটিৰ উদ্ভব হ'ল। মিত্ৰ (সূৰ্য্য) আৰু বৰুণ আহি সুধিলে—'তুমি কোন'? কন্যাই উত্তৰ দিলে মনুৰ কন্যা বুলি। তেওঁলোকে সুধিলে—"তুমি কাৰ? কন্যাই উত্তৰ দিলে "মোক যেয়ে জন্ম দিছে মই তেওঁৰ"। মিত্ৰ আৰু বৰুণে আকৌ ক'লে "তুমি আমাৰ"। কন্যাই একো উত্তৰ নিদি মনুৰ ওচৰলৈ গৈ ক'লে—"আপনাৰ যজ্ঞৰ অবশিষ্টৰপৰা মোৰ জন্ম; গতিকে আপুনি মোৰ পিতৃ। এতিয়াও

আপনি মোক যজ্ঞ কাৰ্য্যতে সমৰ্পণ কৰক, আপোনাৰ মনৰ কামনা সিদ্ধি হ'ব।" কন্যাৰ নিৰ্দেশ মতে যজ্ঞ কৰি মনু প্ৰজাপতি হ'ল। (শত পথ ব্ৰাহ্মণ) ইডা ভক্ষণযজ্ঞৰ অঙ্গ। মতান্তৰেঃ— ইড়াক বুধে বিয়া কৰায়। মহাৰাজ পুৰুৰবা এওঁলোকৰ পুত্ৰ বুলি কোৱা হয়। (ইলা দ্ৰষ্টব্য)

**ইন্দুমতী**—তৃণবিন্দু মুণিৰ তপস্যা ভঙ্গ কৰাৰ অৰ্থে দেৱৰাজ ইন্দ্ৰই হৰিণী নামে অপ্সৰা এজনী পাঠিয়াইছিল। মুনিয়ে হৰিণীক মানবী হৈ জন্মিবলৈ শাপ দিযে আৰু স্বৰ্গৰ পাৰিজাত ফুল দেখিলে শাপমুক্ত হ'ব বুলি জনায়। হৰিণী ইন্দুমতী নামে বিদৰ্ভ ৰজাৰ কন্যা ৰূপে জন্ম লয়। যথা সময়ত বিদৰ্ভ ৰাজে ইন্দুমতীৰ স্বয়ংবৰ পাতে। ৰাজ কন্যাই উপস্থিত সকল ৰজাকে উপেক্ষা কৰি সূৰ্য্যবংশীয় অজ ৰজাৰ গলত বৰণ মালা দিয়ে। উপেক্ষিত ৰজাবিলাকে যুদ্ধ দিযাত মহাৰাজ অজে সকলোকে পৰাস্ত কৰি নিজ ৰাজ্য অযোধ্যালৈ ইন্দুমতীক লৈ আহে। যথা সময়ত ইন্দুমতী-অজৰ দশৰথ নামে পুত্ৰ জন্ম পোৱাৰ পাচত এদিন ৰজা ৰাণী দুয়ো ফুলনিত থাকোঁতে আকাশগামী নাৰদ মুনিৰ বীণত আৰি দিয়া পৰিজাত ফুলৰ মালা এধাৰি ওপৰৰপৰা আহি ইন্দুমতীৰ গাতি পৰে আৰু সেই সামান্য আঘাতক উপলক্ষ কৰিযেই তেওঁৰ মৃত্যু হয়। এনেদৰে হৰিণী অপ্সৰা শাপমুক্ত হ'ল। শ্ৰীৰামচন্দ্ৰৰ পিতৃ দশৰথ ইন্দুমতীৰ পুত্ৰ; গতিকে ইন্দুমতী ৰামচন্দ্ৰৰ পিতামহী।

(ৰামায়ণ—ৰঘুবংশ)

**ইন্দ্ৰ**—দেৱতাসকলৰ ৰজা। দেৱমাতা অদিতিৰ গৰ্ভত, মহামুনি কশ্যপৰ ঔৰসত এওঁৰ জন্ম। বেদৰ মতে ইন্দ্ৰ সৰ্ব্বশ্ৰেষ্ঠ দেৱতা; কিন্তু পুৰাণৰ মতে এওঁ ব্ৰহ্মা, বিষ্ণু, শিৱৰ অধীন আৰু এই তিনজন সৰ্ব্বশ্ৰেষ্ঠ দেৱতাৰ তলতে তেওঁৰ সন্মান। ইন্দ্ৰক অন্য অন্য নামেও উল্লেখ কৰে; কিন্তু ইন্দ্ৰ, বাসব আৰু পুৰন্দৰ

নামেই সমধিক ৰূপে উল্লেখিত হয়। ইন্দ্ৰৰ পত্নী "শচী", পুত্ৰ "জয়ন্ত", ৰাজ্য "অমৰাৱতী", উদ্যান "নন্দন", প্ৰাসাদ "বৈজয়ন্ত", হাতী "ঐৰাৱত", ঘোঁৰা "উচ্চৈঃশ্ৰৱা", ৰথ—"বিমান", সাৰথি —"মাতলি", ধনু "ইন্দ্ৰধনু" আৰু অস্ত্ৰৰ নাম "বজ্ৰ"।

ইন্দ্ৰই উপযুক্ত বৃষ্টিপাত কৰি শস্য উৎপাদনৰ দ্বাৰা প্ৰজাবৃদ্ধি কৰে আৰু বজ্ৰ বিদ্যুৎ পৰিচালনা কৰে। দৈত্য-দানৱ-ৰাক্ষস আদি দেৱ-হিংসুক আৰু বেদ বিদ্বেষী-বোৰক বিনষ্ট কৰি দেৱ-স্থিতি আৰু প্ৰজাস্থিতি ৰক্ষা কৰাই তেওঁৰ নিয়মিত কৰ্তব্য কৰ্ম্ম। ইন্দ্ৰ বীৰ, বিলাসী আৰু অতিশয় কামুক বুলি জনাজাত। গৌতম মুনিৰ পত্নী অহল্যাৰ ধৰ্ম্মনষ্ট কৰাৰ ফলত তেওঁৰ গোটেই শৰীৰত যোনি চিহ্ন হয়। ব্ৰহ্মাই দানৱ বধৰ কাৰণে স্ৰজন কৰা তিলোত্তমাক কামভাৱে চোৱাৰ কাৰণে ইন্দ্ৰৰ গাত এহেজাৰ চকু ওপজে। পাণ্ডু পত্নীৰ গৰ্ভত অৰ্জ্জুনক আৰু ঋক্ষ ৰাজৰ বান্দৰ পত্নীৰ গৰ্ভত বালী ৰজাক ইন্দ্ৰই জন্ম দিয়ে। এশ অশ্বমেধ যজ্ঞ কৰিলে নাইবা তেনেকুৱা ফল হোৱাৰ জোখাই তপস্যা কৰিলে ইন্দ্ৰত্ব লাভ হয়। এই দুই কাৰণে বাসব কেতিয়াবা মাজে সময়ে স্বৰ্গচ্যুত হ'বলগীয়াও হৈছিল। সেই বাবে কাৰবাক অশ্বমেধ কৰা দেখিলেই ইন্দ্ৰই তাত বিঘিনি পাতে আৰু স্বৰ্গৰ বেশ্যা পঠিয়াই তপস্বীবিলাকৰ তপস্যা ভঙ্গ কৰে। এসময়ত বৃত্ৰাসুৰৰদ্বাৰা ইন্দ্ৰ পৰাজিত আৰু স্বৰ্গচ্যুত হয়। দধীচি মুনিৰ অস্থিৰে সজা বজ্ৰাস্ত্ৰৰদ্বাৰা বৃত্ৰাসুৰক মাৰিহে ইন্দ্ৰই কোনোমতে স্বৰ্গ পুনঃ অধিকাৰ কৰে। ইয়াত বাহিৰেও নমুচি, শম্বৰ, উৰণ, বৎস আদি ভালেমান প্ৰধান প্ৰধান দৈত্য দানৱ ইন্দ্ৰৰ হাতত নিহত হয়। (ব্ৰহ্ম বৈঃ, ৰামায়ণ, মহাভা :—আদি)

**ইন্দ্ৰজিৎ**—এজন অপৰাজেয় ৰাক্ষস বীৰ। লঙ্কেশ্বৰ ৰাৱণৰ ঔৰসত তেওঁৰ পত্নী মন্দোদৰীৰ গৰ্ভত এওঁৰ জন্ম। ইন্দ্ৰক

জয় কৰি ইন্দ্ৰজিৎ আৰু মেঘৰ আঁৰত লুকাই যুদ্ধ কৰিব পৰাৰ কাৰণে এওঁ মেঘনাদ নামে সুবিখ্যাত হৈছিল। তেওঁৰ নিচিনা দুৰ্দ্ধৰ্ষ বীৰ সেই কালত অতি কম আছিল। ইন্দ্ৰজিতে যুদ্ধ যাত্ৰাৰ আগতে সদায় নিকুম্ভিলা যজ্ঞ শালাত অগ্নি পূজা কৰিহে যুদ্ধলৈ গৈছিল। লঙ্কা যুদ্ধৰ সময়ত সেইদৰে যজ্ঞ শালাত পূজা কৰি থাকোঁতে লক্ষণে ইন্দ্ৰজিতক বধ কৰে।

(ৰামায়ণ—লঙ্কা)

**ইন্দ্ৰদ্যুম্ন**—এওঁ অবন্তী (মালব) দেশৰ ৰজা। ইন্দ্ৰদ্যুম্ন অতিশয় বিষ্ণুভক্ত আছিল। এদিন নীলাচল তীৰ্থত পুৰুষোত্তম মূৰ্ত্তি দেখা নাপাই ৰজা আতি শোকাকুল চিত্তে ব্ৰহ্মাৰ ওচৰলৈ গ'ল আৰু তাৰ কাৰণ সুধিলে। ব্ৰহ্মাই এক মুহূৰ্ত তেওঁক ৰ'বলৈ কৈ সন্ধ্যা উপাসনা কৰিবলৈ বহিল। ব্ৰহ্মাৰ সেই এক মুহূৰ্ত্ততে যে মনুষ্য পৰিমাণে ষাঠি হাজাৰ বছৰ পাৰ হৈ গ'ল ৰজাই তাৰ গমকে নাপালে। ব্ৰহ্মাই আহি কলে "ৰজা তুমি এবাৰ নিজৰ ৰাজ্যবপৰা ঘূৰি অহাগৈ, তোমাক পুৰুষোত্তম মূৰ্ত্তি এটি দান কৰিম"। ব্ৰহ্মাৰ কথামতে ৰজা নিজৰ ৰাজ্যলৈ বুলি গ'ল; কিন্তু ৰাজ্যৰ চিন-চাব হ'লে তাত ক'তো বিচাৰি নাপালে। বহু ঠাই ঘূৰি-পকি এটা ফেঁচা আৰু কাছ এটাৰ মুখত নিজৰ ৰাজ্যৰ ঠাইখন ক'ত আছিল শুনিলে; কিন্তু আগৰ কোনো প্ৰকাৰ চিনাকী বস্তুৰেই ৰজাৰ চকুত নপৰিল, সকলোকে কালে ধ্বংশ কৰি পেলাইছে। ব্ৰহ্মাৰ ওচৰলৈ আৰু ঘূৰি নগৈ ইন্দ্ৰদ্যুম্নই নিজৰ ৰাজ্যখনি অকৌ পাতিলে আৰু কৌমাদ্য ৰজাৰ কন্যা মাল্যৱতীক বিয়া কৰালে। 'তাৰ পিচত স্বপ্নাদেশ পাই শিলেৰে মন্দিৰ এটা সজাই তাত কি মূৰ্ত্তি স্থাপন কৰিব তাকে ভাবি চিন্তি থকোতে এদিন শুনিলে সমুদ্ৰত নিমু গছ এজোপা ভাঁহি আহিছে। শ্ৰীকৃষ্ণই নিমু গছৰ তলতে দেহ ত্যাগ কৰা বুলি ৰজাই ব্ৰহ্মাৰ মুখত শুনা আছিল। বৰ সমাৰোহে গছজোপা

পাৰলৈ তোলা হ'ল। দেৱ-শিল্পী বিশ্বকৰ্ম্মা আহি সেই কাঠেৰে জগন্নাথৰ মূৰ্ত্তি নিৰ্ম্মান কৰি ৰজাই সজোৱা মন্দিৰত স্থাপন কৰি গ'ল। বিষ্ণু ভক্ত ইন্দ্ৰদ্যুম্নই জগন্নাথৰ পূজা সেৱাৰ বন্দোবস্ত কৰি নিজৰ কন্যা সত্যৱতীক (ঘুনুচা) জগন্নাথ মূৰ্ত্তিতে বিয়া দিলে। স্কন্দ পুৰাণত এই কাহিনী বেলেগে বৰ্ণিত হৈছে।

(২) ইন্দ্ৰদ্যুম্ন নামৰ ঋষি এজনৰ উল্লেখো পোৱা যায়।

(নাৰদপুৰাণ—স্কন্দ পুৰাণ—মহাভাৰত)

**ইন্দ্ৰবল**—এজন শবৰ (ব্যাধ জাতীয়) ৰজা। পিতৃৰ নাম উদয়ন। এওঁ জাতিত শবৰ হ'লেও নিজক পাণ্ডু বংশীয় বুলি পৰিচয় দিছিল।

**ইন্দ্ৰসেন**—(১) এজন ৰজা। এওঁ পৰীক্ষিতৰ পুত্ৰ। (২) দ্ৰৌপদীৰ গৰ্ভত ওপজা যুধিষ্ঠিৰৰ পুত্ৰ। (৩) দময়ন্তীৰ গৰ্ভত ওপজা নলৰজাৰ পুত্ৰ। (৪) সূৰ্য্য বংশীয় পূৰ্ণৰ পুত্ৰ। এওঁ বীতি-হোত্ৰৰ পিতৃ।

**ইৰা**—দক্ষ প্ৰজাপতিৰ কন্যা। মহামুনি কশ্যপৰ পত্নী। বৃক্ষ-লতা-তৰু-তৃণ আদি ইৰাৰ পৰায়ে জন্ম পায়। (কালিকা পুৰাণ)

**ইৰাবান**—নাগকন্যা উলুপীৰ গৰ্ভত ওপজা অৰ্জ্জুণৰ পুত্ৰ। এওঁ নাগ লোকতে প্ৰতিপালিত হৈ মাতৃৰ লগত থাকে। কুৰুক্ষেত্ৰৰ যুদ্ধত এওঁ পাণ্ডৱ পক্ষত আহি যোগ দিয়ে আৰু নিজৰ অশ্বাৰোহী সৈন্যেৰে কৌৰব পক্ষীয় সৌবল ৰাজৰ অশ্বসেনাবোৰক ধ্বংস কৰে। ইৰাবান নিজে কিন্তু আলম্বুষ নামে ৰাক্ষস এজনৰ হাতত বিনাশ হয়। (মহাভাৰত—ভীষ্ম)

**ইলা**—(১) বৈবস্বত মনুৱে পুত্ৰ এটি পাবৰ অৰ্থে যজ্ঞ কৰিছিল। কিন্তু যজ্ঞত সামান্য ত্ৰুটি হোৱাৰ কাৰণে পুত্ৰৰ সলনি তেওঁ কন্যা এটিহে পালে। বিষ্ণুৰ বৰৰ প্ৰভাৱত কন্যাজনী পুত্ৰ সন্তানত পৰিণত হ'ল। সেই পুত্ৰৰ নাম হ'ল সুদ্যুম্ন। এদিন সুদ্যুম্ন মৃগয়া কৰিবলৈ গৈ মহাদেৱে শাপ দি থোৱা কুমাৰ বনত সোমাল

আৰু তাৰ ফলত তেওঁ আকৌ নাৰীত্ব পালে। তেতিয়া তেওঁৰ নাম হ'ল ইলা। এই দুৰ্ঘটনাৰ কাৰণে পুৰোহিত বশিষ্ঠ মুনিয়ে শিৱক আৰাধনাৰে তুষ্ট কৰিলে। শিৱৰ বৰত ইলা এমাহ সুদ্যুম্ন নামে পুৰুষ, পিচ মাহত ইলা নামে নাৰী হোৱাত পৰিল। পুৰুষ ৰূপে এওঁ তিনিটা পুত্ৰ সন্তানৰ পিতৃ হয। ইলা ৰূপা নাৰীক চন্দ্ৰবংশৰ আদি পুৰুষ বুধে বিয়া কৰায়। এই বিযাৰ ফলত সুবিখ্যাত ৰজা পুৰুৰবাৰ জন্ম হয। (ইডা দ্ৰষ্টব্য)

(২) মতান্তৰে—কামি প্ৰজাপতিৰ পুত্ৰ "ইল" কুমাৰ বনত সোমোৱাৰ ফলত "ইলা" নামে নাৰীৰূপা হয। ইলাই ভগৱতীক আৰাধনা কৰাৰ ফলত এমাহ পুৰুষ এমাহ নাৰী ৰূপ পোৱা হৈছিল।

(৩) ধ্ৰুবৰ পত্নী, বায়ুৰ কন্যা। এওঁৰ গৰ্ভত উৎকল নামে ধ্ৰুবৰ পুত্ৰ ওপজে।

**ইলাবিল**—বিশ্ৰবা মুনিৰ পত্নী, তৃণবৃন্দ মুনিৰ কন্যা। এওঁ ধনাধিপতি কুবেৰৰ মাক। (ৰামায়ণ)

**ইলাবৃত**—অগ্নিধ্ৰ ৰজাৰ ন-জন পুত্ৰৰ এজন। এওঁ জম্বুদ্বীপৰ ইলাবৃতবৰ্ষৰ অধিকাৰী। (মহাভা আদি)

**ইল্লল**—বিপ্ৰচিত্তিৰ ঔৰসত সিংহিকাৰ গৰ্ভত ওপজা এজন দৈত্য। তাৰ ভাযেকৰ নাম বাতাপি। দুযোজন দৈত্য পৰম মায়াবী আছিল। মৰিগৈ যম পুৰীত থকা মানুহকো মাযা কৰি সিহঁতে পূৰ্ব শৰীৰলৈ মাতি আনিব পাৰিছিল। অতি ঐশ্বৰ্য্যশালী ৰূপে ভাই-ককাই দুযো মনিমতীপুৰত বাস কৰিছিল। বাতাপিয়ে এদিন ইন্দ্ৰৰ তুল্য পুত্ৰ এটি পাবলৈ তপস্বী বামুণ এজনত বৰ প্ৰাৰ্থনা কৰিলে। তপস্বীজনে তেনে বৰ দিবলৈ সন্মত নোহোৱাত গোটেই বামুন জাতিটোৰ ওপৰতে দুয়ো ভায়েক ৰুষ্ট হ'ল আৰু যুক্তি কৰি ব্ৰহ্মহত্যা কৰিবলৈ ধৰিলে। বাতাপিক ছাগলী কৰি ব্ৰাহ্মণ-ভোজনৰ নাম কৰি বামুণ মাতি আনে আৰু সেই ছাগলীৰ

মঙ্গহেৰে পৰিতুষ্ট কৰি খুৱায়। তাৰ পাচত ইল্বলে নাম ধৰি মাতিলেই খাই উঠা বামুণৰ পেট ফালি বাতাপি ওলাই আহে। এনেদৰে ধেমালি কৰি বহুত বামুণ বধ কৰা শুনি আগস্ত্য মুনি গৈ বাতাপিক ছাগলী বুলি খাই কাললৈ জীৰ্ণ কৰি পেলালে। মুনিৰ ক্ষমতা দেখি ইল্বলো চিৰকাললৈ শান্ত হ'ল।

(ৰামায়ণ—মহাভাৰতৰ বন—৯৮)

**উগ্রসেন**—মথুৰা ৰাজ্যৰ যাদব বংশীয় এজন ৰজা। এওঁ শ্ৰীকৃষ্ণৰ মাতামহ দেবকৰ সহোদৰ আৰু কংস ৰজাৰ পিতৃ। কংসই পিতৃক সিংহাসনচ্যুত কৰি নিজে ৰজা হয়; কিন্তু কিছুদিনৰ পাচত কৃষ্ণই কংসক বিনাশ কৰি উগ্রসেনক আকৌ মথুৰাৰ ৰজা পাতে।

(হৰিবংশ)

**উতঙ্ক**—(১) এজন মুনি। এওঁ মহৰ্ষি গৌতমৰ প্ৰিয় শিষ্য। গুৰু-পত্নী অহল্যাৰ অভিলাষ জানি উতঙ্কই সৌদাস ৰজাৰ পত্নীৰ কাণত পিন্ধা কুণ্ডল এযোৰা ভিক্ষা কৰি আনি দি অহল্যাৰ তুষ্টি সাধন কৰিছিল। গুৰু-গৃহ-বাস শেষ হোৱাত গৌতমে নিজৰ কন্যা এজনী উতঙ্কত বিয়া দিয়ে। কুবলয়াশ্ব ৰজাৰদ্বাৰাই ধুন্ধুৰ নামে দৈত্যক বিনাশ কৰাই উতঙ্কই ত্ৰিলোকৰ হিত সাধন কৰে।

(মাৰ্কণ্ডেয় পুৰাণ)

(২) বেদ নামে মুনিৰ শিষ্য। এওঁ অতিশয় ধৰ্মপৰায়ণ জিতেন্দ্রিয় আৰু গুৰুভক্ত আছিল। গুৰু-দক্ষিণা দিবৰ বেলিকা গুৰুপত্নীয়ে খোজাই এওঁ পোষ্য ৰজাৰ ৰাণীৰ কাণৰ কুণ্ডল যোৰা খুলি আনিছিল; কিন্তু মাজ বাটতে নাগৰাজ তক্ষকে কুণ্ডল যোৰা চুৰ কৰি পাতাললৈ লৈ যায়। অতি কষ্টেৰে সৈতে পাতাললৈ গৈ ইন্দ্রৰ সহায়ত উতঙ্কই কুণ্ডল যোৰা আনে আৰু গুৰুপত্নীক দি তুষ্টি সাধণ কৰে। তক্ষকৰপৰা যি কষ্ট পালে তাক উতঙ্কই পাহাৰা নাছিল। প্ৰধানকৈ তেওঁৰ উদগনি পায়েই

তক্ষকক বিনাশ কৰিবলৈ জন্মেজয় ৰজাই সৰ্পসত্ৰ যজ্ঞ পাতিছিল। (মহাভাৰতৰ আদি—৩অ:)

**উতথ্য**—এজন মুনি। এওঁৰ পিতৃ অঙ্গিৰা মুনি। মাতৃ-শ্ৰদ্ধা, সৰু ভায়েক দেৱগুৰু বৃহস্পতি আৰু ভাৰ্য্যা মমতা। অন্ধমুনি—দীৰ্ঘতমা আৰু গোতম মুনি উতথ্য মুনিৰ পুত্ৰ। (মহাভাৰত আদি)

**উত্তম**—স্বায়ম্ভৱ মনুৰ নাতি আৰু উত্তানপাদ ৰজাৰ পুত্ৰ। এওঁৰ মাতৃৰ নাম সুৰুচি। হিমাদ্ৰি প্ৰদেশত মৃগয়া কৰোঁতে যক্ষৰ হাতত উত্তমৰ মৃত্যু হয়। (বিষ্ণুপুৰাণ)

**উত্তৰ**—বিৰাট ৰজাৰ পুত্ৰ। পণ্ডৱসকল বিৰাট ৰজাৰ পুৰীত অজ্ঞাত-বাস কৰা সময়ত এদিন বৃহন্নলা-ৰূপী অৰ্জ্জুনক সাৰথি কৰি উত্তৰে গোধন হৰণকাৰী কৌৰৱসকলেৰে সৈতে যুদ্ধ কৰিবলৈ গৈছিল। বিপক্ষৰ সৈন্যবল দেখি ভয়তে পলাবলৈ কাৰবাৰ কৰাত অৰ্জ্জুনে উত্তৰক ৰথত বান্ধি থয় আৰু নিজে যুদ্ধ কৰি বিৰাট ৰজাৰ গোধন উদ্ধাৰ কৰে। কুৰুক্ষেত্ৰ যুদ্ধত পাণ্ডৱ পক্ষৰ হৈ যুদ্ধ কৰি শল্যৰ হাতত প্ৰথম দিনৰ যুদ্ধতে উত্তৰ মৰে।

(মহাভাৰত—বিৰাট)

**উত্তৰা**—বিৰাট ৰজাৰ কন্যা। উত্তৰ কুমাৰৰ ভনীয়েক। বিৰাট-ৰাজ-পুৰীত পাণ্ডৱবিলাকে অজ্ঞাতবাস কৰি থকাত বৃহন্নলাৰূপী অৰ্জ্জুনে এওঁক নৃত্য-গীত আদি কলা-বিদ্যা শিক্ষা দিছিল। অজ্ঞাত-বাসৰ অন্তত পাণ্ডৱসকলৰ পৰিচয় পাই কুমাৰী উত্তৰাক বিৰাট ৰজাই অৰ্জ্জুনৰ পুত্ৰ অভিমন্যুলৈ বিয়া দিয়ে। কুৰুক্ষেত্ৰ যুদ্ধত চক্ৰব্যূহৰ ভিতৰত অভিমন্যুৰ নিঃসহায় অৱস্থাত মৃত্যু হয়। তেতিয়া উত্তৰাৰ বয়স মুঠেই বাৰ বছৰ। তাৰ উপৰি তেওঁ গৰ্ভৱতী। দ্ৰোণাচাৰ্যৰ পুত্ৰ অশ্বত্থামাই প্ৰয়োগ কৰা ঐষিক বাণে উত্তৰাৰ গৰ্ভস্থ সন্তানক নষ্ট কৰিবলৈ ধৰিছিল; কিন্তু কৃষ্ণৰ কৃপাত কোনোমতে ৰক্ষা পাই যথা সময়ত জন্মগ্ৰহণ কৰে। উত্তৰাৰ সেই পুত্ৰৰ নামেই মহাৰাজ পৰীক্ষিত। (মহাভাৰত—বিৰাট)

**উত্তানপাদ**—এজন ৰজা। এওঁৰ পিতৃ স্বায়ম্ভুব মনু—মাতৃ শতৰূপা। ৰজাৰ দুই পত্নী। সুৰুচি নামে পত্নীৰপৰা উত্তম আৰু সুনীতিৰপৰা সুবিখ্যাত ধ্ৰুব নামে পুত্ৰৰ জন্ম হয়। সুৰুচিৰ ফুচুলনিত ৰজাই সুনীতি আৰু ধ্ৰুবক অনাদৰ কৰিছিল ; কিন্তু ধ্ৰুবৰ ঈশ্বৰ আৰাধনাৰ ফলত ৰজাৰ মন ঘূৰি যায়। শেহত ধ্ৰুবকে ৰাজ্যভাৰ দি উত্তানপাদে বানপ্ৰস্থ অবলম্বন কৰে।

(বিষ্ণু পুৰাণ)

**উদ্দালক**—সুবিখ্যাত আৰুণি ঋষিয়েই গুৰু আয়োদধম্য মুনিৰ কৃপাত উদ্দালক নাম পায়। সুপ্ৰসিদ্ধ ব্ৰহ্মবিদ যাজ্ঞবল্ক্য মুনি এওঁৰ শিষ্য। উদ্দালকৰ পুত্ৰৰ নাম শ্বেতকেতু।

(মহাভাৰতৰ আদি—৩ অ:)

**উদ্ধৱ**—এজন সাধু পুৰুষ। এওঁ যাদব বংশীয় দেৱভাগৰ পুত্ৰ। উদ্ধৱ দেৱগুৰু বৃহস্পতিৰ শিষ্য আছিল। এওঁ বৃষ্ণি ৰজাৰ মন্ত্ৰীত্ব কৰিছিল আৰু শ্ৰীকৃষ্ণৰ পৰম ভক্ত আছিল। কৃষ্ণই উদ্ধৱক সখি বুলি মাতিছিল আৰু যদুবংশ ধ্বংস হোৱাৰ আগতে তেওঁক আত্মতত্ত্ব বিষয়ৰ উপদেশ দিছিল। উদ্ধৱে জীৱনৰ শেষ ডোখৰ ব্যাসদেৱৰ বদৰিকা আশ্ৰমত কটায়।

(শ্ৰীমদ্ভাগৱত—১১শ)

**উপমন্যু**—এজন ঋষি। এওঁ মহাপণ্ডিত আয়োদধাম্য মুনিৰ শিষ্য। গুৰু গৃহত বাস কৰা সময়ত এওঁৰ গাত গুৰুৰ আশ্ৰমৰ গো-সেৱা ভাৰ পৰিছিল। এদিন গৰু চৰাই অহাৰ পাচত দুপৰীয়া কি খোৱা বুলি ধোম্য মুনিয়ে সোধাত উপমন্যুৱে দামুৰীৰ মুখত লাগি থকা ফেন খাওঁ বুলি ক'লে। দামুৰীক বঞ্চিত কৰি ফেন খোৱা বেয়া বুলি গুৰুই কোৱাত উপমন্যুই ভিক্ষা কৰি দুপৰীয়াৰ সাজ খাবলৈ ধৰিলে। গুৰুক নজনাই ভিক্ষাদ্ৰব্য অকলে গ্ৰহণ কৰা অনুচিত বুলি শুনি গুৰুভক্ত উপমন্যুৱে গৰু চৰাওঁতে লঘোনে থাকিবলৈ ধৰিলে। এদিন দুপৰীয়া পেটৰ ভোকত থাকিব নোৱাৰি তেওঁ

আকণ গছৰ পাত খোৱাত কণা হৈ পথাৰৰ গাঁত এটাত পৰি থাকিল। গধূলি গৰুৰ লগত উপমন্যুক আশ্ৰমলৈ নহা দেখি বিচৰা-বিচৰি হ'ল। পথাৰত সেই অৱস্থাত পাই আৰু প্ৰকৃত কথা জানি গুৰু আয়োদধম্য উপমন্যুৰ প্ৰতি পৰম সন্তুষ্ট হ'ল আৰু তেওঁক দেৱবৈদ্য অশ্বিনীকুমাৰৰ স্তব শিকালে। সেই স্তব গোৱাতে অশ্বিনীকুমাৰৰ কৃপাত উপমন্যুৰ চকু ভাল হ'ল। তাৰ উপৰি দেৱবৈদ্য দুজনে গুৰুভক্তিৰ চিন স্বৰূপে উপমন্যুৰ দাঁতবোৰ সোণৰ কৰি দিলে। ধম্য মুনিয়েও গুৰুভক্ত উপমন্যুক সৰ্ব্বশাস্ত্ৰত সুপণ্ডিত কৰি তুলিলে। (মহাভাৰত আদি—৩ অঃ)

**উপৰিচৰ**—বসু নামে পুৰুবংশীয় এজন ৰজা। এওঁ ইন্দ্ৰধ্বজ পূজাৰ প্ৰৱৰ্ত্তক। বিমানত উঠি এওঁ আকাশত ভ্ৰমণ কৰিব পৰাৰ বাবে "উপৰিচৰ" নাম পায়। এওঁ কোলাহল পৰ্ব্বতৰ দুহিতা শক্তিমতী নদীৰ জীয়েক গিৰিকাক বিয়া কৰায়। এদিন মৃগয়ালৈ গৈ গিৰিকাক সুমৰণ কৰি ৰজাৰ অৰণ্যতে বীৰ্য্যপাত হয়। সেই বীৰ্য্য অথলে যোৱা দেখি উপৰিচৰে কপৌ চৰাই এটিৰদ্বাৰাই ৰাণী গিৰিকাৰ ওচৰলৈ পঠিয়াই দিওঁতে আন এটা কপৌচৰায়ে কিবা খাদ্যবস্তু বুলি যুঁজ পাতে। দুই কপৌৰ যুঁজতে বীৰ্য্যভাগ ঠোঁটৰপৰা যমুনা নৈত পৰি যায় আৰু মাছ-ৰূপিনী আদ্ৰিকা অপ্সৰাই খাই পেলায়। দহমাহ পাচত সেই মাছটো ধীবৰৰ জালত পৰে। মাছৰ পেটত দুটি ল'ৰা-ছোৱালী পাই ধীবৰে সিহঁতক উপৰিচৰ ৰজাক দিয়ে। এই ল'ৰাটিয়েই সুবিখ্যাত মৎস্যৰাজ আৰু ছোৱালীজনীয়েই বেদব্যাসৰ মাতৃ মৎস্যগন্ধা বা সত্যবতী। (মহাভৰতৰ আদি—৬৩ অঃ)

**উপসুন্দ**—এজন মহাপ্ৰতাপী দৈত্য। এওঁৰ পিতৃৰ নাম নিকুম্ভ আৰু জ্যেষ্ঠ ভাতৃৰ নাম সুন্দ। সুন্দ-উপসুন্দই দুৰ্ঘোৰ তপস্যা কৰি ব্ৰহ্মাৰপৰা এই বৰ লয় যে সিহঁতে ইটোৱে-সিটোক নামাৰিলে আন কোনেও সিহঁতক মাৰিব নোৱাৰিব। ভাই-ককাই দুয়োটিৰে

মিলতিভাৱ থকাৰ কাৰণে প্ৰকাৰান্তৰে দুয়ো অমৰ হয় আৰু সেই বলতে দুয়ো লগ লাগি ত্ৰিলোক জয় কৰে। দেৱতা আৰু ঋষি-মুনিসকল ব্ৰহ্মাৰ ওচৰলৈ গৈ এই বিপদৰ প্ৰতিকাৰ বিচাৰিলে। ব্ৰহ্মাই ভাবি-গুণি দুয়ো দৈত্যৰ অমিল ঘটাবৰ অৰ্থে বিশ্বকৰ্ম্মাক এটি অনুপম ৰূপৱতী কন্যা স্ৰজন কৰিবলৈ আদেশ কৰিলে। জগতৰ সমস্ত সুন্দৰ বস্তুৰে তিল তিল পৰিমাণে অংশ আনি দেৱশিল্পীয়ে তিলোত্তমা নামে এটি আলোক-সামান্যা নাৰী স্ৰজন কৰি সুন্দ-উপসুন্দৰ ওচৰলৈ পঠিয়াই দিলে। জগতৰ এই অপূৰ্ব্ব সুন্দৰীৰ একমাত্ৰ অধিকাৰী হ'বলৈ দুই দৈত্যৰ প্ৰত্যেকৰে ইচ্ছা হ'ল। তাকে লৈ দুয়োজনৰে মতান্তৰ ঘটিল আৰু সেয়ে গৈ যুদ্ধৰ কাৰণ হ'ল। তাৰ পিচত দুয়োকো দুয়ে যুদ্ধ কৰি সুন্দ-উপসুন্দ বিনাশ পালে।

( ব্ৰহ্মবৈঃ—মহাভাৰত—আদি, ৰামায়ণ )

**উপেন্দ্ৰ**—কশ্যপৰ ঔৰসত অদিতিৰ গৰ্ভত বিষ্ণু—বামন ৰূপে অৱতাৰ হয়। ইন্দ্ৰৰ—পাছত ওপজা বাবে এওঁক উপেন্দ্ৰ বোলে।

**উমা**—শিৱৰ পত্নী। প্ৰজাপতি দক্ষই পতা শিৱহীন যজ্ঞত পতিনিন্দা শুনি দক্ষকন্যা সতীয়ে দেহত্যাগ কৰি হিমালয়ৰ ঔৰসত মেনকাৰ গৰ্ভত আকৌ জন্মগ্ৰহণ কৰে। তেতিয়া তেওঁৰ নাম পাৰ্ব্বতী হয়। এই জন্মতো পাৰ্ব্বতীয়ে অতি কম বয়সতে শিৱক স্বামীৰূপে পাবলৈ তপস্যা কৰিবলৈ ওলায়। তেতিয়া মেনকা ৰাণীয়ে "উ-মা" অৰ্থাৎ ইমান কম বয়সত এই তপস্যা কৰিব নালাগে—বুলি জীয়েকক হাক দিলে। মাকে "উ-মা" উচ্চাৰণ কৰা কথাষাৰিক লৈয়ে পাচলৈ পাৰ্ব্বতীৰ নাম উমা হ'ল। "উমেতি মাত্ৰা তপসো-নিষিদ্ধা পশ্চাদুমাখ্যাং সুমুখী জগাম"—"কুমাৰ সম্ভৱ," কালিদাস। ( কালিকা পুৰান )

**উৰ্ব্বশী**—এজনী স্বৰ্গৰ অপ্সৰা। এওঁৰ সম্বন্ধে বেদতো উল্লেখ আছে। মূল ঘটনাৰ মিল থাকিলেও উৰ্ব্বশীৰ জন্ম বৃত্তান্ত পদ্মপুৰাণ, বিষ্ণু-ধৰ্ম্মোত্তৰ পুৰাণ আৰু শ্ৰীমদ্ভাগৱতত বেলেগ ভাবে বৰ্ণিত হৈছে।

(১) শ্ৰীমদ্ভাগৱত—নৰনাৰায়ণে বদৰিকাশ্ৰমত দুৰ্ঘোৰ তপস্যা কৰা দেখি ইন্দ্ৰই স্বৰ্গচ্যুতিৰ ভয়ত তপস্যা ভঙ্গ কৰিবলৈ কামদেৱে সৈতে অপ্সৰা কিছুমান পঠিয়াই দিয়ে। নৰনাৰায়ণে তালৈ কেৰাহি নকৰি নিজৰ উৰু ভেদ কৰি এদল পৰমা সুন্দৰী স্ৰজন কৰিলে আৰু তাৰে এজনীক বাছি নিবলৈ দেৱতাবিলাকক আদেশ কৰিলে। দেৱতাই বাছি নিয়া জনীয়েই উৰ্ব্বশী অপ্সৰা। উৰুৰপৰা জন্মা বাবে উৰ্ব্বশী নাম হয়।

(২) বিষ্ণুধৰ্ম্মোত্তৰ—নাৰায়ণ মুনিৰ তপস্যা ভঙ্গৰ কাৰণে ইন্দ্ৰই অপ্সৰা বাহিনী এটি পঠিযায়। মুনিয়ে আমৰ পাতৰ ঠাৰিৰে মাটিত নাৰী মূৰ্ত্তি এটি অঙ্কন কৰি জীৱ সঞ্চাৰ কৰিলত—ইন্দ্ৰই পঠিয়োৱা অপ্সৰা সমূহতকৈ এই নাৰী অধিক মনোজ্ঞা হ'ল। উৰ্ব্বী—অৰ্থাৎ মাটিত আঁকি জন্ম দিয়া বাবে তেওঁৰ নাম উৰ্ব্বশী হয়।

(৩) এসময়ত ধৰ্ম্মপুত্ৰ বিষ্ণুৱে গন্ধমাদন পৰ্ব্বতত তপস্যা কৰিছিল। দেৱৰাজ ইন্দ্ৰই কামদেৱেৰ সৈতে অপ্সৰা কিছুমান পঠিয়াই দিয়ে; কিন্তু কোনো অপ্সৰাই বিষ্ণুৰ ধ্যান ভঙ্গ কৰিব নোৱাৰিলে। তেতিয়া কামদেৱে নিজৰ উৰুৰপৰা উৰ্ব্বশীক সৃষ্টি কৰে। উৰ্ব্বশীৰ কলা-কৌশলত বিষ্ণুৰ ধ্যান ভঙ্গ হোৱা দেখি ইন্দ্ৰ পৰম সন্তুষ্ট হ'ল আৰু তেওঁক স্বৰ্গলৈ নিয়াৰ ইচ্ছা প্ৰকাশ কৰিলে। উৰ্ব্বশীয়ে ইন্দ্ৰৰ ইচ্ছা পূৰণ কৰিবলৈ সম্মত হ'ল। মিত্ৰাবৰুণেও উৰ্ব্বশীক কামনা কৰিলে; কিন্তু উৰ্ব্বশী সম্মত নহ'ল। তেতিয়া অপমানিত বোধ কৰি মিত্ৰাবৰুণে মনুষ্য-ভোগ্যা হ'বলৈ উৰ্ব্বশীক শাপ দিয়ে। এই অভিশাপৰ ফলতে ৰজা পুৰুৰবাৰ পত্নী হৈ উৰ্ব্বশী দীৰ্ঘকাল মৰ্ত্যত থাকিবলগীয়া হয়।

পত্নীত্ব গ্ৰহণ কৰা সময়ত উৰ্ব্বশীয়ে কৈছিল—"মহাৰাজ ছুটি ছাগলী মোৰ বিছনাৰ ওচৰত থাকিব, আপুনি সদায় দিনটোত এসাজি মাত্ৰ ঘৃত ভোজন কৰিব লাগিব, আপুনি কেতিয়াও অকামা পত্নীত উপগত হ'ব নোৱাৰিব আৰু মোক আপোনাৰ উলঙ্গ শৰীৰ নেদেখুৱাব। ইয়াৰ অন্যথা কৰিলেই মই গুচি যাম।" ৰজাই উৰ্ব্বশীৰ আটাই-কেইটা কথাতে সম্মত হৈছিল আৰু ঠিক তেনেদৰে চলিছিল। কিন্তু স্বৰ্গত গন্ধৰ্ব্ববিলাকে উৰ্ব্বশীৰ অভাৱ বৰকৈ অনুভৱ কৰি এদিন বিশ্বাবসু নামে গন্ধৰ্ব্বক বুদ্ধি শিকাই পুৰুৰবাৰ পুৰীলৈ পঠাই দিলে। গন্ধৰ্ব্বই উৰ্ব্বশীৰ ছাগলী পোৱালী ছুটি ৰাতি লৈ যোৱাত পোৱালীৰ বেবণি শুনি উৰ্ব্বশীয়ে চিঞৰ বাথৰ লগালে। উলঙ্গপ্ৰায় হৈ শুই থকা পুৰুৰবাই বস্ত্ৰ সামৰি নলৈ সেই ভাগেই ছাগলী চোৰক খেদি গ'ল। সেই সময়তে গন্ধৰ্ব্ববিলাকে বিজুলী পোহৰ দিয়াত ৰজাৰ উলঙ্গ শৰীৰ উৰ্ব্বশীৰ চকুত পৰিল আৰু পূৰ্ব্বৰ কথা মতে উৰ্ব্বশী শাপমুক্ত হৈ স্বৰ্গলৈ গুচি গ'ল।

বেদৰ মতে—বশিষ্ঠ মুনিৰ মাতৃ উৰ্ব্বশী। অন্যমতে—উৰ্ব্বশীক দেখি মিত্ৰাবৰুণৰ বীৰ্য্যপাত হয়। সেই বীৰ্য্যতে বশিষ্ঠ আৰু অগস্ত্য ছুয়োৰো জন্ম হয়। উৰ্ব্বশী চিৰকালেই ইন্দ্ৰৰ অমোঘ অস্ত্ৰ স্বৰূপ আছিল। তেওঁৰ ৰূপ-যৌৱনৰ অগ্নিত যে কিমান তপস্বীৰ তপস্যা পুৰি ছাই হৈ গৈছে তাৰ সীমা সংখ্যা নাই। কিন্তু তৃতীয় পাণ্ডৱ অৰ্জ্জুন স্বৰ্গলৈ কলা-বিদ্যা শিকিবলৈ যোৱাত প্ৰকৃততে কামাসক্তা হৈ উৰ্ব্বশী অৰ্জ্জুনৰ ওচৰলৈ গৈছিল। অৰ্জ্জুনে তেওঁক কামসঙ্গিনী নকৰি বৰঞ্চ পুৰুবংশৰ জননী বুলি পৰম সম্মান দেখুৱালে। অপৰাজিতা উৰ্ব্বশীৰ ৰূপ-যৌৱন-গৰ্ব্বৰ সেয়ে প্ৰথম আৰু শেষ পৰাজয় ঘটিল। ক্ৰোধান্বিতা স্বৰ্গ-বেশ্যাই এবছৰৰ বাবে অৰ্জ্জুনক নপুংসক হ'বলৈ অভিশাপ দিলে। অৱশ্যে সেই অভিশাপে অজ্ঞাত বাসৰ সময়ত অৰ্জ্জুনক গুণ দিছিল।

(মহাভাৰত—বন—৪৬ অঃ)

**উলুক**—(১) যাৰ কুমন্ত্ৰণাৰ ফলত কুৰুক্ষেত্ৰ যুদ্ধৰ উৎপত্তি হয় আৰু কৌৰব কুল সসৈন্যে মৰে সেই দুৰ্যোধনৰ সঙ্গী আৰু মোমায়েক ধূৰ্ত্ত শকুণিৰে উলুক পুত্ৰ। তেওঁও পিতৃৰ নিচিনাকৈ দুৰ্যোধনৰ আশ্ৰয়তে থাকিব লগা হৈছিল। অজ্ঞাতবাস কৰি পাণ্ডৱ-বিলাক বিৰাট ৰজাৰ ৰাজ্যত প্ৰকাশ হোৱা বুলি শুনি ধৃতৰাষ্ট্ৰই উলুককে দূত স্বৰূপে পাণ্ডৱৰ ওচৰলৈ পঠিয়াইছিল। কুৰুক্ষেত্ৰ যুদ্ধত অষ্টাদশ দিনৰ দিনা যুদ্ধত কৌৰবৰ পক্ষে যুঁজি সহদেৱৰ হাতত উলুকৰ মৃত্যু ঘটে। (মহাঃ—শল্য-২৮ অঃ)

(২) কনাদ মুনিৰ আন এটা নাম উলুক। সেইবাবে কনাদে প্ৰণয়ণ কৰা "বৈশেষিক দৰ্শন"ৰ আন এটা নাম "ঔলুক্য দৰ্শন"। কনাদৰ জন্মকাল—খৃঃ পূঃ ৬০০ বুলি অনুমিত হৈছে।

**উলুপী**—ঐৰাৱত নাগবংশৰ নাগৰাজ কৌৰব্যৰ জীয়েক। দ্ৰৌপদীক যুধিষ্ঠিৰে সৈতে এক গৃহত বাস কৰা দেখাৰ প্ৰায়শ্চিত স্বৰূপে ৰাজ্য এৰি দূৰ দেশান্তৰত ঘূৰি ফুৰা সময়ত অৰ্জ্জুনক ৰূপ-যৌৱনৰ ছলনাৰে আকৰ্ষণ কৰি উলুপীয়ে নাগলোকলৈ লৈ যায়। তাতে অৰ্জ্জুনে তেওঁক বিয়া কৰায়। উলুপী পৰম সুখী হ'ল আৰু অৰ্জ্জুনক "জলজয়ী" হ'বলৈ বৰ দিলে। এই বিয়াৰ ফলত উলুপীৰ ইৰাবান নামেৰে এটি পুত্ৰৰ জন্ম হ'ল। অৰ্জ্জুন স্বদেশলৈ অহাত পুত্ৰৰে সৈতে উলুপী নাগলোকতে থাকিল। কুৰুক্ষেত্ৰ যুদ্ধৰ পাচত নিজ ৰাজ্যত অধিষ্ঠিত হৈ যুধিষ্ঠীৰ ৰজাই যি যজ্ঞ কৰে তাৰ ঘোঁৰা লৈ ফুৰোঁতে মণিপুৰ ৰাজকন্যা চিত্ৰাঙ্গদাৰ গৰ্ভত ওপজা নিজ পুত্ৰ বভ্ৰুবাহনৰ হাতত অৰ্জ্জুনৰ মৃত্যু হয়। উলুপীয়ে নাগলোকৰ পৰা মৃতসঞ্জিৱনী আনি অৰ্জ্জুনক জীয়ায়।

(মহাভাৰত—আদি—২১৫ অঃ)

**উশীনৰ**—যদুবংশীয় এজন ৰজা। এওঁৰ পিতৃৰ নাম মহামনা আৰু পুত্ৰৰ নাম শিবি। উশীনৰ পৰম ধাৰ্ম্মিক আৰু যাগ-যজ্ঞ আদি ধৰ্ম্মানুষ্ঠানকাৰী ৰজা আছিল। এওঁৰ ধৰ্ম্মবল পৰীক্ষা

কৰিবলৈ এদিন ইন্দ্ৰই শেন (বাজপক্ষী) আৰু অগ্নিয়ে কপোত (কপৌ) পক্ষীৰ ৰূপ ধাৰণ কৰিলে। শেনটোৱে খেদি অনাত কপৌটি ৰজাৰ উৰুত পৰি আশ্ৰয় ভিক্ষা কৰিলে। নিজৰ ভক্ষ্য কপৌটিক শেনে প্ৰাৰ্থনা কৰাত ৰজাই আশ্ৰিতক ত্যাগ কৰিবলৈ অসম্মত হৈ তাৰ সলনি শেনক অন্য ভক্ষ প্ৰৰ্থানা কৰিবলৈ ক'লে। তেতিয়া শেনে কপৌৰ পৰিমাণে উৰাতৰ মঙহ ৰজাক নিজ হাতে কাটি দিবলৈ কোৱাত উশীনৰে নিঃশঙ্ক চিত্তে তাকে কৰিলে। গোটেইটো শৰীৰৰ মঙহ কপৌৰ পৰিমাণতে প্ৰায় শেষ হোৱাতো ৰজা নিসঙ্কোচে থকা দেখি ইন্দ্ৰ আৰু অগ্নি আচৰিত হ'ল। আগৰদৰে শৰীৰ কৰি দি তুযোজন দেৱতাই উশীনৰক প্ৰশংসা আৰু আশীৰ্বাদ কৰিলে। (মহাভাতৰ—আদি)

**উষা**—শোণিতপুৰৰ দৈত্যৰজা বাণৰ কন্যা। এওঁৰ শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধৰে সৈতে বিয়া হয়। (অনিৰুদ্ধ চোৱা)

## ঊ

**ঊৰ্ব্ব**—সমুদ্ৰৰ বডবামুখত থকা এজন ঋষি। এওঁ নিজৰ উৰুত অগ্নি-স্থাপন কৰি যজ্ঞ কৰাৰ ফলত এওঁৰ ঔৰ্ব্ব নামে অগ্নিতুল্য তেজস্বী এক পুত্ৰ লাভ হয়। (মহাঃ অনুশাঃ)

**ঊৰ্ম্মিলা**—মিথিলাৰ ৰজা সীৰধ্বজ জনকৰ ঔৰসজাত কন্যা। শ্ৰীৰামচন্দ্ৰৰ ভায়েক লক্ষণেৰ সৈতে এওঁৰ বিয়া হয়। (ৰামায়ণ—অযোধ্যা)

**ঊষা**—বেদত উল্লেখ থকা এগৰাকী দেবী।

## ঋ

**ঋক্ষ**— (১) পুৰু বংশীয় আজমীঢ় ৰজাৰ পুত্ৰ।
(২) পৌৰব বিদূৰথৰ পুত্ৰ।
(৩) পুৰুবংশীয় অৰিহ ৰজাৰ পুত্ৰ।

**ঋচিক**—এজন মুনি। এওঁ ঔৰ্ব্বমুনিৰ পুত্ৰ। গাধিৰজাৰ জীয়েক সত্যৱতী এওঁৰ পত্নী। সত্যৱতীৰ গৰ্ভত ঋচিকৰ জমদগ্নি, শুনঃশেফ, শুনঃপুচ্ছ প্ৰভৃতি পুত্ৰ ওপজে। জমদগ্নিৰ জন্ম অতি ৰহস্যযুক্ত। সত্যৱতীৰ মাতৃ অপুত্ৰকা। শাহুয়েকৰ এই দুৰ্ভাগ্যৰ কথা জানি ঋচিক মুনিয়ে শাহুৱেক পুত্ৰৱতী হোৱাৰ কাৰণে এটি "ব্ৰহ্মচৰু" আৰু লগতে পত্নী সত্যৱতীৰ কাৰণে আন এটি "ব্ৰহ্মচৰু" মন্ত্ৰপূত কৰি অন্তঃপুৰলৈ পঠিয়াই দিলে। ব্যৱহাৰৰ সময়ত কিন্তু চৰু সাল-সলনি হ'ল। ইয়াৰ ফলো তেনেকুৱা হ'ব বুলি শুনি সত্যৱতীৰ মনত মহা চিন্তা হ'ল; কাৰণ ঋষিৰ পুত্ৰ ক্ষাত্ৰধৰ্ম্মী হোৱা নিন্দাৰ কথা। পত্নীৰ চিন্তাৰ কাৰণ জানি ঋচিকে বৰ দিলে—"তোমাৰ পুত্ৰ ব্ৰাহ্মণ হৈয়েই থাকিব, চৰুৰ প্ৰভাৱ নাতিত হে বৰ্ত্তিব।" সেয়েই হ'ল গাধিৰ পুত্ৰ হ'ল বিশ্বামিত্ৰ। তেওঁ ক্ষত্ৰিয় ধৰ্ম্ম ৰাজত্ব এৰি তপস্যাৰ বলত ব্ৰাহ্মণ হ'ল। সত্যৱতীৰ পুত্ৰ জমদগ্নিয়ে ক্ষত্ৰিয়ৰ ধনুৰ্ব্বেদ বিশাৰদ হ'লেও মুনিবৃত্তি কৰিয়েই থাকিল; কিন্তু জমাদগ্নিৰ পুত্ৰ পৰশুৰাম ক্ষত্ৰিয়ৰ মনোবৃত্তিযুক্ত শ্ৰেষ্ঠ ধনুৰ্ব্বেদী বুলি খ্যাত হ'ল।

(মহা—বন—১১৫, স্কান্দ-নাগৰ—১৬৫অ:)

**ঋতধ্বজ**—এজন ৰজা। এওঁ শত্ৰুজিত ৰজাৰ পুত্ৰ। সূৰ্য্যৰপৰা পোৱা কুবল নামে ঘোঁৰা এটি গালব মুনিয়ে ঋতধ্বজক দিয়ে। সেই ঘোঁৰাত উঠি ঋতধ্বজে যজ্ঞবিঘ্নকাৰী দৈত্যবোৰাক বিনাশ কৰি ঋষি মুনিসকলক নিশ্চিন্ত কৰে। গন্ধৰ্ব্ব জীয়াৰী মদালসাক

তালকেতু নামে দৈত্যই অপহৰণ কৰি পাতাললৈ লৈ যায়। ঋতধ্বজে তালকেতুক মাৰি মদালসাক উদ্ধাৰ কৰে আৰু পাতালতে মদালসাৰ লগত ঋতধ্বজৰ বিয়া হয়।

(মাৰ্কণ্ডেয় পুৰাণ)

**ঋতুপৰ্ণ**—অযোধ্যাৰ সূৰ্য্যবংশীয় ৰজা অযুতাশ্বৰ পুত্ৰ। কলিৰ প্ৰভাৱত পুণ্যশ্লোক নলৰজাৰ ৰাজ্য যায় আৰু বনবাসত পত্নীহাৰা হৈ চাৰিওফালে ঘূৰি ফুৰোঁতে বাহুক নাম লৈ ঋতুপৰ্ণ ৰজাৰ ৰথৰ সাৰথি হৈছিল। নলৰ পত্নী দময়ন্তীয়ে স্বামীক বনত বিচাৰি নাপাই বিদৰ্ভ নগৰৰ পিতৃৰ ওচৰলৈ যায় আৰু মিছাকৈ নিজৰ স্বয়ংবৰৰ বাতৰি পিতৃৰ দ্বাৰাই ঘোষণা কৰায়। সেই স্বয়ংবৰলৈ ঋতুপৰ্ণ যাওঁতে নলকো লগত লৈ যায়। নল অশ্ববিদ্যা বিশাৰদ আছিল, ঋতুপৰ্ণই জানিছিল অক্ষবিদ্যা আৰু গণণা বিদ্যা। দুয়োজনে বিদ্যা বিনিময় কৰে। ঋতুপৰ্ণৰ মন্ত্ৰ প্ৰভাৱত নল কলিমুক্ত হয়। আৰু বিদৰ্ভ নগৰত আকৌ দময়ন্তীক পায়। ইয়াৰ পাচত নিজৰ ৰাজ্যও আকৌ লাভ কৰে।

(মহাঃ বন—৭৮অঃ)

**ঋভু**—(১) বৈবস্বত মনুৰ সময়ৰ কিছুমান দেৱতা। শিবৰ প্ৰমথবোৰে দক্ষ প্ৰজাপতিৰ যজ্ঞ নষ্ট কৰা সময়ত ভৃগু মুনিয়ে এওঁলোকক যজ্ঞকুণ্ডৰ পৰা সৃষ্টি কৰি প্ৰমথবোৰৰ লগত যুঁজিবলৈ দিয়ে।

(২) ব্ৰহ্মাৰ মানস পুত্ৰ। পুলস্ত মুনিৰ পুত্ৰ নিদাঘ এওঁৰ শিষ্য।

(৩) ৰজা সুধন্বাৰ শিল্প-কলা বিশাৰদ পুত্ৰসকল।

**ঋষভ**—ভাগৱতত উক্ত ভগৱানৰ দ্বাবিংশ অৱতাৰৰ ভিতৰৰ অষ্টম অৱতাৰ। জম্বু দ্বীপৰ ভাৰত নামে বৰ্ষৰ অধিপতি নাভিৰজাৰ ঔৰসত তেওঁৰ পত্নী মৰুদেবীৰ গৰ্ভত ঋষভদেৱৰ জন্ম। জন্মকালাৰেপৰা তেওঁৰ শৰীৰত ভগবৎ লক্ষণসমূহ প্ৰকাশ পাইছিল। যথা সময়ত ঋষভৰ হাতত ৰাজ্যভাৰ অৰ্পণ কৰি

মৰুদেৱী সহ মহাৰাজ নাভি বদৰিকাশ্ৰমলৈ গ'ল। পত্নীৰ অৰ্থে জয়ন্তী নামে কন্যা এটি দেৱৰাজ ইন্দ্ৰই ঋষভক দান কৰিলে। জয়ন্তীৰ গৰ্ভত ঋষভৰ এশ পুত্ৰ জন্ম হয়। তাৰ ভিতৰত ভৰত নামে পুত্ৰই জ্যেষ্ঠ আৰু যথাসময়ত তেওঁৰ হাততে ৰাজ্যভাৰ শোধাই ঋষভে পৰমহংস ধৰ্ম্ম অৱলম্বনৰ অৰ্থে সংসাৰ ত্যাগ কৰে। পোনতে তেওঁ শয়ন ভোজন আদি সংকোচ কৰি উলঙ্গ হৈ মৌনব্ৰত অৱলম্বন কৰে। তাৰ পিচত 'অজগৰ' ব্ৰত অবলম্বন কৰি এঠাইতে শয়ন ভোজন মল-মূত্ৰ ত্যাগ সকলোকে কৰিব ধৰিলে; কিন্তু আচৰিত কথা এয়ে যে তেওঁৰ মল-মূত্ৰৰ দুৰ্গন্ধ নহৈছিল। অৱশেষত মহাত্মা ঋষভে দেহত্যাগৰ ইচ্ছা কৰি কূটকাচল উপবনলৈ যায় আৰু তাতে বনপোৰা জুইত ভস্মীভূত হয়।

**ঋষ্যশৃঙ্গ**—এজন মুনি। এওঁ কশ্যপবংশীয় বিভাণ্ডক মুনিৰ পুত্ৰ আৰু অযোধ্যাপতি দশৰথৰ শান্তা নামে কন্যাৰ স্বামী। এসময়ত উৰ্ব্বশী নামে অপ্সাৰক দেখি বিভাণ্ডক ঋষিৰ পানীত বীৰ্য্যপাত হয় আৰু সেই বীৰ্য্য পানীৰে সৈতে হৰিণী এজনীয়ে খাই গৰ্ভ ধাৰণ কৰে। যথাসময়ত শৃঙ্গধাৰী মনুষ্য কুমাৰ এটি হৰিণীয়ে জন্ম দিয়ে। ঋষ্যশৃঙ্গ নাম দি পুত্ৰক বিভাণ্ডক মুনিয়ে আশ্ৰমত লালন-পালন আৰু সৰ্ব্ববিদ্যা বিশাৰদ কৰে। কাল ক্ৰমত ঋষ্যশৃঙ্গ শ্ৰেষ্ঠ ব্ৰহ্মচাৰী আৰু অতি তপঃপ্ৰভাৱ-শালী হৈ উঠিল। অযোধ্যাৰ দশৰথ ৰজাৰ বন্ধু অঙ্গদেশৰ অধিপতি লোমপাদৰ ৰাজ্যত একাদিক্ৰমে বাৰ বছৰ বৃষ্টি হোৱা নাছিল। ঋষিকুমাৰ ঋষ্যশৃঙ্গক আনি যজ্ঞ কৰিলে বৰষুণ হব বুলি শুনি ৰজাই মন্ত্ৰনা কৰি বিভাণ্ডক মুনিৰ অনুপস্থিতিত কেইজনীমান যুৱতী বেশ্যা মুনিৰ আশ্ৰমলৈ পঠিয়াই দিলে। যুৱক ঋষ্যশৃঙ্গই আশ্ৰমত কোনোদিনে নেদেখা প্ৰাণী নাৰী-মূৰ্ত্তি দেখি আচৰিত হল আৰু সিহঁতৰ মধুৰ চলনাত আকৰ্ষিত

হৈ অঙ্গ দেশলৈ আহিল। ঋষিকুমাৰ উপস্থিত হোৱা মাত্রে অঙ্গৰাজ্য বৰষুণে ভঁহাই দিলে। দশৰথ ৰজাৰ শান্তা নামে কন্যাজনীক পৰম বন্ধু লোমপাদে পালন কৰিছিল। বিভাণ্ডক মুনিৰ কোপৰপৰা ৰক্ষা পোৱাৰ অভিপ্রায়ে দশৰথত অনুমতি লৈ লোমপাদে শান্তাক ঋষ্যশৃঙ্গলৈ বিয়া দিলে। ইয়াৰ পাচত ঋষ্যশৃঙ্গ মুনিক অযোধ্যালৈ নি পুত্রেষ্টি যজ্ঞ কৰাই অপুত্রক দশৰথ ৰজাই ৰামচন্দ্রকে আদি কৰি চাৰিপুত্র লাভ কৰে।

(ৰামায়ণ—আদি)

## এ

**একদন্ত**—বিঘ্নৰাজ গণেশৰ অন্য নাম। গণেশ এদঁতীয়া। তেওঁৰ দাঁত এটা হোৱাৰ তিনটি আখ্যান উল্লেখ দেখা যায়।

(১) পৰশুৰামেৰ সৈতে যুদ্ধ কৰোঁতে ৰামৰ কুঠাৰৰ আঘাতত গণেশৰ দাঁত এটা ভাঙ্গে। (২) লঙ্কেশ্বৰ ৰাবনৰ পাশা খেলাৰ "পাশতিৰ" আৱশ্যক হোৱাত গণেশৰ দাঁত এটা উভালি নিযে। (৩) ভায়েক কাৰ্ত্তিকে সৈতে ধেমালি কৰোঁতে গণেশৰ দাঁত এটা ভাগি যায়।

**একলব্য**—ব্যাধৰজা হিৰণ্যধনুৰ পুত্র। হীন জাতি বুলি দ্রোনাচাৰ্য্যই এওঁক ধনুৰ্ব্বেদ নিশিকোৱাত অৰণ্যৰ মাজত দ্রোণাচাৰ্য্যৰ মূৰ্ত্তি স্থাপন কৰি একলব্যই তপস্যাৰ প্রভাৱত নিজেই ধনুৰ্ব্বেদ শিকিবলৈ ধৰিলে। সেইদৰে একলব্যই ধনুৰ্ব্বেদৰ বহু পৰিমান জ্ঞানৰ অধিকাৰী হ'ল। এই সময়তে অৰ্জ্জুন প্রভৃতি শিষ্য সকলক লগত লৈ দ্রোনাচাৰ্য্য মৃগয়া কৰিবলৈ সেই অৰণ্যৰ মাজত সোমাল আৰু পশু বিচাৰি আনিবলৈ কুকুৰ মেলি দিলে। গভীৰ অৰণ্যৰ মাজত ডঢ়ি-চুলিয়ে ভৰকাৰ্ এক-

লব্যক দেখি কুকুৰে ভুঁকিব ধৰাত, তপস্যাৰ বিঘ্ন হোৱাৰ কাৰণে সাত পাত ক্ষুদ্র শৰেৰে একলব্যই কুকুৰৰ মুখত সিয়নি মাৰি থ'লে। সেইদৰে গৈ কুকুৰ আটাইৰে মাজত ওলাল। সকলোৱে আচৰিত হৈ বিচাৰি বিচাৰি একলব্যক উলিয়ালে আৰু তেওঁৰ সাধনাৰ সকলো ইতিহাস শুনি আটায়ে আশ্চৰ্য্য মানিলে। সৰ্ব্বশ্ৰেষ্ঠ বীৰ হোৱা অৰ্জ্জুনৰ যেনে ইচ্ছা দ্ৰোণৰো তেনেকৈ অৰ্জ্জুনকে শ্ৰেষ্ঠ বীৰ কৰা অভিলাষ ; কিন্তু একলব্যক অৰ্জ্জুনতকৈও ধনুৰ্ব্বেদৰ শ্ৰেষ্ঠ জ্ঞানী হোৱা দেখি দুয়োজনেই ক্ষুন্ন হ'ল। ইয়াৰ প্ৰতিবিধানৰ অৰ্থে দ্ৰোণে গুৰুদক্ষিণা স্বৰূপে একলব্যৰ ধনুটঙ্কাৰ কৰা বুঢ়া আঙ্গুলিটো ভিক্ষা কৰিলে। তেওঁ অসঙ্কোচে নিজ হাতে নিজৰ বুঢ়া আঙ্গুলিটো কাটি দি গুৰু ভক্তিৰ শ্ৰেষ্ঠ আদৰ্শ জগতত স্থাপন কৰিলে।

(মহা: আদি—১৩৪অ:)

**একেক্ষণ**—ভগবান বামণদেৱে দৈতৰাজ বলিক ছল কৰিবলৈ বুলি মাত্ৰ তিনিপাদ ভূমি দান খুজিলে। দৈত্যগুৰু শুক্ৰাচাৰ্য্যই বামনৰ চক্ৰান্ত বুজি পাই বলিক প্ৰতিশ্ৰুত হবলৈ হাক দিলে। দানৰ ক্ষুদ্ৰতালৈ চাই বলিয়ে গুৰুৰ কথালৈ বৰ কাণ নিদি বামনক তিনিপাদ ভূমি উছৰ্গা কৰিবলৈ ওলাল। তিল কুশৰ লগত পানী নাথাকিলে উছৰ্গা কাৰ্য্য সিদ্ধ নহয়। উছৰ্গাৰ সময়ত তিল কুশৰ লগত যাতে পানী লগ নালাগে সেইবাবে শুক্ৰাচাৰ্য্যই পানীৰ পাত্ৰৰ মুখৰ ঢাকনি হৈ থাকিল। উছৰ্গা সময়ত পানী নোলোৱা দেখি বামনে ৰহস্য বুজি পালে আৰু পানী ওলোৱা বিন্ধা মুকলি কৰিবৰ ছলেৰে কুশৰ গুৰিৰে পাত্ৰৰ মুখ খুঁচিয়াই দিলে। সেই খোঁচনিতে শুক্ৰাচাৰ্য্যৰ চকু এটা কণা হ'ল। ঈক্ষণ শব্দৰ অৰ্থ চকু। সেইবাবে শুক্ৰাচাৰ্য্যৰ নাম ( এক + ঈক্ষণ ) একেক্ষণ অৰ্থাৎ "কণাশুক্ৰ" হল।

(শ্ৰীমদ্ভাগৱত—বামণ পুৰাণ)



**ঐতৰেয়**—এজন মুনি। এওঁ ঋগ্বেদৰ ঐতৰেয় শাখা প্ৰবৰ্ত্তক। এওঁৰ মাতৃৰ নাম "ইতৰা" আছিল সেইবাবে তেওঁক "ঐতৰেয়' বোলে। ঐতৰেয়ৰ অন্য নাম মহিদাস। ইতৰা আৰু মহিদাসক অন্য সপত্নী আৰু সপত্নী পুত্ৰ বোৰত কৈ স্বামীয়ে অবজ্ঞা কৰিছিল। কোনো এক যজ্ঞ সভাত মহিদাসৰ পিতৃয়ে অন্যবোৰ সপত্নী ভাতৃক আদৰ কৰা দেখি তেওঁ মাতৃৰ আগত এই অপমানৰ কথা কয়। ইতৰাই কুলদেৱতা ভূমিৰ আগত পুত্ৰৰ দুখ নিবেদন কৰে। ভূমিৰ বৰত মহিদাস সৰ্বশ্ৰেষ্ঠ পণ্ডিত হয়।

**ঐলবিল**—ধনপতি কুবেৰৰ অন্য নাম। এওঁ যক্ষ সকলৰ ৰজা। মাতৃৰ নাম 'ইলাবিল" সেইবাবে ঐলবিল নাম হয়। (ৰামায়ণ)



**ওঘৱতী**—এগৰাকী ধৰ্ম্মপ্ৰাণা নাৰী। এওঁ ওঘবান ৰাজকন্যা। ব্ৰাহ্মণ ৰূপধাৰী ধৰ্ম্মক এওঁ পতিৰ আদেশত নিজৰ আত্মা পৰ্য্যন্ত দান কৰিছিল। ধৰ্ম্ম সন্তুষ্ট হৈ এওঁক সৰ্ব্বলোক হিতকাৰিণী হবলৈ বৰ দিয়ে। সেই বৰৰ প্ৰভাৱত ওঘৱতী নিজৰ আধা শৰীৰেৰে নদীৰূপা হৈ লোকৰ হিত সাধন কৰে।

**ঔৰ্ব্ব**—এজান তপঃপ্ৰভাবশালী মুনি। ক্ষত্ৰিয়বিলাকে এক সময়ত ভৃগুমুনিক অপমান কৰি গৰ্ভৱতী ভৃগুপত্নীৰো গৰ্ভ নষ্ট কৰিবলৈ আয়োজন কৰিছিল। গৰ্ভস্থ সন্তানটি মাতৃৰ উৰু ভেদ কৰি জন্মগ্ৰহণ কৰাৰ বাবে ঔৰ্ব্ব নাম পায়। "ঔৰ্ব্ব" জন্মগ্ৰহণ কৰিয়েই যথা সময়ত পিতৃ-মাতৃৰ অপমানৰ প্ৰতিশোধ লোৱাৰ অৰ্থে তপস্যা কৰিবলৈ গ'ল। তেওঁৰ তপস্যাৰ তেজতে প্ৰাণী কুল বিনাশ

হোৱাৰ উপক্ৰম হোৱা দেখি পিতৃ-পুৰুষসকল নামি আহি ঔৰ্ব্বক ক্ৰোধ ত্যাগ কৰিবলৈ আদেশ কৰিলে। ঔৰ্ব্ব সন্মত হোৱাত পিতৃ-পুৰুষসকলে লোক বিনাশক ক্ৰোধক সমুদ্ৰৰ পানীত নিক্ষেপ কৰিবলৈ কলে। সেই অনুসাৰে ঔৰ্ব্বই নিজৰ ক্ৰোধ সমুদ্ৰত নিক্ষেপ কৰাত অগ্নিসদৃশ ক্ৰোধে ঘোৰাৰ মূৰৰ নিচিনা ৰূপ লৈ নিৰ্ব্বানৰ অৰ্থে মুখেৰে সাগৰৰ পানী খাবলৈ ধৰিলে। ঔৰ্ব্ব-মুনিৰ সেই ক্ৰোধাগ্নিয়েই 'বড়বানল' নামে বিখ্যাত হ'ল।

(মহাভাৰত—আদি ১৭৯ অ:)

# ক

**কংস**—মথুৰা ৰাজ্যৰ ৰজা। এওঁ ভোজবংশীয় উগ্ৰসেন ৰজাৰ পুত্ৰ। উগ্ৰসেন কৃষ্ণৰ মাতৃ দেৱকীৰ খুৰাক। সেই সম্বন্ধত কংস দেৱকীৰ ভায়েক আৰু শ্ৰীকৃষ্ণৰ মোমায়েক। দেৱকীৰ অষ্টম গৰ্ভৰ সন্তানে কংসৰ প্ৰাণ বধিব বুলি দৈৱবাণী শুনি, কংস ৰজাই গিৰিয়েক বসুদেৱেৰে সৈতে দেৱকীক ৰাজ-কাৰাগাৰত বন্দী কৰি থৈছিল। সাতবাৰ গৰ্ভৰ সন্তান কংসই নষ্ট কৰাৰ পাছত দোভাগ ৰাতি অতি গোপনে দেৱকীৰ অষ্টম গৰ্ভত শ্ৰীকৃষ্ণৰ জন্ম হয় আৰু দৈৱ সহায়ত ৰাতিৰ ভিতৰতে কৃষ্ণক পলুৱাই নি গোকুলৰ নন্দঘোষৰ গৃহত বসুদেৱে থৈ আহে। তাতে কৃষ্ণ ডাঙৰ দীঘল হয়। নানা প্ৰকাৰ ছল-চক্ৰান্ত কৰি কংসই শিশু কালত কৃষ্ণক মাৰিব নোৱাৰি, শেষ চেষ্টা ধনুৰ্যজ্ঞ পাতি তালৈ কৃষ্ণ আৰু বলদেৱক নিমন্ত্ৰণ কৰি আনিবলৈ অক্ৰূৰক গোকুললৈ পঠিয়াই দিলে। যজ্ঞস্থলৰ ক্ৰীড়া কৌতুক হিচাবে কংস-নিযুক্ত মল্ল কিছুমানৰ লগত কৃষ্ণ-বলদেৱে মাল যুঁজিব লগা হ'ল আৰু মল্লবোৰৰ পৰাজয়ৰ আশঙ্কা কৰি কংস নিজে সিহঁতৰ সহায়ৰ অৰ্থে আগবাঢ়ি আহিল। সেই

সুযোগতে কৃষ্ণই কংসক বধ কৰিলে আৰু কংসৰ পিতৃ উগ্ৰসেনক আকৌ মথুৰাৰ ৰজা পাতিলে। (হৰিবংশ)

**কংসাৱতী**—উগ্ৰসেন ৰজাৰ কন্যা। কংসৰজ্জাৰ ভনীয়েক। এওঁ বাসুদেৱৰ সৰু ভায়েক দেৱশ্ৰবাৰ পত্নী।

**ককুৎস্থ**—ত্ৰেতাযুগৰ সূৰ্য্যবংশীয় এজন ৰজা। এওঁৰ পূৰ্ব্বৰ নাম পুৰঞ্জয় আৰু পিতৃৰ নাম ভগীৰথ। এসময়ত দেৱতাবিলাকে অসুৰৰ দ্বাৰা প্ৰপীড়িত হৈ বিষ্ণুত শৰণ ললে। বিষ্ণুই তেওঁ-লোকক পুৰঞ্জয় ৰজাত আশ্ৰয় লবলৈ পৰামৰ্শ দিলে। ৰজাৰ দিহামতে ইন্দ্ৰই বৃষভ ৰূপ ধৰিলে। সেই বৃষভৰ ককুদ্‌ত (চুত) উঠি ৰজাই অসুৰবোৰক দমালে। সেইবাবে তেওঁৰ নাম "ককুৎস্থ" হ'ল। (শ্ৰীমদ্ভাগৱত: ৯ম)

**কঙ্ক**—(১) পাণ্ডৱসকল অজ্ঞাত বাস কৰা সময়ত যুধিষ্ঠিৰে ব্ৰাহ্মণৰ বেশে "কঙ্ক" নাম লৈ বিবাট ৰজাৰ ওচৰত আছিল।

(মহা: বিৰাট)

(২) ভোজ বংশৰ উগ্ৰসেন ৰজাৰ পুত্ৰ। কংস ৰজাৰ সহোদৰ ভায়েক। (হৰিবংশ)

**কচ**—এজন ঋষি। এওঁ দেৱগুৰু বৃহস্পতিৰ পুত্ৰ। দৈত্যবিলাকে তেওঁলোকৰ গুৰু শুক্ৰাচাৰ্য্যৰ মৃতসঞ্জিৱনী মন্ত্ৰৰ প্ৰভাৱত সৰ্ব্বদাই পুনৰ্জ্জীৱন লাভ কৰা দেখি দেৱতাবিলাকে বৃহস্পতিৰ পুত্ৰ কচক শুক্ৰাচাৰ্য্যৰ ওচৰত মৃত সঞ্জিৱনী মন্ত্ৰ শিকি আহিবলৈ পঠিয়ালে। শিক্ষাৰ্থীক শিক্ষাদান নকৰা মহা অধৰ্ম্মৰ কথা; সেইবাবে বিৰুদ্ধ পক্ষৰ লোক হলেও শুক্ৰই কচক মৃতসঞ্জিৱনী শিকাব লগীয়াত পৰিল। বিশেষতঃ কচৰ ব্যৱহাৰত শুক্ৰ পৰিয়ালৰ আটায়ে পৰম সন্তুষ্ট হ'ল। শুক্ৰৰ কন্যা দেৱযানী কচৰ ৰূপ-গুণত মুগ্ধা হৈ পৰিল। দৈত্যবোৰে কচৰ উদ্দেশ্য বুজি পাই কেবাবাৰো তেওঁক মাৰি পেলালে; কিন্তু দেৱযানীয়ে পিতৃ শুক্ৰৰ হতুৱাই প্ৰত্যেক বাৰেই কচক পুনৰ্জ্জীৱন দিয়ালে। দৈত্যবোৰ হতাশ নহৈ এদিন

গোপনে কচক পুৰি ছাইবোৰ সুৰাৰ লগত মিহলাই শুক্রমুনিক খুৱালে। যথাসময়ত কচক বিচাৰি নাপাই দেৱযানীয়ে পিতৃক জনালে। শুক্রই সকলো ঘটনা ধ্যানতে জানিলে তেওঁৰ পেটৰ ভিতৰত থকা কচক মৃতসঞ্জিবনী মন্ত্ৰৰ প্ৰয়োগকৌশল শিকালে আৰু নিজৰ পেটতে কচক পুনৰ্জ্জীবিত কৰি পেট ফালি ওলাই আহিবলৈ আদেশ কৰিলে। কচ পেট ফালি ওলোৱাত শুক্রাচাৰ্য্যৰ মৃত্যু হ'ল; কিন্তু কচে মন্ত্র প্ৰয়োগ কৰি গুৰুক জীয়াই তুলিলে। ইয়াৰ পাচত শিক্ষা সাঙ্গ হোৱাত কচ দেৱপুৰীলৈ যাব ওলাল। লাজ নকৰি মুগ্ধা দেৱযানীয়ে কচক স্বামী বৰণ কৰিবলৈ ইচ্ছা কৰিলে; কিন্তু গুৰু কন্যা ভগ্নীৰ সদৃশা বুলি কচ সন্মত নহল। তেতিয়া খং কৰি দেৱযানীয়ে অভিশাপ দিলে—"তোমাৰ শিক্ষা বিফল হওক।" তাৰ উত্তৰত শাপ দি কচে কলে "মন্ত্ৰৰ শক্তি আৰু ফল সৰ্ব্বদাই অমোঘ। মোৰ হাতত ই ফলৱতী নহব পাৰে কিন্তু মই যাক শিকাম তাৰ হাতত মন্ত্ৰৰ ফল নিশ্চয় ধৰিব। কিন্তু তুমি হে কাৰ্য্য-কাৰণ বিবেচনা নকৰি মোক অকাৰণতে শাপগ্ৰস্ত কৰিলা ইয়াৰ ফলত তুমি ব্ৰাহ্মণ স্বামী নাপাবা।" কচ দেৱযানী প্ৰণয়ৰ এয়ে পৰিণতি হ'ল। (মহাভাৰত আদি ৬৬ অ:)

**কণাদ**—এজন ঋষি। এওঁৰ পূৰ্ব্ব নাম উলূক। চাউলৰ কণমাত্ৰ খাই জীৱন ধাৰণ কৰিছিল, সেইবাবে, কণাদ, নাম পায়। কণাদে "বৈশেষিক দৰ্শন" প্ৰণয়ন কৰে। এই দৰ্শনক "ঔলূক্য" দৰ্শনো বোলে।

**কণিক**—ৰজা ধৃতৰাষ্ট্ৰৰ এজন বামুণ মন্ত্ৰী। পাণ্ডৱসকলৰ বিৰুদ্ধে কৌৰৱবিলাকক উত্তেজিত কৰাই আছিল তেওঁৰ প্ৰধান কাৰ্য্য। শত্ৰুক যি কোনো উপায়ে নষ্ট কৰা উচিত—এই বাক্যৰ সমৰ্থনৰ অৰ্থে মুখতে সজা কিছুমান উপাখ্যান ধৃতৰাষ্ট্ৰৰ আগত কণিকে বৰ্ণনা কৰিছিল। (মহাভাৰত—আদি ১৪১অ:)

**কণ্ডু**—এজন মুনি। এওঁ কণ্ডমুনিৰ পুত্ৰ। কণ্ডুমুনিয়ে ব্ৰাহ্মণজনোচিত জপ তপ ত্যাগ কৰি ভালেমান বছৰ ইন্দ্ৰই পঠিওৱা প্ৰম্লোচা নামে অপ্সৰাৰ লগত কাম ভোগত কটাইছিল। এদিন গধূলি সন্ধ্যা কৰিবলৈ তেওঁক আয়োজন কৰা দেখি অপ্সৰাই ঠাট্টা বিদ্ৰূপ কৰাত মুনিৰ চৈতন্য উদয় হ'ল। কণ্ডু তেতিয়াই পুৰুষোত্তম তীৰ্থলৈ যাত্ৰা কৰিলে আৰু তাতে উৰ্দ্ধবাহু হৈ তপস্যা কৰি সিদ্ধি প্ৰাপ্ত হ'ল। (বিষ্ণু পুৰাণ)

**কণ্ব**—এজন মুনি। এওঁৰ পিতৃ পুৰুবংশীয় অপ্ৰতিৰথ। মহাভাৰতৰ মতে কন্বমুনি কশ্যপ মুনিৰ পুত্ৰ। মালিনী নামে নদীৰ পাৰত কণ্বই তেওঁৰ আশ্ৰমখনি মনোৰম কৰি পাতিছিল। মেনকা অপ্সৰাৰ গৰ্ভজাত কন্যা এটিক অৰক্ষিতা অৱস্থাত পাই তেওঁ আশ্ৰমলৈ আনি পালন কৰে। সেই কন্যা কালত শকুন্তলা নামে মহাৰাজ দুষ্মন্তৰ ৰাণী হয়। যজুৰ্ব্বেদৰ "কাণ্ব" নামে শাখা কণ্বমুনিয়ে প্ৰণয়ন কৰা। কণ্বমুনি "কুলপতি" আছিল। যি মুনিয়ে দহ হাজাৰ মুনিপুত্ৰক আশ্ৰমত ৰাখি খুৱাই-ধুৱাই বিদ্যাদান কৰে তেওঁক "কুলপতি" বোলে। (মহাঃ আদি ৭০)

**কতি**—এজন ঋষি। এওঁৰ পিতৃৰ নাম বিশ্বামিত্ৰ, মাতৃৰ নাম শালাৱতী। কতি ঋষিয়েই কাত্যায়ণ বংশৰ প্ৰতিষ্ঠাতা।

**কদ্ৰু**—দক্ষ প্ৰজাপতিৰ কন্যা। এওঁ কশ্যপ মুনিৰ পত্নী আৰু নাগবোৰৰ মাতৃ। কদ্ৰুৰ ভনীয়েক আৰু সপত্নী বিনতাই এদিন ক'লে ইন্দ্ৰৰ ঘোঁৰা উচ্চৈশ্ৰৱাৰ নেজ বগা বুলি, কদ্ৰুই ক'লা বুলি জনালে। যাৰে ঘাটি হয় সেয়ে আনজনীৰ বেটী হব লাগিব বুলি তেওঁলোকে কথা বান্ধিলে ইয়াৰ পিছত কদ্ৰুই নিজৰ ভুল বুজি পাই পুত্ৰ নাগবোৰক ভিতৰুৱাকৈ ইয়াৰ প্ৰতিকাৰ কৰিবলৈ কলে। মাকৰ কথামতে নাগ কিছুমান উচ্চৈশ্ৰৱাৰ নেজত মেৰাই থাকিল। দূৰৈৰে যোৱা উচ্চৈশ্ৰৱাৰ নাগে মেৰাই থোৱা ক'লা নেজ দেখুৱাই কদ্ৰুই বিনতাক বেটী কৰি ললে। (মহাভাৰত আদি ২০ অঃ)

**কন্দৰ্প**—এওঁ ব্ৰহ্মাৰ মানস পুত্ৰ। 'কাম' ৰূপে এওঁ সকল জীৱৰে ওপৰত নিজৰ প্ৰভাৱ বিস্তাৰ কৰে। দক্ষযজ্ঞত পতি নিন্দা শুনি শিৱ-পত্নী সতীয়ে দেহত্যাগ কৰাত মহাদেৱে তপস্যা কৰিব ধৰিলে। মহাদেৱৰ তপস্যা ভঙ্গ কৰি পাৰ্ব্বতীৰ লগত মিলন কৰিবলৈ দেৱগণৰ অনুৰোধত কন্দৰ্প শিৱৰ ওচৰলৈ গ'ল; কিন্তু মহাদেৱে কোপ কৰি চোৱা মাত্ৰে ভস্মীভূত হৈ গ'ল। জগতত হাহাকাৰ লাগিল। কন্দৰ্প অশৰীৰী হৈয়ো জীৱৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব পাৰিব বুলি দেৱতাসকলৰ অনুৰোধত শিৱে বৰ দিলে। কন্দৰ্পৰ পতিহীনা পত্নী ৰতিৰ স্তৱ-স্তুতিত সন্তুষ্ট হৈ শিৱে বৰ দিলে দ্বাপৰ যুগত শ্ৰীকৃষ্ণৰ ঔৰসত তেওঁৰ পত্নী ৰুক্মিণীৰ গৰ্ভত কন্দৰ্পই পুনৰাই জন্ম গ্ৰহণ কৰিব বুলি। সেই বৰ অনুসৰি কন্দৰ্পই জন্ম গ্ৰহণ কৰে। তেতিয়া তেওঁৰ নাম, প্ৰদ্যুম্ন, আৰু ৰতিৰ নাম, মায়াৱতী, হয়। (হৰিবংশ)

**কন্দলী**—দুৰ্ব্বাসা মুনিৰ পত্নী। এওঁ ঔৰ্ব্বমুনিৰ ঔৰসত ওপজা কন্যা। কন্দলী পৰম ৰূপৱতী কিন্তু অতিশয় দন্দুৰী ছোৱালী আছিল। এশ অপৰাধ ক্ষমা কৰিবলৈ অনুৰোধ কৰি ঔৰ্ব্বমুনিয়ে জীয়েকক দুৰ্ব্বাসা মুনিলৈ বিয়া দিয়ে। কিন্তু স্বভাৱৰ গুণত অলপ দিনৰ ভিতৰতে অপৰাধৰ সংখ্যা এশ পাৰ হৈ যোৱাত দুৰ্ব্বাসাই কন্দলীক শপি ভস্ম কৰি পেলালে। তাৰ পিচত বিষ্ণুৰ কৃপাত কন্দলী কল গছ হৈ ওপজে। জীয়েকৰ এই দুঃসংবাদ পাই ঔৰ্ব্বমুনিয়ে দুৰ্ব্বাসাক পৰাভৱ আৰু লঘু লাঞ্ছনা হবলৈ শাপ দিলে। তাৰ ফলতে দুৰ্ব্বাসা মুনিৰ মহাৰাজ অম্বৰীষৰ হাতত পৰাজয় ঘটে। (ব্ৰহ্মবৈঃ পুৰাণ)

**কপিল**—এজন সিদ্ধমুনি। এওঁ ভগৱানৰ পঞ্চম অৱতাৰ বুলি প্ৰসিদ্ধ। কৰ্দ্দম প্ৰজাপতিৰ ঔৰসত দেৱহুতিৰ গৰ্ভত এওঁৰ জন্ম। দেৱৰাজ ইন্দ্ৰই সগৰ ৰজাৰ যজ্ঞৰ ঘোঁৰা চুৰি কৰি নি এওঁৰ আশ্ৰমত বান্ধি থৈ দিছিল। ঘোঁৰাৰখীয়াবোৰে ধ্যানমগ্ন কপিলকে চোৰ বুলি

ভাবি লাঞ্ছনা কৰিলে। কপিলৰ কোপত সগৰ ৰজাৰ ষাঠি হাজাৰ পুত্ৰ ভষ্মীভূত হ'ল। সগৰ ৰজাৰ নাতিয়েক অংশুমানে মুনিক সন্তুষ্ট কৰি সেই ষাঠি হাজাৰ ৰাজপুত্ৰক পুনৰুজ্জীবিত কৰে।

সুপ্ৰসিদ্ধ 'সাংখ্যদৰ্শন' কপিল মুনিয়েই প্ৰণয়ণ কৰা। এই দৰ্শনে ঈশ্বৰ অস্তিত্বৰ প্ৰমাণ নাই বুলি ডাঠি কৈছে। কিন্তু নিৰীশ্বৰ বাদী হলেও দাৰ্শনিক যুক্তিৰ মহিমাৰ ফালেৰে সাংখ্য দৰ্শনৰ ঠাই সকল দৰ্শনৰ ওপৰত বুলি আটায়ে সমৰ্থন কৰে।

**কপিলা**—দক্ষপ্ৰজাপতিৰ কন্যা, কশ্যপ মুনিৰ পত্নী। ৰম্ভা প্ৰভৃতি অপ্সৰা, হাহা-হুহু প্ৰভৃতি গন্ধৰ্ব্ব আৰু জগতৰ সমস্ত গো জাতি কপিলাৰ পৰাযে ওপজে। (কালিকা পুৰাণ)

**কবন্ধ**—এজন ৰাক্ষস। ই ইতিপূৰ্বে দৈত্য আছিল; আৰু ৰাক্ষস বেশে ঋষি-মুনি সকলক অত্যাচাৰ কৰি ফুৰিছিল। এদিন স্থুলশিৰা নামে মুনি এজনৰ ফলমূল কাঢ়ি নি তেওঁক অত্যাচাৰ কৰাত মুনিৰ শাপত দৈত্য গুছি ৰাক্ষস হয়। তপস্যাৰে ব্ৰহ্মাক সন্তুষ্ট কৰি সি দীৰ্ঘায়ু হয় আৰু উপযাচি গৈ ইন্দ্ৰৰে সৈতে যুদ্ধ দিয়ে। ইন্দ্ৰই কৱন্ধক গল মূৰ নোহোৱা কৰি এক যোজন দীঘল হাত আৰু পেটতে দাঁতে সৈতে মুখ কৰি দিযে। এইদৰে সি দণ্ডকাৰণ্যত থাকি একযোজন নিলগৰে পৰা জীৱজন্তু ধৰি আনি খাইছিল। ৰাম লক্ষ্মণে সীতাক বিচাৰি ফুঁৰোতে কৱন্ধই তেওঁ-লোককো ধৰি পেলাইছিল। তেওঁলোকে হাত দুখন কাটি দিয়াত কৱন্ধ শাপমুক্ত হয। কিস্কিন্ধ্যাৰ যুৱৰাজ সুগ্ৰীৱৰ সহায়তে সীতাৰ সংবাদ পাব বুলি কৱন্ধয়ে ৰাম লক্ষ্মণক খবৰ দিয়ে। এই এই উপকাৰৰ সলনি ৰাম-লক্ষ্মণে কৱন্ধৰ মৃতদেহৰ অগ্নিসংস্কাৰ কৰিলে। (ৰামায়ণ—অৰণ্য)

**কৰন্ধম**—ইক্ষাকু বংশীয় খনীনেত্ৰ নামে ৰজাৰ পুত্ৰ। এওঁ নানাগুণে বিভূষিত প্ৰজাহিতৈষী ৰজা হলেও দৈব বশতঃ ৰাজ ভাণ্ডাৰ অৰ্থশূন্য হয়। সেইবাৰে শত্ৰুই আক্ৰমণ কৰে। একো উপায়

নেদেখি দুই হাতৰ আঁজলিত মুখ লগাই বিকট শব্দ কৰে। সেই শব্দ শুনি শত্ৰু পলাই ফাট মাৰে। আগেয়ে তেওঁৰ নাম সুবৰ্চা আছিল, এই ঘটনাৰ পৰা "কৰন্ধম" হয়।

**কৰ্কোটক**—এজন নাগ। কদ্ৰুৰ গৰ্ভত কশ্যপ মুনিৰ ঔৰসত এওঁৰ জন্ম। নাৰদ মুনিৰ শাপত এওঁ লৰিব-চৰিব নোৱাৰি অগ্নিত পুৰি মৰিব ধৰিছিল। কলিপীড়িত নলৰজাই তেওঁক অগ্নিৰপৰা উদ্ধাৰ কৰে। সেই আপাহতে কৰ্কোটকে দংশন কৰাত বিষৰ জ্বালাত নলৰ শৰীৰৰপৰা কলিৰ প্ৰভাৱ গুছে। কৰ্কোটকৰ দিহামতেই নলে ঋতুপৰ্ণ ৰজাৰ আশ্ৰয় লয়গৈ। (মহাঃ বন)

**কৰ্ণ**—পাণ্ডৱসকলৰ জননী কুন্তীদেৱীৰ আবিয়ৈ কালত সূৰ্য্যৰ ঔৰসত ওপজা পুত্ৰ। এওঁ কুণ্ডল আৰু কবচে সৈতে জন্মগ্ৰহণ কৰিছিল। কুন্তীয়ে লাজতে পুত্ৰটিক জঁপাত ভৰাই নদীত ভঁহাই দিয়ে। অধিৰথ নামে "সুত" অৰ্থাৎ সাৰথি ব্যৱসায়ী মানুহ এজনে পাই ল'ৰাটিক তেওঁৰ পত্নী ৰাধাক পালন কৰিবলৈ দিয়ে। ৰাধাই ল'ৰাটিৰ নাম "বসুসেন" থয় কিন্তু কুণ্ডল শোভিত কাণে সৈতে ওপজাৰ বাবে "কৰ্ণ" নামে বিখ্যাত হয়।

উপযুক্ত বয়সত কৰ্ণ পাণ্ডৱ আৰু কৌৰৱ সকলে সৈতে হস্তিনাত দ্ৰোণাচাৰ্য্যৰ ওচৰত ধনুৰ্ব্বেদ শিকে। কৌৰৱবিলাকতকৈ পাণ্ডৱবিলাক, বিশেষ কৰি অৰ্জ্জুন ধনুৰ্ব্বেদত মহাজ্ঞানী হৈ উঠে। কৰ্ণ সকলোপ্ৰকাৰে অৰ্জ্জুনৰ সমকক্ষ আৰু প্ৰতিদ্বন্দী বীৰ আছিল। সেইবাবে পাণ্ডৱৰপ্ৰতি হিংসাপৰায়ণ কৌৰৱ শ্ৰেষ্ঠ দুৰ্যোধনে কৰ্ণক অঙ্গৰাজ্য প্ৰদান কৰি আপোনাৰ কৰি লয়। চিত্ৰাঙ্গদ ৰাজ-কুমাৰীক হৰণ কৰিবৰ সময়ত কৰ্ণই দুৰ্যোধনক সহায় কৰে। সেই সময়ত জৰাসন্ধ ৰজাৰ লগত কৰ্ণই যুদ্ধ কৰিবলগীয়াত পৰে আৰু জৰাসন্ধ কৰ্ণৰ বীৰত্বত সন্তুষ্ট হৈ নিজ ৰাজ্যৰ "মালিনী-নগৰ" নামে এটা অংশ কৰ্ণক দান কৰে।

দ্ৰোণাচাৰ্য্যই ব্ৰহ্মঅস্ত্ৰ শিক্ষা নিদিয়াই কৰ্ণ ক্ষত্ৰিয় হৈয়ো

ক্ষত্ৰিয়ৰ যম পৰশুৰামক বামুণ বুলি পৰিচয় দি অস্ত্ৰশিক্ষা কৰে। সেই সময়তে সাগৰৰ পাৰত অস্ত্ৰচালনাৰ অভ্যাস কৰোঁতে বামুণ এজনৰ গাই এটিত অস্ত্ৰ পৰে। সেই অপৰাধত—"মৃত্যুকালত ৰথৰ চকা মাটিত পোতা যাব—" বুলি কৰ্ণক বামুণে অভিশাপ দিয়ে। তাৰ পিছতে পৰশুৰামেও কৰ্ণৰ প্ৰকৃত জাতিৰ পৰিচয় পাই—"মৰণ কালত ব্ৰহ্মঅস্ত্ৰৰ প্ৰয়োগ কৌশল পাহৰি যাবলৈ"অভিশাপ দিয়ে।

কৰ্ণৰ অৰ্জ্জুনেৰে সৈতে প্ৰতিদ্বন্দিতা থিতাপি হয় দ্ৰৌপদীৰ স্বয়ংবৰৰ সময়ত। স্বয়ংবৰ সভালৈ কৰ্ণও গৈছিল ; কিন্তু লক্ষ্যভেদ কৰিবৰ সময়ত "লক্ষ্যভেদ কৰিলেও সুতৰ পুত্ৰক বিয়া নকৰাব" বুলি দ্ৰৌপদীয়ে জনালে। বিষম অপমান পাই কৰ্ণই স্বয়ংবৰ সভা ত্যাগ কৰিবলগীয়া হয়। কিন্তু সেই গৰ্বিতা দ্ৰৌপদীকে প্ৰতিষ্ঠাহীন অৰ্জ্জুনে লক্ষ্যভেদ কৰি লাভ কৰাত দ্ৰৌপদীযুক্ত অৰ্জ্জুনৰ প্ৰতি কৰ্ণৰ আক্ৰোশ বেচি হ'ল। সেইবাবেই কুৰুক্ষেত্ৰ যুদ্ধৰ আৰম্ভণীতে পাণ্ডৱমাতৃ আৰু কৰ্ণৰ প্ৰকৃত জননী কুন্তীদেৱীয়ে যেতিয়া কৰ্ণৰ জন্ম বৃত্তান্ত কৈ পাণ্ডৱৰ বিপক্ষে তেওঁক যুঁজিবলৈ হাক দিলে তেতিয়া কৰ্ণই অৰ্জ্জুনত বাহিৰে বাকী চাৰি পাণ্ডৱৰ প্ৰাণহানি নকৰিব বুলি কুন্তীক প্ৰতিশ্ৰুতি দিছিল।

কৰ্ণ দৃঢ়প্ৰতিজ্ঞ আৰু অসাধাৰণ দাতা আছিল। দেৱৰাজ ইন্দ্ৰই অৰ্জ্জুনৰ উপকাৰৰ অৰ্থে বামুণবেশে আহি কৰ্ণই ওপজাতে পোৱা কুণ্ডল আৰু কবচ খুজি নিছিল। এসময়ত শ্ৰীকৃষ্ণই বামুণবেশে আহি কৰ্ণৰ পুত্ৰ বৃষকেতুৰ মাংস ভোজন কৰিবলৈ প্ৰাৰ্থনা জনাইছিল। কৰ্ণই অকুণ্ঠিত চিত্তে বামুণৰ প্ৰাৰ্থনা পূৰণ কৰাত কৃষ্ণ সন্তুষ্ট হ'ল আৰু বৃষকেতুক জীয়াই দি কৰ্ণক অদ্বিতীয় দাতা বুলি প্ৰশংসা কৰিলে।

কুৰুক্ষেত্ৰৰ যুদ্ধত ভীষ্মই কৰ্ণক অৰ্দ্ধৰথী বোলাৰ কাৰণে ভীষ্ম

সেনাপতি থকাত কর্ণই প্রতিজ্ঞা কৰি অস্ত্ৰ ধৰা নাছিল। যুদ্ধৰ তেৰদিনৰ দিনা অন্যায় যুদ্ধ কৰি অভিমন্যুক বধ কৰোঁতা সাতজন ৰথাৰ ভিতৰত কর্ণও আছিল। যুদ্ধৰ ষোল দিনৰ দিনা কর্ণ কুৰু সৈন্যৰ প্ৰধান সেনাপতি হয়। অৰ্জ্জুনক বধ কৰিবলৈ সাঁচি থোৱা শক্তিপাত ভীমৰ পুত্ৰ ঘটোৎকচক মৰাতে খৰচ কৰাৰ কাৰণে যুদ্ধৰ সোতৰ দিনৰ দিনা অৰ্জ্জুনৰ শৰত মহাবীৰ অদ্বিতীয় দাতা সুদৃঢ়প্ৰতিজ্ঞ কর্ণৰ মৃত্যু হয়।

( মহাভাঃ আদি ৬৩, বন ৩০৫, শান্তি ১ অঃ )

**কৰ্দম**—এজন প্ৰজাপতি। এওঁ স্বায়ম্ভুব মনুৰ কন্যা দেৱহূতিক পত্নী ৰূপে গ্ৰহণ কৰে। দেৱহূতিৰ গৰ্ভত কপিলৰূপে স্বয়ং ভগৱান অৱতীৰ্ণ হয়। অৰুন্ধতী, শান্তি কলাপ্ৰভৃতি ন জনী কন্যাৰো কৰ্দ্দমৰ ঔৰসত দেৱহূতিৰ গৰ্ভত জন্ম হয়। ( হৰিবংশ-বিষ্ণুপুৰাণ )

**কলা**—ব্ৰহ্মাৰ পুত্ৰ মৰীচিৰ পত্নী। এওঁৰ পিতৃ কৰ্দম প্ৰজাপতি, মাতৃ মনু কন্যা দেৱহূতি। কলা সুপ্ৰসিদ্ধ কশ্যপ মুনিৰ জননী।

( বিষ্ণুপুৰাণ )

**কলি**—কলিযুগৰ অধিষ্ঠাতা দেৱতা। ক্ৰোধে নিজৰ ভনীয়েক হিংসাৰ গৰ্ভত কলিক জন্ম দিয়ে। কলিয়ে আকৌ নিজৰ ভনীয়েক দুৰুক্তিক বিয়া কৰায়। এওঁলোকৰপৰা ওপজা পুত্ৰৰ নাম 'ভয়', কন্যাৰ নাম 'মৃত্যু'। কলিৰ অধিকাৰ কালৰ পৰিমাণ ৪৩২ হাজাৰ বছৰ। পণ্ডিতসকলে অনুমান কৰে, খৃষ্টৰ তিনি হাজাৰ বছৰ আগতে কলিকাল আৰম্ভ হৈ প্ৰায় পাঁচ হাজাৰ বছৰ কাল কলিৰ ভোগ চলিছে। আৰু ৪২৭ হাজাৰ বছৰ কাল কলিৰ ভোগ চলিব। কলিৰ শেষত ধৰ্ম্মাধৰ্ম্ম লোপ পাই সকলো একাকাৰ হব। তেতিয়া ভগৱান বিষ্ণু কল্কিৰূপে অৱতাৰ হৈ দুষ্কৃতক দমাই আকৌ সত্যযুগৰ আৰম্ভণ কৰিব। ( কল্কিপুৰাণ—১ম অঃ )

**কলিঙ্গ**—এজন ৰজা। বলি ৰজাৰ পত্নীৰ গৰ্ভত দীৰ্ঘতমা ঋষিৰ

ঔৰসত এওঁৰ জন্ম হয়। এওঁৰ নাম অনুসৰি শাসন কৰা ৰাজ্যৰ নামো কলিঙ্গ হয়। ( মহাভাৰত—আদি )

**কল্কি**—বিষ্ণুৰ দশম অৱতাৰ। ভাগৱতৰ মতে কল্কি বিষ্ণুৰ দ্বাবিংশ অৱতাৰ। কলিৰ শেষত সম্ভল নামে গাৱঁত বিষ্ণুযশা নামে বামুণ এজনৰ ঘৰত এওঁ জন্মগ্ৰহণ কৰি ভাৰ্গৱৰ নিখিল শাস্ত্ৰ শিক্ষা কৰিব। তেওঁ মহাদেৱৰ পৰা সৰ্ব্বগামী ঘোঁৰা এটা আৰু সৰ্ব্বজ্ঞ শুকপক্ষী এটি লাভ কৰি সেই ঘোঁৰাত উঠি দেৱদত্ত অসিৰে ম্লেচ্ছবোৰক কাটি নিৰ্ম্মূল কৰিব। তাৰপিচত অশ্বমেধ যজ্ঞ কৰি দক্ষিণাস্বৰূপে সমস্ত পৃথিৱী বামুণক দান কৰাৰ পাচত মহাপ্ৰলয় হ'ব আৰু কল্কিদেৱ অন্তৰ্হিত হোৱাৰ লগে লগে পৃথিৱী লয় পাব। শেষত আকৌ সত্যযুগৰ আৰম্ভণী হ'ব। ( কল্কি পুৰাণ )

**কল্মষপাদ**—এজন সূৰ্য্যবংশীয় ৰজা। এওঁৰ পূৰ্ব্বনাম সৌদাস। ৰজা এদিন মৃগয়া কৰিবলৈ যাওঁতে বাঘৰূপে থকা ৰাক্ষস দুজনৰ এজনক বধ কৰাত আনজনে ৰজাৰ অপকাৰ কৰিবলৈ চেলু বিচাৰি নাপাই বিষদান কৰাৰ সুবিধাৰ অৰ্থে ভেশছন কৰি ৰজাৰ ঘৰত ৰান্ধনি সোমাল। এদিন ৰজাৰ ঘৰত যজ্ঞ কৰি উঠি বশিষ্ঠ মুনিয়ে মাংসেৰে অন্নভোজন কৰিবলৈ ইচ্ছা কৰাত ৰজাই সেই ব্যৱস্থাকে কৰিলে; কিন্তু ৰান্ধনি ৰূপ লৈ থকা ৰাক্ষসে ব্ৰহ্মশাপত ৰজাক নষ্ট কৰাৰ উদ্দেশ্যে মৃগ-মাংসৰ সলনি নৰমাংস ৰান্ধি দিলে। ভোজনৰ সময়ত মুনিয়ে তপোবলতে নৰমাংস বুলি জানি ৰজাক নৰমাংসভোজী ৰাক্ষস হ'বলৈ শাপ দিলে। অদোষত শাপগ্ৰস্ত হৈ ৰজাৰ ক্ৰোধ হ'ল। তেওঁও বশিষ্ঠক শপিবলৈ হাতত পানী ল'লে। ব্ৰাহ্মণক শাপ দিয়া ধৰ্ম্ম বিগৰ্হিত কাৰ্য্য বুলি ৰাণীয়ে হাতৰপৰা পানী পেলাই দিয়াত সেই মন্ত্ৰপূত পানী ৰজাৰ ভৰিত পৰি দুয়োখন ভৰি 'কল্মষ' অৰ্থাৎ কলা পৰিল আৰু সিদিনাৰ পৰা তেওঁৰ আন এটা নাম "কল্মষপাদ" হ'ল।

( হৰিবংশ, মহাভাঃ আদি—১৭৭ স্কন্দপুঃ নাগৰখণ্ড ৫৩ অঃ )

**কশ্যপ**—এজন শ্ৰেষ্ঠ প্ৰজাপতি ঋষি। ব্ৰহ্মাৰ পুত্ৰ মৰীচিৰ ঔৰসত কৰ্দ্দম প্ৰজাপতিৰ কন্যা কলাৰ গৰ্ভত এওঁৰ জন্ম। মতান্তৰে মৰীচিৰ মানস পুত্ৰ বুলিও কোৱা হয়। ব্ৰহ্মবৈবৰ্ত্ত পুৰাণৰ মতে দক্ষ প্ৰজাপতিৰ সাত গৰাকী কন্যা এওঁৰ পত্নী। হৰিবংশ আৰু মাৰ্কণ্ডেয় পুৰাণৰ মতে দক্ষৰ তেৰজনী কন্যা কশ্যপলৈ বিয়া দিয়ে।

কশ্যপ প্ৰজাপতিৰ পত্নীসকলৰ পৰায়ে দেৱতা-দৈত্য, দানৱ, যক্ষ, ৰাক্ষস, গন্ধৰ্ব্ব-কিন্নৰ, নাগ আৰু মানুহকে আদি কৰি পৃথিৱীৰ জীৱজন্তু, কীট-পতঙ্গ, গছ-লতা-তৃণ প্ৰভৃতি সকলোৰে উৎপত্তি হৈছে। ( মহাভাৰত—আদি ৬৬ অঃ )

**কহোড়**—এওঁ ব্ৰহ্মবিদ্ উদ্দালক মুনিৰ শিষ্য আৰু সংহিতাকাৰ অষ্টাবক্ৰ মুনিৰ পিতৃ।

**কাত্যায়ন**—এওঁ মহৰ্ষি গোভিলৰ পুত্ৰ আৰু সুবিখ্যাত স্মৃতিকাৰ। "কৰ্ম্ম প্ৰদীপ" নামক স্মৃতিগ্ৰন্থ এওঁ ৰচনা কৰে।

(২) বিশ্বামিত্ৰ বংশজ সুবিখ্যাত ধৰ্ম্মশাস্ত্ৰপ্ৰণেতা মুনি। "শ্ৰৌতসূত্ৰ", "গৃহ্যসূত্ৰ" কাত্যায়ন মুনিয়ে কৰা সুপ্ৰচলিত সূত্ৰগ্ৰন্থ। গৃহ্যসূত্ৰত—"বাস্তুক্ৰিয়া" আৰু ব্ৰাহ্মণৰ "দশ সংস্কাৰ" সম্বন্ধে লিখা আছে।

**কাত্যয়ণী**—মহা শক্তি দুৰ্গা। ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰে হিমালয়ৰ কাত্যায়ন আশ্ৰমত মহিষাসুৰ বধৰ কাৰণে আহিন মাহৰ কৃষ্ণ চতুৰ্দ্দশী তিথিৰ দিনা এওঁক সৃজন কৰে। মহৰ্ষি কাত্যায়নেই আহিনৰ শুক্লা সপ্তমী, অষ্টমী আৰু নৱমী তিথিত এওঁক প্ৰথমে পূজা কৰে কৰে, সেইবাবে "কাত্যায়নী" নাম হয়।

( মাৰ্কণ্ডেয় পুৰাণ )

**কামধেনু**—সকলো কামনাৰে সিদ্ধিদাত্ৰী এজনী গাভী। দক্ষ প্ৰজাপতিৰ সুৰভি নামে কন্যাক মহামুনি কশ্যপে বিয়া কৰায়। সুৰভিৰ পৰা ৰোহিনী নামে কন্যাৰ উৎপত্তি হয়। ৰোহিনীৰ গৰ্ভত কামধেনুৰ জন্ম। এওঁ সৰ্ব্বসুলক্ষণা আৰু সৰ্ব্বসিদ্ধিদাত্ৰী।

**কামলী**—এওঁ ইক্ষ্বাকুবংশীয় ৰেণু ৰজাৰ কন্যা। সেইবাবে তেওঁৰ আন এটা নাম ৰেণুকা। জমদগ্নি মুনিৰ লগত এওঁৰ বিয়া হয়। ক্ষত্ৰিয় বিনাশকাৰী পৰশুৰাম ৰেণুকাৰ গৰ্ভত্তে ওপজে। পিতৃৰ আদেশত পৰশুৰামে মাতৃ ৰেণুকাৰ শিৰচ্ছেদ কৰিছিল।

( হৰিবংশ ২৭ অঃ )

**কাৰ্তবীৰ্য্য**—এজন ক্ষত্ৰিয় ৰজা। হৈহয় ৰাজ্যৰ মহিষ্মতী নগৰীত তেওঁৰ ৰাজধানী আছিল। তেওঁৰ আচল নাম অৰ্জ্জুন; কিন্তু কৃতবীৰ্য্য ৰজাৰ পুত্ৰ বাবে তেওঁক কাৰ্তবীৰ্য্যাৰ্জ্জুন বোলা হৈছিল। কাৰ্তবীৰ্য্যই শিৱক তুষ্ট কৰি এহেজাৰ হাত আৰু অশেষ শক্তি লাভ কৰে। তাৰফলত কাৰ্তবীৰ্য্য এনে শক্তিশালী হৈ পৰে যে মহাপ্ৰতাপী লঙ্কেশ্বৰ ৰাৱণকো তেওঁ বন্দী কৰি থব পাৰিছিল। কপিলা নামে কামধেনু গাই এজনীৰ কাৰণে তেওঁ জমদগ্নি মুনিক বধ কৰে আৰু মুনি পত্নী ৰেণুকাক একৈশ বাৰ প্ৰহাৰ কৰে। তাৰ প্ৰতিফল স্বৰূপে জমদগ্নিৰ পুত্ৰ পৰশুৰামে অকল কাৰ্তবীৰ্য্যক বধ কৰিয়েই নেৰিলে— মাতৃৰ প্ৰহাৰৰ সংখ্যা অনুসৰি একৈশ বাৰ ক্ষত্ৰিয় জাতিটোক মাৰি কাটি শেষ কৰিলে। ( অৰ্জ্জুন চোৱা )

**কাতিক**—মহাদেৱৰ পুত্ৰ। পাৰ্ব্বতী সৈতে ৰতি ক্ৰিয়া কৰোঁতে মহাদেৱৰ বীৰ্য্য গৈ অগ্নিত পৰে। অগ্নিয়ে বীৰ্য্যভাগ গঙ্গাত পেলায়। গঙ্গাই ধাৰণ কৰিব নোৱাৰি পাৰৰ শৰ বনত ত্যাগ কৰে। তাতে উগ্ৰতেজী এটি পুত্ৰ সন্তান ওপজে। চন্দ্ৰৰ পত্নী কৃত্তিকাই স্তন দি পালন কৰাৰ বাবে সন্তানৰ নাম কাৰ্তিক হয়। এওঁ দেৱতা-সকলৰ সেনাপতি হৈ দেৱদ্বেষী তাৰক অসুৰক বধ কৰে। "স্কন্দ" অৰ্থাৎ স্খলিত ৰেতৰপৰা উৎপত্তি বাবে কাৰ্তিকৰ এটা নাম "স্কন্দ"। ( স্কন্দঃপু, ব্ৰহ্মবৈঃ পুঃ, ৰামায়ণঃ, মহাঃ বন ২২৪ অঃ )

**কালকেতু**—এজন ব্যাধ। তেওঁ নীলাম্বৰ নামে ইন্দ্ৰৰ পুত্ৰ আছিল। শিৱৰ শাপত নীলাম্বৰ-ধৰ্ম্মকেতু নামে ব্যাধৰ ঔৰসত মানুহ ৰূপে জন্মগ্ৰহণ কৰে।

**কালকেয়**—(১) এদল দানব। ইহঁত মহামুনি কশ্যপৰ ঔৰসত তেওঁৰ পত্নী "কালা"ৰ গৰ্ভত ওপজে। কালাই তপস্যা কৰি কালকেয়বোৰক ব্ৰহ্মাৰপৰা বৰ লৈ দেৱতা, ৰাক্ষস আৰু পন্নগৰ অবধ্য কৰি দিয়ে। ইহঁত হিৰণ্যপুৰ নামে ঠাইত বাস কৰি সকলোকে অত্যাচাৰ কৰিছিল। স্বৰ্গবাস কৰা সময়ত অৰ্জ্জুনে ইহঁতক বধ কৰে।

(২) ইহঁত এদল অসুৰ। বৃত্ৰাসুৰৰ ইহঁত লগৰীয়া আছিল। বৃত্ৰাসুৰৰ মৃত্যুৰ পাচত কালকেয়বোৰ সমুদ্ৰত লুকাই থাকি ঋষি-মুনিবিলাকক হিংসা কৰিছিল। অগস্ত্যই সাগৰ শুহি তলি উলিয়াই দিয়াত দেৱতাবিলাকে ইহঁতক বধ কৰে।

(মহাভাৰত বন—১০৩ অঃ)

**কালনেমি**—এজন ৰাক্ষস। বিষ্ণুৰ ভয়তে ৰাৱণৰ মোমায়েক সুমালীৰে সৈতে লঙ্কাৰপৰা পলায় আৰু পতালত বসতি কৰে।

(ৰামায়ণ— উত্তৰ)

(২) এজন মহাপ্ৰতাপী দৈত্য। এওঁ হিৰণ্যকশিপুৰ পুত্ৰ। কালনেমিয়ে দেৱগণক পৰাজয় কৰি নিজে চাৰি ভাগ হৈ সকল দেৱতাৰ কাৰ্য্য চলাইছিল; কিন্তু বিষ্ণুৰ হাতত তেওঁৰ মৃত্যু হয়। পাচৰ জন্মত কালনেমি মথুৰাৰ কংস ৰজা হৈ ওপজে। (হৰিবংশ)

**কালপুৰুষ**—এওঁ সূৰ্য্যৰ পুত্ৰ। আন এটা নাম "যম"। এওঁৰ ৰক্ত বস্ত্ৰ পৰিধান, ভয়ঙ্কৰ মূৰ্ত্তি। শ্ৰীৰামচন্দ্ৰৰ মানবী লীলা সম্বৰণৰ সময় হোৱাত এওঁ তপস্বীৰ বেশে ৰামৰ ওচৰলৈ গৈ নিৰ্জ্জনে কথা পাতিবলৈ বিচাৰে আৰু যেয়ে সেই নিৰ্জ্জনতা ভঙ্গ কৰে তাকে বৰ্জ্জন কৰিব লাগিব বুলি ৰামক প্ৰতিজ্ঞাবদ্ধ কৰি লয়। এই কাৰণে লক্ষ্মণক দুৱৰী থৈ ৰামে কালপুৰুষৰ লগত কথা পাতে; কিন্তু সেই সময়তে মহাক্ৰোধী দুৰ্ব্বাসা মুনিৰ অনুৰোধ মতে লক্ষ্মণ গৈ ৰামক দেখা কৰে। পূৰ্ব্বৰ প্ৰতিজ্ঞা অনুসৰি নিৰ্জ্জনতা ভঙ্গকাৰী লক্ষ্মণক ৰামে বৰ্জ্জন কৰিবলগীয়া হয়। (ব্ৰহ্মবৈবৰ্ত্ত, ৰামায়ণ—উত্তৰ)

**কালভৈৰব**—এজন শিৱৰ অনুচৰ। এওঁক শিৱে তেওঁৰ প্ৰিয় স্থান কাশীপুৰী ৰক্ষা কৰিবলৈ ভাৰ দিয়ে। পঞ্চমুখ ব্ৰহ্মাই শিৱতত্ত্ব-জ্ঞান লাভৰ অৰ্থে কাশীপুৰীলৈ যোৱাত কালভৈৰবে শিৱৰ কথা ৰাখিবলৈ গৈ ব্ৰহ্মাৰ এখন মুখ বাওঁ হাতেৰে চিঙি পেলায়। তেতিয়াৰ পৰা ব্ৰহ্মা চতুৰ্মুখ হয়।

**কাল যবন**—এজন ৰজা। শিৱৰ বৰত গাৰ্গ্য মুনিৰ ভাৰ্য্যাৰ গৰ্ভত এওঁৰ জন্ম ; কিন্তু অপুত্ৰক যবন ৰজাৰ দ্বাৰা পালিত হৈ পাছলৈ যবন ৰজাৰ ৰাজ্যতে ৰজা হয়। শিবৰ বৰত কাল যবন যাদববিলাকৰ অবধ্য হৈছিল। সেইবাবে মগধৰাজ জৰাসন্ধৰ উদগনিত যাদব বিলাকৰ মথুৰাপুৰী আক্ৰমণ কৰিবলৈ যায়। যবনক বলে নোৱাৰিব বুলি জানি কৃষ্ণই সমস্ত যাদৱক দ্বাৰকালৈ পঠিয়াই দি অকলে মথুৰাপুৰী ৰক্ষা কৰিবলৈ থাকে।

শুই উঠি যাকে দেখা পায়—সেয়ে পুৰি ভস্ম হব—এই বৰ লাভ কৰি মুচুকন্দ ৰজা পৰ্ব্বতৰ নিৰ্জ্জন গুহাত শুই আছিল। কৃষ্ণই কাল যবনৰ লগত যুদ্ধ পাতি পলোৱাৰ ছলতে মুচুকন্দ শুই থকা গুহাত গৈ লুকাই থাকিল। যবন খেদি গৈ শুই থকা মুচুকন্দকে কৃষ্ণ বুলি ভাবি বুকতে গোৰ মাৰি দিলে। মুচুকন্দই চকু মেলা মাত্ৰে কাল যবন পুৰি ভস্ম হল। ( হৰিবংশ )

**কালিনাগ**—এটা বিখ্যাত সৰ্পৰ নাম। কালি নাগে গৰুড় পক্ষীৰ ভক্ষ্য অপহৰণ কৰি খোৱাৰ কাৰণে গৰুড়ৰ লগত যুদ্ধ হয়। যুদ্ধত পৰাস্ত হৈ কালি নাগ ব্ৰজপুৰৰ ওচৰত কালিন্দী নামে হ্ৰদত গৈ আশ্ৰয় লয়। কালিনাগৰ বিষৰ জালত কালিন্দীৰ পানী বিষাক্ত হল আৰু সেইপানী খাই ব্ৰজপুৰীৰ সৰু গৰখীয়া লৰা বোৰ মৰা দেখি কৃষ্ণই কালিনাগক সমুদ্ৰলৈ খেদি পঠিয়ালে।

( হৰিবংশ—মহাভাৰত )

**কাশীৰাজ**—কাশী ৰাজ্যৰ স্বনামধন্য এজন ৰজা। অম্বা, অম্বিকা, অম্বালিকা নামে এওঁৰ তিনিজনী জীয়েকৰ একেদিনাই স্বয়ংবৰ

পাণ্ডে। ভীষ্মই ভায়েক বিচিত্রবীৰ্য্যৰ কাৰণে তিনিওজনী ছোৱালীক বলেৰে লৈ আহে ; কিন্তু অম্বা বোলা ডাঙৰজনী ছোৱালী শাল্ব ৰজাৰ প্ৰতি আসক্তা বুলি জানি ভীষ্মই তেওঁক শাল্বৰ ওচৰলৈ পঠিয়াই দিলে। শাল্বই অম্বাক গ্ৰহণ নকৰাত ভীষ্মৰ ওচৰলৈ ঘূৰি আহিল ; কিন্তু ভীষ্মই আকৌ ওলোটাই পঠিয়ালে। অপমানিতা হৈ তপস্যাৰ দ্বাৰা দেহত্যাগ কৰি অম্বা ভীষ্মৰ বধৰ কাৰণে ক্লীব শিখণ্ডী হৈ ওপজে। ( মহাভাৰত—আদি )

**কাশ্যপ**—কশ্যপ বংশীয় এজন মুনি। এওঁ সৰ্প বিষ চিকিৎসক আছিল ব্ৰহ্মশাপৰ ফলত পৰীক্ষিত ৰজাক তক্ষক নাগে খাই বিষাক্ত কৰা শুনি, তেওঁ চিকিৎসা কৰিবলৈ আহিছিল। হস্তিনাপুৰৰ বাটতে তক্ষকে লগ ধৰি গুণৰ পৰীক্ষা চোৱাৰ কাৰণে বট গছ এজোপা দংশন কৰি কাশ্যপক বিষমুক্ত কৰিবলৈ দিলে। নিমিষতে গছজোপা পূৰ্ব্ববৎ কৰি দিয়াত তক্ষকৰ বিশ্বাস জন্মিল আৰু কাশ্যপক বহু পৰিমাণে ধন-ৰত্ন দি বাটৰেপৰা ফিৰাই পঠিয়ালে। ( মহাভাৰত—আদি )

**কিৰীটি**—অৰ্জ্জুনৰ অন্য নাম। দেৱতাসকলৰ হকে অৰ্জ্জুন দানববোৰে সৈতে যুঁজিবলৈ যোৱাত দেৱৰাজ ইন্দ্ৰই তেওঁক কৰীট ( মুকুট ) এটা পিন্ধাই দিয়ে। এই দেৱদত্ত কিৰীটি পিন্ধাৰ বাবে অৰ্জ্জুনৰ নাম কিৰীটি হয়।

**কিৰ্ম্মীৰ**—এজন ৰাক্ষস। ই বক ৰাক্ষসৰ ভায়েক। পাণ্ডৱবিলাক বনবাসত থকাত কাম্যবন খণ্ডত কিৰ্ম্মীৰে তেওঁলোকৰ পথ ৰোধ কৰিছিল। তৃতীয় পাণ্ডৱ ভীমসেনে তাক বাহু যুদ্ধত বিনাশ কৰে। তাৰ পিচত পাণ্ডৱবিলাক দ্বৈত বনলৈ যায়। ( মহাভাৰত—বন )

**কীচক**—কেকয় ৰাজৰ পুত্ৰ আৰু বিৰাট ৰাজৰ খুলশালীয়েক। এওঁ অতি বলবান আৰু মহাযোদ্ধা আছিল, সেইবাবে বিৰাট ৰাজে তেওঁক নিজৰ ৰাজ্যৰ সেনাপতি পাতিছিল। কীচকে

বিৰাটৰ শত্রু ত্রিগর্ত্তৰাজ সুশর্ম্মাক যুদ্ধত পৰাস্ত কৰি ত্রিগর্ত্ত ৰাজ্য বিৰাটৰ কৰতলীয়া কৰে। এনেকুৱা নানা উপকাৰৰ কাৰণে চৰিত্রহীন হলেও কীচকক বিৰাট ৰজাই ভাল পাইছিল। পাণ্ডৱ সকল বিৰাট ৰাজ্যত অজ্ঞাতবাস কৰা সময়ত কীচক কামান্ধ হৈ সৈৰিন্ধ্রী বেশিনী দ্রৌপদীৰ চুলিত ধৰাৰ কাৰণে দ্রৌপদীৰ হতুৱাই নাট্যশালালৈ কৌশল কৰি মতাই নি ভীমে কীচকক বধ কৰে।

(মহাভাৰত বিৰাট পঃ—১৩ অঃ)

**কুকুৰ**—যদু বংশীয় এজন ৰজা। এওঁ অন্ধকৰাজৰ পুত্র। (হৰিবংশ)

**কুন্তী**—যদুবংশীয় সুৰসেনৰ কন্যা; বসুদেৱৰ ভনীয়েক। এওঁৰ আচল নাম—"পৃথা"। পেহীয়েকৰ পুতেক—অপুত্রক কুন্তিভোজ ৰজাক পূর্ব্বৰ প্রতিজ্ঞা মতে নিজৰ প্রথম সন্তান পৃথাক সুৰসেনে দান কৰে। কুন্তিভোজে প্রতিপালন কৰাৰ বাবে পৃথাৰ নাম কুন্তী হয়। এসময়ত দুর্ব্বাসা মুনি আলহী হৈ কুন্তিভোজ ৰজাৰ ঘৰত এবছৰ থাকে। কুন্তীৰ সেৱা-শুশ্রূষাৰ গুণত ঋষি পৰম সন্তুষ্ট হৈ এনে এটি মন্ত্র শিকাই দিলে যে সেই মন্ত্র মাতি যি দেৱতাক মতা হয়, তেওঁ সশৰীৰে আহি দর্শন দিয়ে। প্রমাণ চাবলৈ বুলি এদিন কুন্তীয়ে মন্ত্র মাতি আৱাহন কৰাত সূর্য্য দেৱতা আহি উপস্থিত হ'ল আৰু তেওঁৰ ঔৰসত কুন্তীৰ পুত্র এটি জন্ম পালে। আবিয়েকালতে সন্তানৰ মাক হোৱাৰ কাৰণে লাজতে কুন্তীয়ে সন্তানটি জপাত ভৰাই নৈত ভটাই দিলে। সেই সন্তান অধিৰথ সুতৰ ঘৈণী ৰাধাৰ দ্বাৰা কর্ণ নামে প্রতিপালিত হোৱা খবৰ অৰণ্যে কুন্তীয়ে পাছত পাইছিল। যথা সময়ত কুন্তীভোজে কুন্তীৰ স্বয়ংবৰ পতাত হস্তিনাৰ পাণ্ডু ৰজাক তেওঁ স্বামী বৰণ কৰে। পাণ্ডু ৰজাই মাদ্রী নামে অন্য এগৰাকী পত্নীও গ্রহণ কৰিছিল। এদিন দুই পত্নীক লগত লৈ বন ভ্রমণ কৰোঁতে এক ব্রাহ্মণৰ শাপত পাণ্ডু ৰজাৰ পুত্র উৎপাদন শক্তি ৰহিত হয়। স্বামীৰ আদেশত কুন্তীয়ে ধর্ম্ম, ইন্দ্র আৰু পবন

দেৱতাক মন্ত্ৰ শক্তিৰে আৱাহন কৰি আনি যথাক্ৰমে যুধিষ্ঠিৰ, অৰ্জ্জুন আৰু ভীমক জন্ম দিয়ে। সেইদৰে অশ্বিনীকুমাৰৰ দ্বাৰাই সপত্নী মাদ্ৰীৰ গৰ্ভত নকুল, সহদেৱক জন্ম দিয়ায়। পাণ্ডুৰ অকাল মৃত্যু হোৱাত আৰু সপত্নী মাদ্ৰী পতিৰ অনুগামিনী হোৱাত পাঁচোটি পুত্ৰৰ প্ৰতিপালন ভাৰ কুন্তীৰ গাতে পৰিল। পিতামহ ভীষ্মৰ সহায়ত কুন্তীয়ে সেই গুৰু দায়িত্ব সুচাৰুৰূপে পালন কৰিলে। পঞ্চ পাণ্ডৱক সৰ্ব্ব গুণান্বিত আৰু সৰ্ব্বজনপ্ৰিয় হোৱা দেখি কৌৰৱৰ দুৰ্যোধনে হিংসা কৰি প্ৰাণ হানিৰ উদ্দেশ্যে মাতৃসহ পাণ্ডৱক বাৰণাবত নাগৰলৈ বুদ্ধি কৰি পঠিয়াই দিলে। মহামতি বিদুৰৰ মন্ত্ৰণা কৌশলত পুত্ৰ পাঁচোটিসহ কুন্তী ৰক্ষা পালে। সেই সময়তে লক্ষ্য ভেদ কৰি অৰ্জ্জুনে দ্ৰৌপদীক লাভ কৰাত কুন্তীয়ে পাঁচোটি পুত্ৰক দ্ৰৌপদীৰে সৈতে বিয়া দিয়ে। ইয়াৰ পাছত ধৃতৰাষ্ট্ৰই ৰাজ্য ভাগ কৰি ইন্দ্ৰপ্ৰস্থ খণ্ড পাণ্ডৱক দিয়াত কুন্তীয়ে কিছুকাল সুখতে দিন নিয়ালে; কিন্তু দুৰ্য্যোধনে পাশা খেলৰ ছলেৰে পাণ্ডৱক ৰাজ্যহাৰা বনবাসী কৰি পেলালে।

পঞ্চ পাণ্ডৱ বনবাস কৰাৰ সময়ত কুন্তী মহামতি বিদুৰৰ আশ্ৰয়ত থাকে। কুৰুক্ষেত্ৰ যুদ্ধত জিকি পাণ্ডৱ হস্তিনাপুৰৰ ৰজা হোৱাত, শেষ জীৱনত কুন্তী বাণপ্ৰস্থ অৱলম্বন কৰি ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীৰে সৈতে অৰণ্য বাস কৰে আৰু তেওঁলোকে সৈতে একেলগে দাবানলত ভস্মীভূত হয়।

(হৰিবংশ—মহাভাৰত আদি ৬৭-১২৩-১২৪ বন ৩০৫ অ:)

**কুন্তিভোজ**—এজন ৰজা। এওঁ যাদববংশীয় শূৰসেনৰ পেহীয়েকৰ পুত্ৰ। ভোজ অপুত্ৰক থকাই শূৰসেনে নিজৰ প্ৰথম সন্তানটি দিম বুলি প্ৰতিজ্ঞা কৰিছিল আৰু সেইমতে নিজৰ প্ৰথম সন্তান পৃথাক ভোজক অৰ্পণ কৰে। কুৰুক্ষেত্ৰ যুদ্ধত পাণ্ডৱপক্ষত যোগদান কৰি কুন্তিভোজ নিহত হয়। (মহাভাৰত)

**কুবলাশ্ব**—(১) সূৰ্য্যবংশীয় এজন ৰজা। এওঁ মহাৰাজ বৃহদাশ্বৰ

পুত্ৰ। ত্ৰিলোকৰ উপকাৰৰ অৰ্থে মহৰ্ষি উতঙ্কই ধুন্ধু দৈত্যক বধ কৰিবলৈ এওঁক নিয়োগ কৰে। কুবলাশ্বই ধুন্ধুক বধ কৰি "ধুন্ধুমাৰ" নাম পায়।

(২) শত্ৰুজিৎ ৰজাৰ পুত্ৰ। এওঁৰ প্ৰকৃত নাম ঋতধ্বজ। গালব মুনিয়ে দিয়া দেৱদত্ত সৰ্ব্বগামী "কু-বল" নামে অশ্বত উঠি তেওঁ দৈত্যবিলাকক মাৰি ফুৰাৰ বাবে তেওঁৰ নাম "কু-বলাশ্ব" হয়।

তেওঁ এদিন পাতালকেতু নামে দৈত্য এজনক অনুসৰণ কৰি গৈ পাতালপুৰী পায় আৰু তাতে গন্ধৰ্ব্বৰাজ বিশ্বাবসুৰ কন্যা মদালসাক বন্দিনী হৈ থকা দেখি পাতালকেতুক মাৰি মদালসাক বিয়া কৰায়। দৈত্যৰ ভায়েক কালকেতুই ইয়াৰ প্ৰতিশোধ লোৱাৰ অৰ্থে তপস্বীৰ বেশে আশ্ৰম এখনি পাতি সুবিধা চাই আছিল। এদিন কুবলাশ্বক আশ্ৰমৰখীয়া থৈ সাগৰত সূৰ্য্য অৰ্ঘ্য দি আহোঁবুলি দৈত্য ওলাই গ'ল। যোৱাৰ সময়ত কুবলাশ্বৰ গলৰ হাৰধাৰিও খুজি নিলে। সেই হাৰকে দেখুৱাই ৰাজধানীত কুবলাশ্বৰ মৃত্যু-সংবাদ প্ৰচাৰ কৰাত শোকতে মদালসাৰো মৃত্যু হ'ল। যথা সময়ত ৰাজধানীলৈ ঘূৰি আহি এই ঘটনা দেখি কুবলাশ্ব পত্নীৰ শোকত আকুলভাৱে জীৱন কটাব ধৰিলে; কিন্তু বেচি দিন নালাগিল, দুজন নাগ বন্ধুৰ কৃপাত অকালমৃতা মদালসাক কুবলাশ্বই আকৌ লাভ কৰিলে।

( মাৰ্কণ্ডেয় পুৰাণ—মহাঃ বন ২০৩ )

**কুবেৰ**—যক্ষ আৰু কিন্নৰবিলাকৰ ৰজা। বিশ্ৰবা ঋষিৰ ঔৰসত তৃণবৃন্দ মুনিকন্যা ইলবিলাৰ গৰ্ভত এওঁৰ জন্ম। মতান্তৰে কুবেৰৰ মাতৃ, ভৰদ্বাজ মুনিৰ কন্যা "দেব বৰ্ণিনী"। এওঁ প্ৰথমতে লঙ্কা নগৰীত বাস কৰিছিল কিন্তু বিমাতৃ-পুত্ৰ ৰাৱণে লঙ্কাৰপৰা খেদি পঠায়। পিতৃৰ উপদেশক্ৰমে কুবেৰ কৈলাস পৰ্ব্বতত "অলকা" নামে পুৰী নিৰ্ম্মাণ কৰি থকা কৰে। সেই সময়তে

তেওঁৰ মহাদেৱে সৈতে মিত্ৰতা হয় আৰু অশেষ ধন-ঐশ্বৰ্য্য লাভ কৰে। ব্ৰহ্মাৰ বৰত কুবেৰ অমৰ হয়, উত্তৰ দিশৰ আধিপত্য পায় আৰু 'পুষ্পক' নামে দিব্য ৰথ এখনি লাভ কৰে। পাছলৈ যুদ্ধত জিকি ৰাৱণে পুষ্পক ৰথখনি কুবেৰৰ পৰা কাঢ়ি নিয়ে। যক্ষৰাজ কুবেৰৰ দাঁত আঠোটা আৰু তেওঁৰ আচল নাম বৈশ্ৰৱণ; দেখিবলৈ কুদৰ্শন হোৱাই কুবেৰ নাম পায়। এওঁৰ ভৰি তিনিখন বুলি উল্লেখ আছে। পুত্ৰৰ নাম—"নলকুবেৰ।"

(ৰামায়ণ—উত্তৰ)

**কুব্জা**—মথুৰাৰাজ কংসৰ এজনী কুঁজী বেটী। কৃষ্ণ-বলৰাম কংসৰ ধনুৰ্যজ্ঞলৈ যাওঁতে ৰজালৈ অনা মালা-চন্দন দি কুঁজীয়ে তেওঁ-লোকক তুষ্ট কৰে। কৃষ্ণ-বলৰামেও কুঁজীৰ কুঁজ গুছাই পৰমা সুন্দৰী কৰি দিয়ে। (শ্ৰীমদ্ভাগৱত—দশম)

**কুমাৰ**—শিৱ পাৰ্ব্বতীৰ পুত্ৰ কাৰ্ত্তিকৰ আন এটা নাম কুমাৰ। তাৰকাসুৰে দেৱতাসকলক স্বৰ্গৰপৰা খেদি পেলাইছিল। শিৱৰ পুত্ৰ দেৱ-সেনাপতি হলে তাৰক বধ হব বুলি শুনি বিপত্নীক শিৱৰ পৰম যত্ন কৰি দেৱতাসকলে পাৰ্ব্বতীৰ লগত বিয়া পাতে। এই বিয়াৰ ফলত কাৰ্ত্তিকৰ জন্ম হয়। যথা সময়ত কাৰ্ত্তিকে তাৰকাসুৰক বধ কৰি দেৱতাসকলক পুনৰায় স্বৰ্গৰ অধিকাৰ দিয়ায়।

(কাৰ্ত্তিক চোৱা)

**কুমাৰিকা**—সিংহলেশ্বৰ শতশৃঙ্গৰ কন্যা। এওঁৰ মুখ ছাগলিৰ নিচিনা আছিল, পাছত শিৱক আৰাধনা কৰি মানুহৰ মুখৰ নিচিনা হয়। কুমাৰিকা শিৱলোকলৈ গৈ চিত্ৰলেখা নামে পাৰ্ব্বতীৰ প্ৰিয়া-সখী হয়। (স্কন্দ-পুৰাণ)

**কুম্ভকৰ্ণ**—ৰাক্ষস ৰজা ৰাৱণৰ সৰু ভায়েক। পিতৃ বিশ্ৰবা মুনি, কৈকসী (নিকষা)ৰ গৰ্ভত জন্ম। এওঁ ডাঙৰ দীঘল আৰু অতি বলশালী আছিল। সেই শক্তিৰ বলতে কুম্ভকৰ্ণই ঋষি-মুনি' গন্ধৰ্ব্ব-অপ্সৰা সকলোকে উৎপীড়ন কৰিছিল। আন চাৰি দেৱৰাজ

ইন্দ্ৰকো লাঞ্ছিত কৰিছিল। ব্ৰহ্মাক তপস্যাত তুষ্ট কৰি বৰ মাগিবৰ সময়ত দেৱতাসকলৰ অনুৰোধত সৰস্বতী কণ্ঠত স্থিতি হৈ কুম্ভ-কৰ্ণৰ হতুৰাই এই বৰ মগালে যে ছয়মাহ একেৰাহে শুই থোৱাৰ কাৰণে মুঠে এদিনহে যেন সাৰ পায়। ব্ৰহ্মাই সেই বৰকে দিলে, কুম্ভকৰ্ণও সেইদৰে শুবলৈ ধৰিলে। ৰাম-ৰাৱণৰ যুদ্ধত কুম্ভকৰ্ণক অসময়ত জগাই ৰাৱণে যুদ্ধত লগাই দিয়ে ; কিন্তু ৰামৰ হাতত তেওঁৰ মৃত্যু হয়। (ৰামায়ণ—উত্তৰ)

**কুম্ভজ**—অগস্ত্য মুনিৰ নাম। স্বৰ্গবেশ্যা উৰ্ব্বশীক যজ্ঞস্থলীত দেখি মিত্ৰাবৰুণৰ বীৰ্য্যপাত হয়। সেই বীৰ্য্য কুম্ভ (কলহ) এটাত পৰাত তাতে অগস্ত্য মুনিৰ জন্ম হয় আৰু এইকাৰণে অগস্ত্য—"কুম্ভজ" নামে বিখ্যাত হয়।

**কুম্ভনসী**—(১) এজনী ৰাক্ষসী। এওঁ ৰাৱণ ৰজাৰ মাহীয়েকৰ জীয়েক—ভনীয়েক আৰু লৱণ ৰাক্ষসৰ মাক। ৰাবণ দিগ্বিজয় কৰিবলৈ যোৱাত মধু ৰাক্ষসে কুম্ভনসীক লঙ্কাৰ পৰা হৰণ কৰি নিয়ে। পাচত ৰাৱণে ইয়াৰ প্ৰতিফল দিয়াৰ অৰ্থে যুদ্ধ ঘোষণা কৰাত কুম্ভনসীয়েই অনুৰোধ কৰি মধুক ৰাবণৰ শৰণাগত কৰি সদ্ভাব স্থাপন কৰে। (ৰামায়ণ)

(২) গন্ধৰ্ব্বৰাজ চিত্ৰৰথৰ পত্নী। এদিন চিত্ৰৰথে পত্নীৰে সৈতে জলক্ৰীড়া কৰি আছিল। বনবাসী পাণ্ডৱসকল সেইখিনি গৈ হঠাতে পোৱাত তেওঁলোকৰ জলক্ৰীড়াত বাধা জন্মিল। সেই আক্ৰোশতে চিত্ৰৰথে পাণ্ডৱক আক্ৰমণ কৰিলে ; কিন্তু অৰ্জ্জুনৰ হাতত পৰাজিত আৰু বন্দী হল। স্বামীৰ এনে দুৰ্দ্দশা দেখি কুম্ভনসী যুধিষ্ঠিৰৰ শৰণাগত হোৱাত অৰ্জ্জুনে যুধিষ্ঠিৰৰ আদেশত চিত্ৰৰথক মুক্তি দিলে। সেই আপাহতে গন্ধৰ্ব্ব ৰজাই অৰ্জ্জুনক "মায়াযুদ্ধ" শিকালে। এই সময়তে চিত্ৰৰথে তেওঁৰ

বিচিত্ৰৰথখন পুৰি পেলায় আৰু তেতিয়াৰ পৰা তেওঁৰ নাম "দগ্ধৰথ" হয়। (মহা—বন)

**কুম্ভাণ্ড**—এজন দৈত্য। এওঁ শোণিতপুৰৰ দৈত্যৰাজ বাণৰ মন্ত্ৰী আছিল। কৃষ্ণৰ নাতি অনিৰুদ্ধক বন্দী কৰিবলৈ কুম্ভাণ্ডই ৰজাক হাক দিছিল। কৃষ্ণৰ লগত যুদ্ধ কৰি বাণ পৰাজিত হয় আৰু শিৱৰ পাৰিষদ হৈ শিৱলোকত থকা কৰে। তেতিয়া ধৰ্ম্মপ্ৰাণ কুম্ভাণ্ডকে কৃষ্ণই শোণিতপুৰৰ ৰজা পাতে। (হৰিবংশ)

**কুৰু**—চন্দ্ৰবংশীয় এজন ৰজা। এওঁ সম্বৰণ ৰজাৰ ঔৰসত সূৰ্য্য কন্যা তপতীৰ গৰ্ভত ওপজে। নানাপ্ৰকাৰ অক্ষয় পুণ্যকাৰ্য্য কৰি কুৰু ৰজাই খ্যাতি লাভ কৰে। সেইবাবে তেওঁৰ বংশক কুৰুবংশ বা "কৌৰৱ" বোলে। মানৱ জাতিৰ হিতৰ অৰ্থে "পঞ্চক যজ্ঞ" কৰিবলৈ কুৰু ৰজাই বহুকাল ধৰি ঠাই এডোখৰ সজাইছিল। ৰজাৰ অধ্যৱসায় দেখি—ইন্দ্ৰই বৰ দিয়ে—"যি লোকে ইয়াত প্ৰাণত্যাগ কৰিব তাৰ স্বৰ্গবাস হব।" তেতিয়াৰ পৰা এই ঠাই-খন 'কুৰুক্ষেত্ৰ' নামে বিখ্যাত হয়। (মহাভাৰত)

**কুশ**—অযোধ্যাপতি মহাৰাজ ৰামচন্দ্ৰৰ জ্যেষ্ঠ পুত্ৰ। সীতা দেৱীৰ গৰ্ভত বাল্মীকি মুনিৰ আশ্ৰমত এওঁ ভায়েক লৱে সৈতে যমজৰূপে জন্ম পায়। মুনিৰ কৃপাত এওঁ ৰাজোচিত সমস্ত বিদ্যাৰ লগতে ৰামায়ণ কাব্য সুৰ সংযোগে গাবলৈ শিকে আৰু ৰামৰ অশ্বমেধ যজ্ঞত সেই কাব্য গাই ৰামচন্দ্ৰৰ পৰিচিত হয়। সীতাদেৱীৰ পাতাল গমনৰ পাচত লৱ-কুশে ৰামৰ আশ্ৰয় পায় আৰু পিতৃৰ নিৰ্দ্দেশত "কুশৱতী" নামে ৰাজ্য স্থাপন কৰি তাতে ৰাজত্ব কৰে। ৰামচন্দ্ৰৰ স্বৰ্গ আৰোহণৰ পাছত কুশ অযোধ্যাৰ ৰজা হয়।

(ৰামায়ণ—উত্তৰ ৰামচৰিত)

**কুশধ্বজ**—মিথিলাপতি জনক ৰজাৰ সৰু ভায়েক। পিতৃৰ নাম হ্ৰস্বৰোম। কুশধ্বজ সাঙ্কাস্য নামে ৰাজ্যৰ ৰজা আছিল। এওঁৰ

কন্যা শ্ৰুতকীৰ্তি আৰু মাণ্ডবীক মহাৰাজ দশৰথৰ পুত্ৰ ভৰত আৰু শত্ৰুঘ্নলৈ বিয়া দিয়ে। (ৰামায়ণ—আদি)

**কুশনাভ**—এওঁ কুশ নামে ৰজাৰ পুত্ৰ আৰু ৰাজৰ্ষি বিশ্বামিত্ৰৰ বৃদ্ধ পিতামহ। কুশনাভে "মহোদয়" নামে নগৰ এখন স্থাপন কৰিছিল। ঘৃতাচী নামে অপ্সৰাৰ গৰ্ভত এওঁৰ এশ কন্যা ওপজে। সেই পৰম ৰূপৱতী কন্যাবোৰ যুৱতী হোৱাত পবন দেৱতা আকৃষ্ট হৈ সঙ্গম প্ৰাৰ্থনা কৰে। কন্যাবোৰে অসম্মতি জনোৱাত পবনে পছোৱা বতাহ মেলি সিহঁতৰ শৰীৰৰ মাজখণ্ড ভাঙি কুঁজী কৰি দিয়ে। সেই কুঁজী কন্যাবোৰ বাস কৰা মহোদয় নগৰৰ নাম তেতিয়াৰ পৰা "কন্যাকুব্জ বা কান্যকুব্জ" হয়। তাৰ নাম আজি কালি কণৌজ বুলি বহুতে অনুমান কৰে। সেই কুঁজী কন্যাবোৰ কাম্পিল্য নগৰ বাসী ব্ৰহ্মদত্ত ৰজাই বিয়া কৰোৱাৰ পাচত পবনে কোৱামতে সিহঁতৰ শৰীৰৰ কুঁজীদোষ কটা যায়। (ৰামায়ণ)

**কুশিক**—এজন ৰজা। এওঁৰ পুত্ৰৰ ফালৰ নাতি বিশ্বামিত্ৰ ক্ষত্ৰিয় হৈও তপস্যা কৰি ব্ৰাহ্মণত্ব লাভ কৰে; কিন্তু নাতিনী সত্যৱতীক বিয়া কৰায় মহৰ্ষি চ্যবনৰ নাতি ঋচিক মুনিয়ে। ঋচিকৰ নাতি পৰশুৰাম বিশুদ্ধ বামুণ কুলত জন্মিয়ো সত্ত্ব বৰ্জ্জিত ক্ষাত্ৰতেজ সম্পন্ন হয়।

মহৰ্ষি চ্যবনে দেৱসভাত নিজৰ বংশৰ এই ভবিষ্য বিপত্তিৰ কথা গম পাই তাৰ মূল কাৰণ কুশিককেআগে ভাগে নষ্ট কৰিবলৈ মন কৰিলে আৰু পত্নীৰে সৈতে কুশিকক মাতি আনি নিজৰ সেৱা শুশ্ৰূষাত লগালে। সেৱা-কাৰ্য্যত ভুল ধৰি চ্যবনে ৰজাক শপি ভস্ম কৰিব খুজিছিল কিন্তু ৰজা-ৰাণীৰ ঐকান্তিক সেৱাত কোনো দোষেই নোলাল। তেতিয়া চ্যবনে ৰজা-ৰাণীক দোলা বহন কৰাত লগালে; তাতো প্ৰাণপণ শক্তিৰে তেওঁলোকে মুনিক দাঙি লৈ ফুৰাব ধৰিলে। এনেদৰে নানাপ্ৰকাৰ অত্যাচাৰ

কৰিও মুনিয়ে ৰজা-ৰাণীক শাপ দিয়াৰ উপযুক্ত দোষ উলিয়াব নোৱাৰি আশীৰ্ব্বাদ কৰি বিদায় দিলে।

( ঋচিক, চ্যবন চোৱা ; মহা:—অনু )

**কৃতবৰ্ম্মা**—এজন যাদব। পিতৃৰ নাম হৃদিকা। কুৰুক্ষেত্ৰ যুদ্ধত এওঁ কৌৰৱ পক্ষত যোগ দিয়ে। অশ্বত্থামাই ৰাতি যুদ্ধ শিবিৰত সোমাই দ্ৰৌপদীৰ নিদ্ৰিত পাঁচ পুত্ৰক বধ কৰা সময়ত এওঁক অশ্বত্থামাই দুৱাৰৰখীয়া কৰি থৈছিল। যদুবংশ ধ্বংস হোৱাৰ সময়ত কৃতবৰ্ম্মাৰো মৃত্যু হয়। ( মহাভা:, হৰিবংশ )

**কৃতবীৰ্য্য**—এজন ৰজা। মাহিষ্মতীপুৰ তেওঁৰ ৰাজধানী আছিল। এওঁৰ পুত্ৰ অৰ্জ্জুনক লোকে পিতৃৰ নাম অনুসৰি কাৰ্ত্তবীৰ্য্যাৰ্জ্জুন বুলিছিল। এই কাৰ্ত্তবীৰ্য্যাৰ্জ্জুনেই ক্ষত্ৰিয় কুল একৈশবাৰ পৰশুৰামৰ দ্বাৰা নিৰ্য্যাতিত হোৱাৰ কাৰণ। ( কাৰ্ত্তবীৰ্য চোৱা )

**কৃত্তিকা**—চন্দ্ৰৰ সাতাইশজনী পত্নীৰ ভিতৰত এওঁ তৃতীয়া পত্নী। শিৱ পাৰ্ব্বতীৰ পুত্ৰ 'কুমাৰ'ক এওঁ স্তন দি পালন কৰাই কুমাৰৰ নাম "কাত্তিক" হয়। ( স্কন্দ পুৰাণ—ৰামায়ণ—মহা: )

**কৃপ**—গৌতম ঋষিৰ পুত্ৰ। শান্তনু ৰজাই কৃপা কৰি এওঁক আৰু এওঁৰ ভনীয়েকক লালন-পালন কৰে। সেইবাবে তেওঁলোকৰ নাম 'কৃপ' আৰু 'কৃপী' হয়। সময়ত কৃপ ধনুৰ্ব্বেদত পাৰ্গত হৈ পাণ্ডৱ আৰু কৌৰৱ শিশুবোৰৰ ধনুৰ্ব্বেদ শিক্ষক নিযুক্ত হোৱাত লোকে তেওঁক কৃপাচাৰ্য্য বুলিছিল। কুৰুক্ষেত্ৰত যুদ্ধত এওঁ কৌৰৱ পক্ষ অৱলম্বন কৰে। যুদ্ধত কৌৰৱৰ এঘাৰ অক্ষৌহিনী সৈন্যৰ ভিতৰত যি তিনিজন জীয়াই আছিল তাৰে ভিতৰত কৃপাচাৰ্য্য এজন। পাণ্ডৱসকল মহাপ্ৰস্থান যাত্ৰা কৰাত এওঁক অৰ্জ্জুনৰ নাতি পৰীক্ষিতৰ শিক্ষক নিযুক্ত কৰি যায়। ( মহা:—আদি )

**কৃপী**—গৌতম ঋষিৰ কন্যা আৰু শান্তনু ৰজাৰ দ্বাৰা প্ৰতিপালিতা। যথা সময়ত এওঁৰ দ্ৰোণাচাৰ্য্যৰে সৈতে বিয়া হয়। মহাবীৰ অশ্বত্থামা এওঁলোকৰে পুত্ৰ। ( মহাভাৰত —আদি )

**কৃষ্ণ**—বিষ্ণুৰ অষ্টম অৱতাৰ। দ্বাপৰ যুগৰ শেহভাগত বসুদেৱৰ ঔৰসত দেৱকীৰ গৰ্ভত মথুৰাৰাজ কংসৰ কাৰাগাৰত দোভাগ ৰাতি কৃষ্ণৰ জন্ম হয়। দেৱকীৰ অষ্টম গৰ্ভৰ সন্তানৰ হাতত কংসৰ মৃত্যু হব বুলি দৈৱ-বাণী শুনা হৈছিল। কৃষ্ণই আছিল—অষ্টম গৰ্ভৰ সন্তান। সেইবাবে কংসৰ ভয়ত যমুনা নদীৰ সিপাৰৰ গোকুলৰ নন্দ ঘোষৰ পত্নী যশোদাৰ কেচুৱা কন্যা এটিৰ লগত ৰাতিৰ ভিতৰতে বসুদেৱে কৃষ্ণক সলনি কৰে। শিশুকালতে কৃষ্ণক বধ কৰিবলৈ কংসই নানাপ্ৰকাৰে চেষ্টা চৰিত্ৰ কৰে; কিন্তু যথা সময়ত কৃষ্ণৰ হাতত হে কংসৰ মৃত্যু হয়। কংসৰ শহুৰেক জৰাসন্ধকে আদি কৰি কৃষ্ণৰ এদল শত্ৰু লোক আছিল। কৃষ্ণৰ অব্যৰ্থ কৌশলত সিবিলাকৰ আটাইৰে পৰাজয় হয় আৰু ক্ৰমে ক্ৰমে মৃত্যু ঘটে। এটা প্ৰৱল বিৰুদ্ধ দলেৰে সৈতে সদায় যুদ্ধ বিগ্ৰহ কৰি থাকিবলগীয়া হোৱা কাৰণে যদুবংশীয় আত্মীয় স্বজনবিলাকক লৈ গৈ পশ্চিম ভাৰতত কৃষ্ণই এখন বিশাল ৰাজ্য স্থাপন কৰিছিল। সাগৰৰ পাৰৰ সুৰক্ষিত দ্বাৰকাপুৰী আছিল তাৰ ৰাজধানী। কৃষ্ণপক্ষৰ বহুত সৰু সৰু ৰজাক জৰাসন্ধ ৰজাই বন্দী কৰি কাৰাগাৰত সোমাই থৈছিল। যুধিষ্ঠিৰ ৰজাৰ ৰাজসূয় যজ্ঞৰ সময়ত কৃষ্ণই সেই ৰজা-বোৰক কাৰাগাৰৰপৰা মুক্ত কৰে। সেই যজ্ঞত শ্ৰীকৃষ্ণই সৰ্ব্বশ্ৰেষ্ঠ ব্যক্তি বুলি বিশেষ সন্মানৰ অৰ্ঘ্য লাভ কৰাৰ কাৰণে এদল বিৰুদ্ধ ৰজাই বিদ্ৰোহিতা কৰিছিল; কিন্তু প্ৰধান বিদ্ৰোহী শিশুপালক বধ কৰাত বিদ্ৰোহৰ শাম কাটে।

বিদৰ্ভৰাজ ভীষ্মকৰ কন্যা ৰুক্মিণী আছিল কৃষ্ণৰ প্ৰধানা পত্নী। সত্যভামা, জাম্বৱতীকে আদি কৰি তেওঁৰ আঠগৰাকী পত্নী আছিল। সেই পত্নীসকলৰপৰা কৃষ্ণৰ প্ৰদ্যুম্ন আদি আশীটি পুত্ৰ আৰু চাৰুমতী নামে কন্যা এটি ওপজে।

ধৰ্ম্মপ্ৰাণ পাণ্ডৱসকলক কৃষ্ণই প্ৰকৃততে ভাল পাইছিল আৰু সম্পদে-বিপদে সদায় সিবিলাকক সহায় কৰিছিল। সুবিখ্যাত

কুৰুক্ষেত্ৰ যুদ্ধত কৌৰৱক দিছিল তেওঁৰ ভাৰত বিখ্যাত "নাৰায়ণী সৈন্য"বোৰ আৰু তেওঁ নিজে পাণ্ডৱ-পক্ষ লৈ পাণ্ডৱ পক্ষৰ প্ৰধান সেনাপতি অৰ্জ্জুনৰ ৰথৰ সাৰথি হৈছিল। যুদ্ধক্ষেত্ৰলৈ আহি জ্ঞাতিবধ ভয়ৰ কাৰণে অৰ্জ্জুনে যুদ্ধ কৰিবলৈ অনিচ্ছা প্ৰকাশ কৰাত নানাবিধ উপদেশ বাক্যেৰে শ্ৰীকৃষ্ণই তেওঁক উত্তেজিত কৰিছিল। সেই উপদেশাৱলী "শ্ৰীমদ্ভগৱদ্গীতা" নামে আজিও ভুৱন বিখ্যাত হৈ আছে। প্ৰধানতঃ শ্ৰীকৃষ্ণৰ বুদ্ধি, কৌশল আৰু সাহসৰ গুণতে কুৰুক্ষেত্ৰ যুদ্ধত পাণ্ডৱবিলাক জয়যুক্ত হয়।

ৰাজনীতি, যুদ্ধনীতি, সমাজনীতি আদিৰ কৃষ্ণ শ্ৰেষ্ঠ জ্ঞানী। বল, বুদ্ধি, কৌশল আদিত তেওঁ মহা শক্তিশালী। নিজৰ বা আত্মীয় স্বজনৰ সম্মান ৰক্ষাৰ অৰ্থে নাইবা দুৰ্বৃত্ত নাইবা সবলৰ হাতৰপৰা সাধু-সন্ত আৰু দুৰ্ব্বলক ৰক্ষাৰ কাৰণে কৃষ্ণ অসংখ্য যুদ্ধত লিপ্ত হ'বলগীয়া হৈছিল। বহু দৈত্যদানৱ অসুৰ আদিক তেওঁ নিজহাতে অস্ত্ৰধৰি বিনাশো কৰিছিল। কিন্তু বিশেষ কাৰণ উপস্থিত নহ'লে তেওঁ কোনো যুদ্ধতে যোগ নিদিছিল। বৰঞ্চ যুদ্ধ কৰি যাতে লোকক্ষয় নহয়, সকলোৱে যাতে শান্তিতে থাকিব পাৰে তাৰ বাবেহে পাৰ্য্যমানে চেষ্টা কৰিছিল।

আত্মবিৰোধৰ ফলত যদুকুল ধ্বংস হোৱাৰ পাচত দ্বাৰকাপুৰী আৰু যদুনাৰীবোৰক ৰক্ষাৰ কাৰণে তৃতীয় পাণ্ডৱ অৰ্জ্জুনক আনিবলৈ দূত পঠিয়াই যোগ কৰাৰ উদ্দেশ্যে কৃষ্ণ গৈ অৰণ্যত সোমায় আৰু তাতে ব্যাধৰ বিষাক্ত শৰৰ আঘাতত তেওঁ প্ৰাণ ত্যাগ কৰে। কৃষ্ণৰ লীলাময় জীৱনৰ প্ৰধানকৈ তিনিটা ভাগ—(১) ব্ৰজলীলা (২) মথুৰা লীলা (৩) দ্বাৰকা লীলা। জীৱনৰ এই তিনিও ভাগতে তেওঁ যিবিলাক অলৌকিক আচৰিত শক্তি, সাহস, ধৈৰ্য্যযুক্ত মহৎ আদৰ্শমূলক লীলা প্ৰকট কৰি গৈছে তাৰ তুলনা ক'তো নাই। সেইবাবেই শ্ৰীকৃষ্ণই মানৱী লীলাত সমস্ত ভাৰতবৰ্ষ জুৰি যি সম্মান লাভ কৰিছিল, সেই সম্মান আজিও

অক্ষুণ্ণভাৱে আছে। আজিও লোকে ভাবে—"কৃষ্ণস্তু ভগবান স্বয়ং।" (শ্ৰীমদ্ভাগৱত—হৰি বংশ—মহাভাৰত)

**কৃষ্ণা**—পাণ্ডুৰ-পত্নী দ্ৰৌপদীৰ অন্য নাম। এওঁৰ গাৰ বৰণ কৃষ্ণ অৰ্থাৎ শ্যাম বৰ্ণ থকাৰ কাৰণে "কৃষ্ণা" বুলিছিল।

(মহাভাৰত আদি)

**কেকয়**—সুপ্ৰসিদ্ধ ব্ৰহ্মবিদ অশ্বপতি ৰজাৰ দেশ খনৰ নাম কেকয় ৰাজ্য আছিল; সেইবাবে অশ্বপতি ৰজাকো "কেকয়" বুলিছিল।

(ৰামায়ণ)

**কেতু**—এজন অসুৰ। বিপ্ৰচিত্তিৰ ঔৰসত সিংহিকাৰ গৰ্ভত জন্মে। এই অসুৰে দেৱতাৰ ৰূপ ধৰি অমৃত খোৱা বুলি গম পাই বিষ্ণুই গলত কাটি দুই খণ্ড কৰে। তেতিয়াৰ পৰা অসুৰৰ মুৰহীন খণ্ড শৰীৰৰ নাম কেতু হয়, আৰু গ্ৰহাবলাকৰ ভিতৰত তেওঁক ঠাই দিয়ে। মুৰৰ খণ্ড ৰাহু নামেৰে খ্যাত হৈ থাকিল।

**কেশী**—এজন দৈত্য। এই দৈত্য মল্ল যুদ্ধত পাৰ্গত আছিল। কৃষ্ণক বধ কৰিবৰ অৰ্থে মথুৰাৰাজ কংসই কেশীক ব্ৰজপুৰীলৈ পঠিয়ায়। সি ঘোঁৰা ৰূপ ধাৰণ কৰি ব্ৰজবাসীক অত্যাচাৰ কৰিব ধৰে। কৃষ্ণই ইয়াৰ প্ৰতিকাৰৰ চেষ্টা কৰাত কেশীয়ে মুখ মেলি কৃষ্ণক খাবলৈ খেদি অহাত মুখত হাত সুমুৱাই নিশ্বাস বন্ধ কৰি কৃষ্ণই কেশীক বধ কৰে। (শ্ৰীমদ্ভাগৱত—১০ ম, হৰিবংশ)

**কৈকসী**—সুমালী ৰাক্ষসৰ কন্যা। এওঁৰ অন্য নাম "নিকষা"। বিশ্ৰবা ঋষিৰ ইলবিলা পত্নীৰ গৰ্ভজাত পুত্ৰ কুবেৰৰ ঐশ্বৰ্য দেখি সুমালীয়ে নিজৰ কন্যা কৈকসীকো বিশ্ৰবাৰ পত্নী হৈ সেই ঐশ্বৰ্য্যৰ অংশভাগী পুত্ৰৰ জননী হবলৈ পঠিয়ায়। পিতৃৰ আদেশত কৈকসীয়ে বিশ্ৰবা ঋষিৰ পত্নী হৈ সুবিখ্যাত ৰাৱণ, কুম্ভকৰ্ণ, আৰু বিভীষণ নামে তিনিটি পুত্ৰ, শূৰ্পনখা নামে কন্যা এটি জন্ম দিয়ে।

(ৰামায়ণ—উত্তৰ)

**কৈকেয়ী**—কেকয়ৰাজ অশ্বপতিৰ কন্যা, সেইবাবে এওঁ কৈকেয়ী নামে সুবিখ্যাতা। এওঁ অযোধ্যাৰ ৰজা দশৰথৰ সৰু ৰাণী আৰু ভৰতৰ মাতৃ। যুদ্ধত আঘাত পাই অহা স্বামী দশৰথক সেৱা শুশ্রূষা কৰি কৈকেয়ী স্বামীৰপৰা দুটি বৰ পোৱাৰ অধিকাৰিণী হয় আৰু সেই বৰ সময়ত লব বুলি সাঁচি থয়। সপত্নী পুত্র ৰামচন্দ্রক দশৰথে যুৱৰাজ পাতিবলৈ আয়োজন কৰাত, নিজৰ সহচৰী মন্থৰাৰ পৰামৰ্শ মতে সেই সাঁচতীয়া বৰ দুটিৰ সহায়ত ৰামৰ সলনি নিজৰ পুত্র ভৰতক যুৱৰাজ কৰে আৰু সেই উদ্দেশ্যেই সীতা লক্ষ্মণেৰে সৈতে ৰামচন্দ্রক চৈধ্য বছৰলৈ বনবাসলৈ পঠিয়ায়। এই কাৰ্য্যৰ ফলত বৃদ্ধস্বামী দশৰথৰ মৃত্যু ঘটে। এইবাবে নিজৰ পুত্রৰপৰা অপ্রিয় বাণী শুনে আৰু চিৰকাললৈ কৈকেয়ী লোকৰ নিন্দাভাজনা হৈ থাকে। পাচলৈ কৈকেয়ী নিজও এই কাৰ্য্যৰ বাবে অনুতাপ কৰা দেখা যায়। বনবাসৰ অন্তত ৰামক তেওঁ অকপট চিত্তে সৌজন্য পূৰ্ণ সম্ভাষণ কৰে। উদাৰমতি ৰামচন্দ্রয়ো কৈকেয়ীৰ প্রতি কোনো বিৰূপ-বিৰুদ্ধ ভাব ৰখা নাছিল। ৰামচন্দ্রৰ মাতৃ কৌশল্যাৰ মৃত্যুৰ পাছত কৈকেয়ীৰ পৰলোক হয়। (ৰামায়ণ)

**কৈটভ**—এজন দৈত্য। বিষ্ণুৰ কাণৰ মলিৰ পৰা কৈটভ আৰু মধু নামে দুজন দৈত্যৰ জন্ম হয়। ইহঁতে এসময়ত ব্রহ্মাক বধ কৰিবলৈ যোৱাত বিষ্ণুই নিজহাতে দুয়োকে বিনাশ কৰে। মধু আৰু কৈটভৰ শ দুটা বিষ্ণুই সাগৰত পেলাই দিছিল। সিহঁতৰ শৰীৰৰ মেদ অৰ্থাৎ তেলৰপৰা পৃথিৱী উৎপত্তি হৈছিল; সেইবাবে পৃথিৱীৰ আন এটা নাম মেদিনী

(মৎস্য-পুঃ—১৭০ অঃ, হৰিবংশ—৫২ অঃ)

**কোঙ্কনা**—পৰশুৰামৰ মাতৃ ৰেণুকাৰ অন্য নাম। (ৰেণুকাচোৱা)

**কৌশল্যা**—দক্ষিণ কোশল ৰাজ্যৰ ৰজাৰ জীয়ৰী বাবে এওঁৰ নাম কৌশল্যা বুলি প্রসিদ্ধা হয়। এওঁ অযোধ্যাপতি দশৰথৰ পাটৰাণী

আৰু মহাৰাজ ৰামচন্দ্ৰৰ জননী। কৌশল্যাই স্বামীৰ মৃত্যু শোক আৰু পো-বোৱাৰীৰ বনবাস হোৱা দুখ একেলগে পায়। সুদীৰ্ঘ চৈধ্য বছৰ পাচত পো-বোৱাৰীক কৌশল্যাই পালে; কিন্তু অতি কম সময়ৰ ভিতৰতে প্ৰজাবৎসল ৰামচন্দ্ৰই সীতাক বনবাস দিয়াত কৌশল্যাই যি দুখ পালে সেই দুখৰ হাত আৰু জীৱনত এৰাব নোৱাৰিলে। ৰামচন্দ্ৰৰ অশ্বমেধ যজ্ঞ শেষ হোৱাত সীতাদেৱীৰ পাতাল-গমন শোক পাই এওঁ আৰু সৰহ দিন জীয়াই নাছিল।

(ৰামায়ণ)

কৌশিক—(১) এজন তপস্বী। এওঁ পিতৃ-মাতৃৰ সেৱা এৰি তপস্যা কৰিবলৈ যায় আৰু কিছু পৰিমাণে সিদ্ধি লাভো কৰে। এদিন গছৰ তলত বহি বেদপাঠ কৰা সময়ত গছৰ ডালত থকা বগলী এটাই তেওঁৰ গাত অজ্ঞানতে মলত্যাগ কৰে। তপস্বীয়ে কোপ-দৃষ্টিৰে চোৱা মাত্ৰে বগলী ভস্মীভূত হয়। এই ঘটনাত তপস্বী কৌশিকৰ মনত নিজৰ শক্তিৰ প্ৰতি অহঙ্কাৰ জন্মে। আন এদিন তেওঁ ভিক্ষাৰ অৰ্থে গৃহস্থ এঘৰৰ ওচৰলৈ যোৱাত ঠিক সেই সময়তে গৃহস্থজন কৰবাৰ পৰা দুখে ভাগৰে আহি ঘৰ সোমায়। গৃহিনী গৰাকীয়ে প্ৰথমে স্বামীক সেৱা শুশ্ৰূষা কৰি পাছতহে কৌশিকক ভিক্ষা দিবলৈ অহাত কৌশিকে অতি ক্ৰোধ মূৰ্ত্তিৰে গৃহিনীৰ প্ৰতি দৃষ্টি কৰে।

তেতিয়া গৃহিনীয়ে কলে—"দেউ! মই বগলী নহয় যে আপুনি শপি ভস্ম কৰিব। প্ৰথম ধৰ্ম্ম মোৰ শ্ৰান্ত-ক্লান্ত স্বামীৰ সেৱা কৰা। আপুনি তপস্যা কৰিছে; কিন্তু ধৰ্ম্মৰ প্ৰকৃত তত্ত্ব একো বুজা নাই। মোলৈ টেলেকা কৰি চাব নালাগে। আপুনি স্বামীব্ৰতা মোক একো কৰিব নোৱাৰে। মিথিলাৰ ধৰ্ম্ম ব্যাধৰ ওচৰলৈ যাওক, তেৱেঁই আপোনাক ধৰ্ম্মৰ তত্ত্ব শিক্ষা দিব।" এই ধিক্‌কাৰ বাক্য শুনি কৌশিক মিথিলালৈ গল। তাত ধৰ্ম্ম ব্যাধৰ মুখত শুনিলে সেৱা-শুশ্ৰূষাৰ আৱশ্যক থকা আত্মীয়-স্বজনক

ত্যাগ কৰি তপস্যামগ্ন হলে তাৰ ফল একো নহয়। এই উপদেশ পাই কৌশিক ঘৰলৈ আহিল আৰু পিতৃ-মাতৃৰ সেৱাৰ লগতে ধৰ্ম্ম আচৰি সিদ্ধিলাভ কৰিলে। (মহাভাৰত বন—২০৫ অ:)

(২) মহৰ্ষি বিশ্বামিত্ৰৰে অন্য এটা নাম। তেওঁ মহাৰাজ কুশিকৰ নাতি; সেইবাবে কৌশিক বুলি লোকে উল্লেখ কৰিছিল। (বিশ্বামিত্ৰ দ্ৰষ্টব্য)

**ক্ৰতু**—ব্ৰহ্মাৰ মানস পুত্ৰ। এওঁৰ ঔৰসত সন্নীতিৰ গৰ্ভত, বালখিল্য, মুনিসকলৰ জন্ম হয়। (শ্ৰীমদ্ভাগবত)

**ক্ৰোধী**—এওঁ দক্ষ প্ৰজাপতিৰ কন্যা আৰু মহামুনি কাশ্যপৰ পত্নী। ক্ৰোধীৰ গৰ্ভত যক্ষ-পিশাচ আদিৰ আদিৰ জন্ম হয়।

(মাৰ্কণ্ড পু:, বিষ্ণুপুৰাণ)

## খ

**খগম**—তপ:প্ৰভাৱশালী এজন ব্ৰাহ্মণ। সখিয়েক সহস্ৰপাদে তেওঁক জৰী এডাল দেখুৱাই সাপৰ ভয় দেখুৱাইছিল: সেইবাবে সহস্ৰপাদক শপি খগমে ঢোৰা সাপ কৰি দিয়ে আৰু ৰুৰুমুনিক দেখিলেহে শাপ খণ্ডন হব বুলি জনায়। (মহা:—আদি। ১১)

**খৰ**—এজন ৰাক্ষস। এওঁ ৰাৱণ ৰজাৰ বৈমাত্ৰেয় ভায়েক। পিতৃ বিশ্ৰবা ঋষি, মাকৰ নাম ৰাকা। ৰাৱণ ৰজাই নিজৰ ভনীয়েক শূৰ্পনখাক বিধৱা কৰি ভনীয়েকৰ তুষ্টিৰ কাৰণে নিজৰ ৰাজ্যৰ পঞ্চৱতী খণ্ড এৰি দিয়ে। তেতিয়াৰ পৰা শূৰ্পনখা পঞ্চৱতীত বাস কৰে। তেওঁক ৰক্ষা কৰিবলৈ চৈধ্য হাজাৰ সৈন্যৰে সৈতে খৰ আৰু দুষণ নামে ৰাৱণৰ দুটা ভায়েক পঞ্চৱতীতে থাকিবলৈ লয়। কিন্তু ৰাম, লক্ষ্মণ সীতা পঞ্চৱতীত থকা সময়ত লক্ষ্মণে শূৰ্পনখাৰ নাক কাণ কাটে। সেইবাবে যুদ্ধ হোৱাত ৰামৰ হাতত খৰৰ মৃত্যু হয়।

(ৰামায়ন—অৰণ্য)

খ্যাতি—এওঁ প্ৰজাপতি দক্ষৰ কন্যা আৰু ভৃগু মুনিৰ পত্নী। এওঁৰ গৰ্ভত লক্ষ্মী নামে কন্যা আৰু ধাতা, বিধাতা নামে দুটি পুত্ৰ ওপজে।

## গ

গঙ্গা—এওঁ উত্তৰ ভাৰতত প্ৰবাহিতা এটি সুবিখ্যাত পুণ্যতীৰ্থ নদী। অন্যফালেৰে আকৌ গঙ্গা নদী হলেও আন দেৱতাৰ নিচিনা দেহ ধাৰণ কৰি নানা মাহাত্ম্যযুক্ত লীলা প্ৰকট কৰা এগৰাকী দেৱী। গঙ্গাৰ মাহাত্ম্য অতি প্ৰাচীন কালৰেপৰা ঋষি মুনিসকলে প্ৰচাৰ কৰি আহিছে আৰু সেই মাহাত্ম্যৰ প্ৰতি ঐকান্তিক বিশ্বাস আজিও ভাৰতৰ লোকৰ মনত থিতাপি হৈ আছে।

ব্ৰহ্মবৈৱৰ্ত পুৰাণৰ মতে—গঙ্গাৰ বিষ্ণুৰ ভৰিৰপৰা উৎপত্তি। ৰামায়ণত লেখে গিৰিৰাজ হিমালয়ৰ ঔৰসত মেনকা ৰাণীৰ গৰ্ভৰ পৰা ওপজা বুলি। অন্য পুৰাণৰ মতে শিৱৰ সঙ্গীত শুনি ভগৱান বিষ্ণু দ্ৰৱীভূত হৈ ব্ৰহ্মাৰ কমণ্ডলুত আশ্ৰয় লয়, সেই দ্ৰৱীভূত বিষ্ণুই গঙ্গা নামে খ্যাত। সূৰ্যবংশীয় ভগীৰথে পূৰ্ব্বপুৰুষ সকলক কপিল মুনিৰ শাপৰপৰা উদ্ধাৰ কৰাৰ অৰ্থে তপস্যা কৰি গঙ্গাক ব্ৰহ্মাৰ কমণ্ডলুৰপৰা নমাই আনে। নামি আহোঁতে গঙ্গা মহাদেৱৰ জ'টত সোমাই লুপ্ত হ'ল। নানাপ্ৰকাৰে স্তৱ-স্তুতি কৰি ভগীৰথে জটাৰ মাজৰপৰা গঙ্গাক উদ্ধাৰ কৰিলে; কিন্তু বাগৰি আহোঁতে জহ্নুমনিৰ যজ্ঞ সম্ভাৰবোৰ উটুৱাই নিয়াৰ কাৰণে মুনিয়ে গঙ্গাক পান কৰি পেলালে। ভগীৰথৰ কাকুতি মিনতিত তুষ্ট হৈ মুনিয়ে গঙ্গাক নিজৰ জানু ( আঠু ) ভেদ কৰি উলিয়াই দিলে; সেইবাবে গঙ্গাৰ আন এটা নাম—"জাহ্নবী"। ইয়াৰ পাচত গঙ্গা প্ৰবাহিত হৈ গৈ কপিল মুনিৰ শাপভ্ৰষ্ট সগৰৰ বংশধৰ

সকলক স্পৰ্শ কৰাত তেওঁলোক আটায়ে শাপমুক্ত হয়। তেতিয়াৰপৰা মহাতীৰ্থৰূপে গঙ্গা পৃথিৱীত থাকে।

অভিশপ্ত অষ্টবসুৱে মানৱ দেহ ধাৰণ কৰিবলগীয়া হোৱাত গঙ্গাদেৱীক তেওঁলোকৰ জননী হবলৈ বৰকৈ কাবৌ মিনতি কৰি ধৰিলে। গঙ্গা সন্মত হৈ মানৱীৰূপ ধৰি বিপত্নীক শান্তনু ৰজাক দেখা দিলে। তেওঁৰ ৰূপত মোহিত হৈ ৰজাই বৰকৈ ধৰাত গঙ্গা শান্তনু-পত্নী হবলৈ স্বীকাৰ কৰিলে, কিন্তু কোনো অভিলষিত কাৰ্য্যত বাধা দিলেই অন্তৰ্হিত হব বুলি কৈ থলে। ইয়াৰ পাচত সাতজন বসু, জন্ম দিয়েই তেওঁ পানীত পেলাই পেলাই দিলে কিন্তু অষ্টমজন বসুক জন্ম দিয়াৰ পিচত পেলাবলৈ কাৰবাৰ কৰোঁতে ৰজাই আপত্তি কৰা দেখি সন্তানটি শান্তনু ৰজাক দি পূৰ্ব্ব প্ৰতিজ্ঞামতে গঙ্গা অন্তৰ্হিতা হল। সেই বসুজনেই 'ভীষ্ম' নামে বিখ্যাত হয়। সেইবাবেই ভীষ্মৰ নাম 'গাঙ্গেয়'। (মহাভাৰত)

**গঙ্গাধৰ**—মহাদেৱৰ অন্য নাম। জ"টৰ মাজত গঙ্গাক ধাৰণ কৰিছিল সেইবাবে মহাদেৱৰ আন এটা নাম 'গঙ্গাধৰ' হয়।

**গণেশ**—এওঁ শিৱ-পাৰ্ব্বতীৰ জ্যেষ্ঠ পুত্ৰ। গ্ৰহৰাজ শনিৰ দৃষ্টিত গণেশৰ মূৰ নোহোৱা হোৱাত বিষ্ণুৱে এওঁক হাতীৰ মূৰ এটা লগাই দিয়ে। ব্ৰহ্মবৈবৰ্ত্ত পুৰাণৰ মতে মালী আৰু সুমালী নামে দুজন শিৱ-ভক্তক সূৰ্য্যাই বধ কৰিবলৈ ধৰাত শিৱই ত্ৰিশূল মাৰি সূৰ্য্যক অচেতন কৰি দিয়ে। সূৰ্য অচৈতন্য হোৱাত জগৎ অন্ধকাৰ হ'ল। সূৰ্য্যৰ পিতৃ কশ্যপে পুত্ৰৰ এনে অৱস্থা দেখি শিৱক অভিশাপ দি কলে—"মোৰ পুত্ৰৰ বুকত শূল আঘাত কৰিলা, তোমাৰ পুত্ৰৰ মূৰেই নোহোৱা হওক।" কশ্যপে শাপ দিয়া মাত্ৰে শিৱৰ পুত্ৰৰ মূৰ নোহোৱা হল। পাৰ্ব্বতীয়ে কান্দি কাটি হাহাকাৰ লগোৱাত বিষ্ণুৱে ততাতৈয়াকৈ হাতীৰ মূৰ এটা লগাই দিলে। দেখাত কুদৰ্শন হোৱাত কোনোৱে পূজা সেৱা নকৰিব বুলি গণেশক আগধৰি পূজা-সেৱা নকৰিলে অন্য দেৱ-দেৱীক

পূজা নিষ্ফল হব বুলি বিষ্ণুৱে নিয়ম কৰি দিলে। মতান্তৰে এওঁৰ পাৰ্ব্বতীৰ গাৰ মলিৰপৰা জন্ম। গণেশ শিৱৰ অনুচৰ "গণ"বোৰৰ অধিপতি আৰু সৰ্ব্ব-সিদ্ধিদাতা। এন্দুৰ এওঁৰ বাহন।

গণেশে চিৰকালেই অবিবাহিত হৈ থাকিবলৈ ইচ্ছা কৰিছিল; কিন্তু তুলসী দেৱীয়ে এওঁক স্বামী বৰণ কৰিবলৈ অভিলাষ কৰাত গণেশে অসম্মতি জনালে। তেতিয়া তুলসীয়ে শাপ দিলে—গণেশক বিয়া কৰাব লাগিব বুলি আৰু গণেশে শাপ দিলে—তুলসী অসুৰ-পত্নী হব বুলি। দুয়োৰে শাপৰ ফলত তুলসী শঙ্খচূড় অসুৰৰ পত্নী হবলগীয়াত পৰিল আৰু গণেশে পুষ্টি নামে কন্যাক বিয়া কৰালে।

এদিন শিৱ-পাৰ্ব্বতী ভিতৰত কথা বতৰা কোৱা সময়ত দুৱাৰত গণেশক দুৱৰী কৰি থৈছিল; এনেতে পৰশুৰামে শিৱক দেখা কৰিবলৈ অহাত গণেশে যাবলৈ নিদিলে। তাতে কোপ কৰি পৰশুৰামে পৰশুৰ আঘাতত গণেশৰ দাঁত এটা ভাঙি দিয়ে। এইবাবে তেওঁ "একদন্ত" নাম পায়। বিশাল মহাভাৰত গ্ৰন্থ ব্যাসে মুখে মুখে কৈ আছিল আৰু ব্ৰহ্মাৰ নিৰ্দ্দেশত চাৰিখন হাত চলাই গণেশে লেখি গৈছিল। (ব্ৰহ্মবৈবৰ্ত—গণেশ খণ্ড)

**গৱাক্ষ**—এওঁ এজন বান্দৰ। বৈবস্বতৰ পুত্ৰ আৰু বান্দৰ ৰাজ সুগ্ৰীৱৰ অনুচৰ। লঙ্কা যুদ্ধত গৱাক্ষ ৰামৰ পক্ষৰ এজন প্ৰধান যোদ্ধা আছিল। (ৰামায়ণ)

**গয়**—(১) এজন ধৰ্ম্মপৰায়ণ ৰজা। এওঁৰ পিতৃৰ নাম অমূৰ্ত্ত। গয় ৰজাই দীঘলে ৩৬ বহলে ৩০ যোজন পৰিমাণৰ এখন ঠাই যজ্ঞ কৰাৰ কাৰণে নিৰ্ম্মাণ কৰে আৰু তাতে যজ্ঞ কৰি প্ৰজাসমূহক প্ৰচুৰ পৰিমাণে অন্নদান কৰে। দেৱতাসকল সন্তুষ্ট হৈ ৰজাৰ নাম অনুসাৰে এই যজ্ঞক্ষেত্ৰৰ নাম "গয়াক্ষেত্ৰ" থয়।

(মহা—দ্ৰোণ ৬৪ অ.)

(২) এজন বিখ্যাত অসুৰ। এওঁ মহা বিষ্ণুভক্ত আছিল, আৰু তাৰ ফলতে ত্ৰিভুবনত দুৰ্জ্জয় হৈ পৰিছিল। দেৱতাসকলে গয়ক ছল কৰি গয়াক্ষেত্ৰলৈ আনি বিষ্ণুৰ দ্বাৰাই নিশ্চল কৰি থৈ দিয়ে। গয়ৰ ইচ্ছা অনুসাৰে গয়াক্ষেত্ৰ মহাতীৰ্থৰূপে পৰিণত হয়। হিন্দুসকল পিতৃ-পুৰুষক পিণ্ডদানৰ অৰ্থে গয়াক্ষেত্ৰলৈ যায়। (বায়ু পুৰাণ)

**গৰুড়**—এওঁ পক্ষীবিলাকৰ ৰজা। গৰুড়ৰ পিতৃ মহামুনি কশ্যপ আৰু মাতৃ 'বিনতা'। বিনতাৰ পুত্ৰ বাবে এওঁক 'বৈনতেয়ও' বোলে। বিনতা ভনীয়েক 'কদ্ৰুৰ' দাসী হবলগা হৈছিল। দেৱভোগ্য অমৃতৰ সলনি বিনতাৰ দাসীত্ব মোচন হব বুলি কদ্ৰুৱে কোৱাত গৰুড় স্বৰ্গলৈ অমৃত আনিবলৈ যায়। তাতে দেবৰাজ ইন্দ্ৰৰ লগত গৰুড়ৰ যুদ্ধ হয় আৰু ইন্দ্ৰ পৰাজিত হৈ গৰুড়ৰ লগত সখি পাতে। কদ্ৰুক অমৃত দিয়াত বিনতাৰ দাসীত্ব মোচন হয়; কিন্তু ইন্দ্ৰই অমৃত হৰণ কৰি নিয়াৰ বাবে কদ্ৰুৱে সেই অমৃত ভোগ কৰিবলৈ নাপালে। (মহা—আদি)

অমৃত অনা সময়ত লগ পাই কৃষ্ণই গৰুড়ক বৰ দিব খুজিলে। গৰুড়ে কলে—"মই সদায় আপোনাৰ ওপৰত থাকিব খোজোঁ।' কৃষ্ণই "থাকিব পাৰিবা" বুলি বৰ দিয়াত গৰুড় সন্তুষ্ট হৈ কৃষ্ণকো বৰ লবলৈ কলে। কৃষ্ণই কলে—"তুমি মোক কান্ধত লৈ ফুৰিব লাগিব।" গৰুড়েও কৃষ্ণক সেই বৰ দিলে কিন্তু নিজে পোৱা বৰৰ ফল ওলোটা হোৱা দেখি বিবুদ্ধি হ'ল।

তেতিয়া কৃষ্ণই কলে—"ভাবিব নালাগে মই, যেতিয়া ৰথত ফুৰোঁ তেতিয়া তুমি মোৰ ৰথৰ ওপৰত উঠি মোতকৈও ওপৰত থাকিবা। তেতিয়া মোক "গৰুড়ধ্বজ" বুলিব" আৰু তোমাৰ কান্ধত থকা সময়ত বুলিব "গৰুড়বাহন"। দুয়ো অৱস্থাতে তোমাৰ নাম উচ্চাৰিত হব।" (মহাভাঃ আদি ১৬)

**গৰ্গ**—এজন জ্যোতিৰ্ব্বিদ মুনি। এওঁ যাদৱ বংশৰ কুল পুৰোহিত আছিল। গৰ্গ মুনিৰ পুত্ৰৰ নাম গাৰ্গ্য, কন্যাৰ নাম গাৰ্গী।

(শ্ৰীমদ্ভাগৱত)

**গাধি**—চন্দ্ৰ বংশীয় এজন ৰজা। এওঁ মহাৰাজ কুশিকৰ পুত্ৰ আৰু সুপ্ৰসিদ্ধ বিশ্বামিত্ৰ মুনিৰ পিতৃ। (হৰিবংশ, স্কন্দপুৰাণ)

**গান্দিনী**—এওঁ কাশীৰাজৰ কন্যা। গান্দিনী নিৰ্দ্দিষ্ট সময়ৰো অধিক কাল মাতৃগৰ্ভত থাকে। গৰ্ভস্থ শিশুৰ শুভ কামনা কৰি কাশীৰাজে দিনৌ একোজনী গাই দান কৰিছিল। সেইবাবে কন্যাৰ জন্মৰ পাচত 'গান্দিনী' নাম থয়। গান্দিনীয়ে নিজেও সদায় একোজনী গাই বামুণক দান কৰিছিল। যথা সময়ত যদুবংশীয় সফল্কৰ লগত গান্দিনীৰ বিয়া হয়। কৃষ্ণ ভক্ত মহাত্মা অক্ৰুৰ গান্দিনীৰ পুত্ৰ। হৰিবংশত গান্দিনীৰ আৰু তেৰটি পুত্ৰ আৰু সুন্দৰী নামে কন্যা ওপজা বুলি পোৱা যায়।

**গান্ধাৰী**—(১) গান্ধাৰ দেশৰ অধিপতি সুবল ৰজাৰ কন্যা। এওঁ কুৰুবংশীয় ধৃতৰাষ্ট্ৰৰ পত্নী আৰু দুৰ্যোধন আদি এশ পুত্ৰৰ জননী। স্বামী ধৃতৰাষ্ট্ৰ জন্মান্ধ থকাৰ বাবে গান্ধাৰীয়ে চকুত কাপোৰ বান্ধি আজীৱন অন্ধৰ নিচিনাকৈ কাল কটাইছিল। সৎ পথত থাকি ধৰ্ম্মাশ্ৰয়ী পাণ্ডৱবিলাকেৰে সৈতে মিলিজুলি ৰাজ্য ভোগ কৰিবলৈ গান্ধাৰীয়ে নিজৰ পুত্ৰ দুৰ্যোধন আদিক সদায় উপদেশ দিছিল। সেই উপদেশ নুশুনি নানা ঘটনাৰ শেহত কৌৰৱবিলাকে পাণ্ডৱ-বিলাকৰ সৈতে কুৰুক্ষেত্ৰত যুদ্ধ আৰম্ভ কৰিলে। যুদ্ধযাত্ৰা কালত দুৰ্যোধনে আশীৰ্ব্বাদ প্ৰাৰ্থনা কৰাত গান্ধাৰীয়ে কলে—"যতো ধৰ্ম্মস্ততো জয়ঃ", অৰ্থাৎ, ধৰ্ম্ম য'ত থাকে জয়ো তাতে বসতি কৰে। সেয়ে ঘটিল। ধৰ্ম্মাশ্ৰয়ী পাণ্ডৱৰ হাতত গান্ধাৰীৰ এশ পুত্ৰ সসৈন্যে নিৰ্ম্মূল হ'ল। ইয়াৰ পাচত পুত্ৰহীনা গান্ধাৰী অন্ধ গিৰিয়েকেৰে সৈতে পোন্ধৰ বছৰ হস্তিনাপুৰত পাণ্ডৱৰ আশ্ৰয়ত থাকি গিৰিয়েকে সৈতে বানপ্ৰস্থ অৱলম্বন কৰে আৰু তিনি বছৰ

জপ তপতে কটোৰাৰ পাচত দাবানল অৰ্থাৎ বন পোৰা জুইত স্বামীৰে সৈতে একেলগে পুৰি ভস্ম হয়।

যুদ্ধক্ষেত্ৰত পুত্ৰবিলাকৰ মৰা শ দেখি শোক কৰাত কৃষ্ণই প্ৰবোধ দিছিল। তেতিয়া গান্ধাৰীয়ে কৃষ্ণক কৈছিল—"কৃষ্ণ! তুমি নীতিজ্ঞ, সম্মানী, সুচতুৰ আৰু ক্ষমতাৱান। তুমি ইচ্ছা কৰিলে কৌৰৱ পাণ্ডৱৰ এই সৰ্ব্বনাশী যুদ্ধ বন্ধ কৰিব পাৰিলাহেঁতেন কিন্তু তুমি উপেক্ষা কৰিলা।

পতি শুশ্ৰূষাত বাহিৰে অন্য তপস্যা মই কৰা নাই। সেই তপস্যাৰ বলতে মই অভিশাপ দিলো—মোৰ চকুৰ আগতে মোৰ পুত্ৰ পৰিজন যেনেকৈ হানাহানি কৰি মৰিল তোমাৰ বংশও সেইদৰে তোমাৰ সাক্ষাততে কটাকটি কৰি মৰিব আৰু তোমাৰো অপঘাত মৃত্যু হব।"

যদুবংশ ধ্বংশ আৰু কৃষ্ণৰ ব্যাধৰ শৰ আঘাতত মৃত্যু সতী-গান্ধাৰীৰ এই অভিশাপৰে ফল।

(২) মৃত্তিকাৱতী নগৰীৰ শাসনকৰ্ত্তা ভোজ বংশীয় ৰজা ক্ৰোষ্টুৰ পত্নী গান্ধাৰী। এওঁলোকৰ পুত্ৰ মহাবল অনমিত্ৰ।

(হৰিবংশ—৩৮ অধ্যায়)

**গায়ত্ৰী**—ব্ৰহ্মাৰ দ্বিতীয়া পত্নী। ব্ৰহ্মাই যজ্ঞ কৰিবলৈ বহি, যজ্ঞ-কাৰ্য্যত যেতিয়া পত্নী উপস্থিত থকা আৱশ্যক তেতিয়া প্ৰথমা পত্নী সাৱিত্ৰীক মাতিবলৈ পঠিয়ালে। সাৱিত্ৰী কিবা ঘৰুৱা জঞ্জালত থকাৰ কাৰণে অহাত পলম হ'ল। পত্নীৰ অনুপস্থিতিৰ কাৰণে যজ্ঞৰ শুভক্ষণ উকলি প্ৰত্যবায় ঘটাৰ আশঙ্কাত ব্ৰহ্মাই সেই মুহূৰ্ত্ততে দ্বিতীয়া পত্নী গ্ৰহণ কৰিবলৈ স্থিৰ কৰিলে আৰু দেৱৰাজ ইন্দ্ৰক কন্যা নিৰ্ব্বাচন কৰিবলৈ অদেশ কৰিলে। যজ্ঞশালালৈ গাখীৰ বেচিবলৈ অহা গোৱালৰ ছোৱালী এজনীক ইন্দ্ৰই টানি আনি গৰুৰ মুখেৰে সোমুৱাই গুহ্যেৰে টানি উলিয়াই শুদ্ধ কৰি ললে আৰু যথা নিয়মে সেই যজ্ঞশালাতে তেতিয়াই ব্ৰহ্মাৰে সৈতে

ছোৱালীজনীক বিয়া দিলে। গৰুৰপৰা ওপজা ব্ৰহ্মাৰ এই দ্বিতীয়া পত্নীৰ নাম সকলো দেৱতাই "গায়ত্ৰী" থলে।

ব্ৰহ্মাৰ প্ৰথমা পত্নী সাৱিত্ৰী ৰুষ্টা হৈ এওঁক নিঃসন্তানা হবলৈ অভিশাপ দিয়ে কিন্তু ব্ৰাহ্মণসকলে এওঁক 'বেদমাতা' আৰু সৰ্ব্বশ্ৰেষ্ঠা উপাস্যা দেৱী বুলি স্বীকাৰ কৰি লয়; আৰু যেয়ে এওঁৰ মহিমাযুক্ত বীজমন্ত্ৰ গান কৰে সি সকলো প্ৰকাৰ দুৰ্গতিৰ পৰা ত্ৰাণ পাব বুলি "গায়ত্ৰী" নামে অভিহিত কৰে। এবাৰ নাস্তিক বৃহস্পতিয়ে গায়ত্ৰীক শাপ দিছিল; কিন্তু ব্ৰাহ্মণ সকলে তেওঁক শাপ মুক্ত কৰে।

( পদ্মপুৰাণ,—স্কন্দপুৰাণ—নাগৰ খণ্ড—১৯১ অঃ )

**গাৰ্গী**—প্ৰাচীন ভাৰতৰ এগৰাকী চিৰকুমাৰী তপস্বিনী ব্ৰহ্মবাদিনী বিদুষী নাৰী। এওঁ গৰ্গ মুনিৰ কন্যা, সেইবাবে গাৰ্গী নামে বিখ্যাতা। কাৰো কাৰো মতে এওঁৰ পিতৃৰ নাম 'বাচক্নু' আৰু কন্যাৰ নাম "বাচক্নবী"। গৰ্গ গোত্ৰত জন্মাৰ কাৰণে বাচক্নুৰ প্ৰসিদ্ধা কন্যাক লোকে গাৰ্গী বুলি উল্লেখ কৰিছিল। কেৱল নাৰী জগততেই নহয় সেই কালৰ পুৰুষ সমাজতো শ্ৰেষ্ঠ বিদুষী আৰু শ্ৰেষ্ঠ ব্ৰহ্মবাদিনী বুলি গাৰ্গীৰ সম্মান আছিল। পৰমাৰ্থ প্ৰিয় জনক ৰজাই সমস্ত বিদ্বান ঋষি-মুনিক নিমন্ত্ৰণ কৰি এখন সভা পাতিছিল আৰু এহেজাৰ শিঙঁতী গাই বান্ধি থৈ শ্ৰেষ্ঠ ব্ৰহ্মবিদ লোকক নিবলৈ কৈছিল। গাইবোৰ যাজ্ঞবল্ক্য মুনিয়ে নিবলৈ ধৰা দেখি উপস্থিত ঋষি-মুনিসকলে তেওঁক ব্ৰহ্ম সম্বন্ধে প্ৰশ্ন কৰি অশ্ৰেষ্ঠ নিৰূপণ কৰিবলৈ যত্ন কৰে। তাৰ ভিতৰত গাৰ্গীও প্ৰশ্নকৰ্ত্ৰী আছিল। অন্য প্ৰশ্নকৰ্ত্তাক যিমান সোনকালে যাজ্ঞবল্ক্যই পৰাস্ত কৰিলে গাৰ্গীক সেইদৰে পৰাস্ত কৰিব পৰা নাছিল। গাৰ্গীৰ শেষ প্ৰশ্নৰ উত্তৰত যাজ্ঞবল্ক্যই কলে—"গাৰ্গী! এয়া তোমাৰ অতি প্ৰশ্ন। ইয়াৰ উত্তৰৰ সীমা আছে। ইয়াৰ সিফালে আৰু প্ৰশ্ন হব নোৱাৰে। ইমানতে তোমাৰ মুখ বন্ধ কৰা;

নহলে মূৰ ছিগি পৰিব।” ইয়াৰ পৰা বুজা যায়—যাজ্ঞবল্ক্যই গাৰ্গীক পৰাস্ত কৰিব পৰা নাছিল ; মূৰ ছিগাৰ ভয় দেখুৱাইহে ৰক্ষা পৰিছিল। ব্ৰহ্মবাদিনী গাৰ্গীৰ ঋগ্বেদৰ টীকাকাৰিণী বুলিও খ্যাতি আছে। ( বৃহদাৰণ্যক উপনিষদ )

**গাৰ্গ্য**—এজন মুনি। এওঁ গৰ্গ মুনিৰ পুত্ৰ। পিতৃৰ নিচিনা এওঁও যাদৱ কুলৰ পুৰোহিত আছিল। গাৰ্গ্যই যাদৱ বংশতে বিয়া কৰায় ; কিন্তু বহুদিন সন্তানৰ পিতা নোহোৱা দেখি যাদৱবোৰে তেওঁক নপুংসক বুলি প্ৰচাৰ কৰে। সেই অপমানতে মহাদেৱক তপস্যাৰে তুষ্ট কৰি যাদৱ কুলক পৰাজয় কৰিব পৰা শক্তিসম্পন্ন পুত্ৰ এটি প্ৰাৰ্থনা কৰে। সেই অনুসাৰে গোপালি নামে অপ্সৰাৰ গৰ্ভত গাৰ্গ্যৰ যাদৱকুলজয়ী ‘কালযৱন’ নামে পুত্ৰ লাভ হয়। সেই কালযৱনে পিতৃ-নিন্দুক যাদৱ কুলক মথুৰাৰ পৰা দ্বাৰকালৈ খেদি দিয়ে। গাৰ্গ্য মুনি ঋগ্বেদ, ব্যাকৰণ আৰু জ্যোতিষ শাস্ত্ৰৰ শ্ৰেষ্ঠ বিদ্বান আছিল। “গাৰ্গ্য সংহিতা” নামে বিখ্যাত জ্যোতিষ শাস্ত্ৰ গাৰ্গ্য মুনিয়ে প্ৰনয়ণ কৰা। ( হৰিবংশ )

**গালৱ**—এজন মুনি। এওঁ মহৰ্ষি বিশ্বামিত্ৰৰ অতি প্ৰিয় শিষ্য আছিল। তেওঁৰ গুৰু-ভক্তিত তুষ্ট হৈ গুৰুদক্ষিণা নালাগে বুলি কোৱা সত্বেও গালৱে ঘনে ঘনে কি গুৰুদক্ষিণা লাগিব সোধাত বিশ্বামিত্ৰই আঠ শ সুলক্ষণযুক্ত ঘোঁৰা দক্ষিণা খুজিলে। এনে নভবা নিচিন্তা বস্তু গুৰুৱে খোজাত গালৱ চিন্তাযুক্ত হৈ বিষ্ণুক আৰাধনা কৰিলে। বিষ্ণুৰ বাহন গৰুড়ৰ লগত গালৱৰ আগৰে-পৰা বন্ধুত্ব আছিল ; তেওঁ আহি দিহা দিলে মহাদানী যযাতি ৰজাত ঘোঁৰা প্ৰাৰ্থনা কৰিবলৈ। যজ্ঞ কৰি যযাতি নিঃস্ব হৈছিল ; তেওঁ ঘোঁৰা দিব নোৱাৰি মুনিক মাধৱী নামে ছোৱালী এজনী দি কোনো পুত্ৰকামী ৰজালৈ মাধৱীক দি ঘোঁৰা সংগ্ৰহ কৰিবলৈ কলে। গালৱ প্ৰথমে অপুত্ৰক হৰ্যশ্ব ৰজাৰ ওচৰলৈ গ’ল। তেওঁৰ দুশৰ বেচি ঘোঁৰা নাছিল। সেই কেইটা ঘোঁৰা গুৰুৰ

বাবে লৈ এটি মাত্র পুত্র উৎপাদন কৰিবলৈ মাধৱীক মুনিয়ে দি আহিল আৰু যথা সময়ত তেওঁ আহি লৈ যাব বুলি জনালে। সেয়ে হ'ল, হৰ্যশ্বৰ গৃহৰ পৰা মাধৱীক আনি আৰু দুশ ঘোঁৰাৰ সলনি পূৰ্ব্ব বন্দৰস্ত মতে ৰজা দিবোদাসলৈ মুনিয়ে মাধৱীক দি আহিল। তাৰ পিচত অন্য দুশ ঘোঁৰাৰ বাবে মাধৱীক সেইদৰে উশীনৰ ৰজাক দিলে। এই অনুক্রমে বিশ্বামিত্রক ছয় শ ঘোঁৰা দিয়া হল ; কিন্তু উশীনৰ ৰজাৰ ঘৰৰ পৰা মাধৱীক অনাৰ পাচত তেনেকুৱা ঘোঁৰা থকা ৰজা আৰু নাই বুলি গৰুড়ৰ মুখত শুনি গালবে দুশ ঘোঁৰাৰ সলনি বিশ্বমিত্রকে এটি পুত্র উৎপাদন কৰিবলৈ মাধৱীক দি আহিল।

গালৱৰ গুৰুদক্ষিণা দিয়া হ'ল। লগে লগে মাধৱীৰ পৰা হৰ্যশ্বই বসুমনা, দিবোদাসে প্রতর্দন, উশীনৰে শিবি আৰু বিশ্বামিত্রই অষ্টক নামে পুত্র লাভ কৰিলে। তেতিয়া গালৱে নানাপ্রকাৰ প্রশংসা আৰু আশীৰ্ব্বাদ কৰি মাধৱীক আকৌ মহাৰাজ যযাতিক ফিৰাই দিলে। যযাতিয়ে স্বয়ংবৰ প্রথামতে মাধৱীৰ বিয়া পাতিবলৈ যো-যা কৰিলে ; কিন্তু মাধৱীয়ে অসম্মতি প্রকাশ কৰি ধৰ্ম্ম কৰ্ম্মতে জীৱন কটাই দিলে।

( মহাভাৰত, উদ্যোগ—১০৬—১০৮ )

**গুহক**—এজন চণ্ডালৰ ৰজা। ভাগীৰথী নদীৰ পাৰৰ শৃঙ্গবেৰপুৰ নামে ঠাইত এওঁৰ বাসস্থান আছিল। লক্ষণ আৰু সীতাৰে সৈতে ৰামচন্দ্র বনলৈ যোৱাত এওঁৰ আশ্রয়ত এৰাতি থাকে। বনবাসীৰ উপযুক্ত মূৰৰ চুলিত জঁট লগাবলৈ ৰাম-লক্ষ্মণক গুহকে বট গছৰ ৰস দিয়ে আৰু নাৱেৰে ভাগীৰথী পাৰ কৰি থয়। বনবাসৰ অন্তত অযোধ্যালৈ ফিৰি আহিবৰ সময়ত ৰামে গুহকক দেখা কৰি পৰম মিত্রতাৰ ভাব দৰ্শায়।

( ৰামায়ণ )

**গোতম**—এজন মুনি। এওঁ ন্যায়শাস্ত্রবেত্তা আৰু ন্যায়শাস্ত্র প্রণেতা। গোতম প্রণীত ন্যায়শাস্ত্র আজিও সমাদৰে গৃহীত হয় আৰু শ্রেষ্ঠ সম্মান পায়। ( অক্ষপাদ দ্রষ্টব্য )

**গৌতম**—এজন ঋষি। এওঁ গোতম মুনিৰ পুত্র। গৌতম ধৰ্ম্মশাস্ত্র প্রণেতা আৰু প্রয়োগকৰ্ত্তা। মনুষ্য ধৰ্ম্ম সম্বন্ধে এওঁ এজন প্রধান সংহিতাকাৰ। নিজৰ প্রচাৰিত মতৰ সম্বন্ধে বৈশ্যৰজাৰ যজ্ঞ সভাত অত্রি মুনিৰে সৈতে গৌতমৰ তৰ্কযুদ্ধ হৈছিল। সনৎকুমাৰ মধ্যস্থ হৈ সেই তৰ্কৰ মীমাংসা কৰি দিয়ে।

গৌতম ঋষি তপস্যা পৰায়ণ আৰু জিতেন্দ্রিয় পুৰুষ আছিল। সেইবাবে ব্রহ্মাই অহল্যাক স্রজন কৰি গৌতমকে অহল্যাৰ ৰক্ষক পাতে। অতুলনীয় ৰূপ-যৌৱন শালিনী অহল্যাক সুদীৰ্ঘ কাল নিজৰ আশ্রমত ৰাখি যথা সময়ত ফিৰাই নিবলৈ কোৱাত ব্রহ্মা পৰম সন্তুষ্ট হ'ল আৰু পত্নী স্বৰূপে অহল্যা কন্যাক গৌতমকে দান কৰিলে। অহল্যাৰ গৰ্ভত গৌতমৰ শতানন্দ নামে পুত্রৰ জন্ম হয়।

এসময়ত ইন্দ্রই গৌতমৰ ৰূপ লৈ অহল্যাৰ সতীত্ব হৰণ কৰে। গৌতমে অহল্যা আৰু ইন্দ্র দুয়োকো শাপ দি হিমালয় পৰ্ব্বতলৈ গৈ তপস্যা কৰিবলৈ ধৰিলে। বিশ্বামিত্র মুনিয়ে ৰাম লক্ষ্মণক নিজৰ আশ্রমলৈ নিয়া সময়ত তেওঁলোকক দৰ্শন পাই অহল্যা শাপমুক্তা হয়। তাৰ পিচত গৌতম আৰু অহল্যাৰ আকৌ পুনৰ্মিলন ঘটে। গৌতমৰ কৃপ আৰু কৃপী নামে শৰস্তম্ভ জাত দুটি পুত্র-কন্যা থকা উল্লেখিত হয়।

( অহল্যা আৰু ইন্দ্র চোৱা )

কুমাৰিল ভট্টৰ মতে অহল্যা-ইন্দ্র উপাখ্যান এটা ৰূপক কাহিনী। অহল্যাৰ অৰ্থ ৰাতি আৰু ইন্দ্র অৰ্থ সূৰ্য্য। সূৰ্য্য উদয় হলে আৰু ৰাতি নাথাকে—এই প্রাকৃতিক কথাটি অহল্যাক ইন্দ্রই ধৰ্ষণ কৰা কাহিনী ৰূপে কল্পিত হৈছে। ( ৰামায়ণ )

## ঘ

**ঘটোৎকচ**—এজন মহাবীৰ ৰাক্ষস। দ্বিতীয় পাণ্ডৱ ভীমৰ ঔৰসত হিৰিম্বা নামে ৰাক্ষসীৰ গৰ্ভত এওঁৰ জন্ম। ওপজা সময়ত চুলি নথকাৰ কাৰণে মূৰটো (ঘট) টেকেলিৰ পেটৰ নিচিনা দেখা গৈছিল, সেইবাবে তেওঁৰ নাম ঘটোৎকচ হৈছে বুলি কোৱা আছে। ঘটোৎকচ মাতুল গৃহতে ডাঙৰ দীঘল হয় আৰু পাচলৈ মাতুল ৰাজ্যতে ৰাজত্ব কৰে। ৰাজ্যহাৰা হৈ পাণ্ডৱবিলাক বাৰ বছৰ বনবাস খাটিবলগীয়া হোৱাত এদিন বনৰ মাজত বৰ বিপদত পাণ্ডৱবিলাকক ঘটোৎকচে উদ্ধাৰ কৰে। কুৰুক্ষেত্ৰ যুদ্ধত ঘটোৎকচে পাণ্ডৱ পক্ষত যোগ দিয়ে। এওঁ কৌৰৱ সৈন্যক যুদ্ধত এনেদৰে বিনাশ কৰিছিল যে প্ৰাণৰ ভয়ত মহাবীৰ কৰ্ণই অৰ্জ্জুন বধৰ কাৰণে সাঁচি থোৱা শক্তিপাত প্ৰয়োগ কৰিহে ঘটোৎকচক বধ কৰে। ঘটোৎকচৰ মৃত দেহ ওপৰত পৰিও কৌৰৱৰ বহু সৈন্য বিনাশ হয়। (মহাভাৰত—দ্ৰোণ

**ঘণ্টাকৰ্ণ**—এজন মহাদেৱৰ ভক্ত পিশাচ। এওঁ শিৱ ভক্ত আৰু অতিশয় বিষ্ণুদ্বেষী আছিল। কেনেবাকৈ বিষ্ণুৰ নাম কাণত পৰে বুলি পিশাচে শব্দ হৈ থকাকৈ কাণত ঘণ্টা বান্ধি থৈছিল। সেইবাবে তেওঁৰ নাম ঘণ্টাকৰ্ণ হয়। মহাদেৱৰ উপদেশ মতে ঘণ্টাকৰ্ণই বিষ্ণুৰ আৰাধনা কৰে আৰু শেহত বিষ্ণুভক্ত হৈ বিষ্ণুৰ কৃপাতে স্বৰ্গবাসী হয়।

(হৰিবংশ—২৭ত অঃ)

**ঘৃতাচী**—এজনী অপ্সৰা। এওঁৰ গৰ্ভত ৰাজৰ্ষি কুশনাভৰ এশজনী কন্যা ওপজে। চ্যৱন মুনিৰ পুত্ৰ প্ৰমতিৰ ঔৰসত ঘৃতাচীয়ে ৰুৰু নাবে পুত্ৰক জন্ম দিয়ে। মহাভাৰতত কোৱা আছে—ঘৃতাচী অপ্সৰাক দেখি ব্যাসদেৱৰ বীৰ্য্যপাত হয় আৰু সেই বীৰ্য্য অৰণীত পৰে। তাতে 'শুকদেৱ' ওপজে। আকৌ গঙ্গাত গা ধুই উঠা

ঘৃতাচীৰ ৰূপ দেখি মহাতপা ভৰদ্বাজৰ ৰেতঃপাত হয়, তাতে দ্ৰোণাচাৰ্য্যৰ জন্ম। (মহা—আদি ৮, শান্তি)

## চ

**চণ্ড**—এজন দৈত্য। দৈত্যৰাজ শুম্ভৰ এওঁ অনুচৰ। তেওঁৰ ভায়েকৰ নাম মুণ্ড। দেবী-যুদ্ধত এওঁক ভগৱতী মহাশক্তিয়ে কৌষিকীৰূপে বধ কৰে। সেইবাবে দেৱীৰ আন এটা নাম 'চণ্ডী বা চণ্ডিকা' হয়। (মাৰ্কণ্ডেয় পুৰাণ)

**চণ্ডকৌশিক**—এজন ঋষি। এওঁৰ পিতৃৰ নাম কাক্ষীবান। কৌশিক ঋষি মহা তপস্বী আৰু উদাৰ চৰিত আছিল।

**চণ্ডভাৰ্গব**—এজন মুনি। এওঁৰ চ্যবন বংশত জন্ম হৈছিল।

**চন্দ্ৰ**—এওঁ সমুদ্ৰ মন্থনত উদ্ভৱ আৰু দেৱতাৰ ভিতৰত গণ্য হয়। সেই সময়তে অমৃতৰো উৎপত্তি। বিষ্ণুৱে দেৱতাসকলক অমৃত ভগাই দিয়াৰ সময়ত অসুৰ এজনেও দেৱতাৰ শাৰীত সোমাই অমৃত খাবলৈ ধৰিছিল। সেই কথা চন্দ্ৰই উলিয়াই দিয়াত বিষ্ণুৱে চক্ৰ মাৰি অসুৰৰ মূৰ কাটি দিয়ে। মূৰ কটা অসুৰে 'ৰাহু' নাম লৈ জীয়াই থাকিল আৰু সুবিধা পালেই চন্দ্ৰক গ্ৰাস কৰে। তাকে 'চন্দ্ৰগ্ৰহণ' বোলা হয়।

অন্যমতে উল্লেখিত হয় চন্দ্ৰ অত্ৰি ঋষিৰ পুত্ৰ। এওঁ উঠি ফুৰা ৰথখন ঢৌ কটা গঠনৰ তিনিভাজ লগা আৰু তাক ধৱল বৰণৰ দহোটা ঘোঁৰাই টানে। চন্দ্ৰই দক্ষ প্ৰজাপতিৰ সাতাইশজনী কন্যা বিয়া কৰায়; কিন্তু তেওঁ ৰোহিনী নামৰ পত্নীত বেচি অনুৰাগী হৈ বাকীবোৰক অৱহেলা কৰে। তেতিয়া উপেক্ষিতা কন্যাবোৰে পিতৃ দক্ষক এই অবিচাৰৰ কথা জনায়। সকলো পত্নীৰ প্ৰতি সম অনুৰাগী হবলৈ দক্ষই চন্দ্ৰক উপদেশ দিলে।

তথাপি তেওঁ পূৰ্ব্ব অভ্যাস নেৰা দেখি দক্ষই চন্দ্ৰক যক্ষ্মাৰোগগ্ৰস্ত হৰলৈ অভিশাপ দিলে। ৰোগগ্ৰস্ত হৈ চন্দ্ৰ দক্ষৰ শৰণাগত হোৱাত শহুৰেকৰ নিৰ্দ্দেশমতে প্ৰভাস তীৰ্থত স্নান কৰি ৰোগমুক্ত হ'ল আৰু তেতিয়াৰপৰা সকলো পত্নীৰ প্ৰতি সম অনুৰাগ দেখাব ধৰিলে। কিন্তু মাহৰ ভিতৰত শুক্ল, কৃষ্ণ দুটা পক্ষত হোৱা এন্ধাৰ পোহৰ চন্দ্ৰৰ যক্ষ্মাৰোগৰে নিদৰ্শন বুলি কোৱা হয়।

এসময়ত চন্দ্ৰই দেৱগুৰু বৃহস্পতিৰ ভাৰ্য্যা তাৰা দেৱীক হৰণ কৰি নিছিল। ইয়াৰ ফলত তাৰাৰ গৰ্ভত বুধ নামে পুত্ৰ এটি ওপজে। এই দুৰ্নীতিপূৰ্ণ কাৰ্য্যৰ বাবে দেৱতাসকল কুপিত হৈ চন্দ্ৰৰ বিৰুদ্ধে উঠাত চন্দ্ৰ গৈ দৈত্যগুৰু শুক্ৰৰ শৰণাগত হয়। তাৰফলত দেৱ-দৈত্যৰ যুদ্ধ লগাৰ সম্ভাৱনা দেখি ব্ৰহ্মাই চন্দ্ৰৰ হতুৱাই তাৰাক আকৌ বৃহস্পতিক সমৰ্পণ কৰালে; গতিকে যুদ্ধ সিমানতে ৰহিত হ'ল। (ব্ৰহ্মপুৰাণ—কাশীখণ্ড, কালিকাপুৰাণ)

**চন্দ্ৰকেতু**—এওঁ লক্ষ্মণৰ পুত্ৰ। মহাৰাজ ৰামচন্দ্ৰই কাৰাপথ নামে ৰাজ্য এখন জয় কৰাই তাতে লক্ষ্মণৰ পুত্ৰ চন্দ্ৰকেতুক ৰজা পাতে। (ৰামায়ণ—উত্তৰ)

**চন্দ্ৰলেখা**—শোণিতপুৰৰ দৈত্যৰাজ বাণৰ মন্ত্ৰী ধৰ্মপ্ৰাণ কুম্ভাণ্ডৰ কন্যা। এওঁ ৰাজকন্যা উষাৰ সহচৰী আছিল। (চিত্ৰলেখা—দ্ৰষ্টব্য)

**চন্দ্ৰসেন**—(১) এজন প্ৰতাপী ৰজা। এওঁ কুৰুক্ষেত্ৰ যুদ্ধত পাণ্ডৱ পক্ষত যোগ দি অশ্বত্থামাৰ শৰত হানী হয়। চন্দ্ৰসেনৰ পিতৃৰ নাম সমুদ্ৰসেন।

(২) এজন ৰজা। এওঁ ক্ষত্ৰিয়বিনাশী পৰশুৰামৰ হাতত বিনাশ হয়। চন্দ্ৰসেনৰ গৰ্ভৱতী মহিষী প্ৰাণৰ ভয়ত পলাই গৈ দাল্‌ভ্য মুনিৰ আশ্ৰমৰ আশ্ৰয় লয়।

**চৰক**—এজন মুনি। এওঁ ব্ৰহ্মা, অশ্বিনীকুমাৰ, ইন্দ্ৰ, ভৰদ্বাজ, আত্ৰেয়, অগ্নিবেশ্য প্ৰভৃতিৰ ওচৰত চিকিৎসা বিদ্যা শিকি

সুপ্ৰসিদ্ধ চিকিৎসক হৈছিল। গুৰুসকলৈ মন কৰিলে বুজা যায় চৰকে সেইকালত প্ৰচলিত চিকিৎসাৰ সমস্ত কৌশলকে চতুৰ্দ্দিশৰ পৰা সংগ্ৰহ কৰি শিকি লৈছিল। "চৰক-সংহিতা" নামক প্ৰসিদ্ধ বৈদ্যশাস্ত্ৰ চৰক মুনিয়ে প্ৰণয়ণ কৰা।

চৰক সংহিতা চিকিৎসা জগতত এখনি অমূল্য বৈদ্যগ্ৰন্থ। প্ৰাচীন যুগতে ৰচিত এই চৰক-সংহিতা দেখি পৃথিবীৰ চিকিৎসা-বিজ্ঞানীসকল আচৰিত হৈছে। মানুহৰ এনে এটি আৱশ্যকীয় বিষয়ত ঋষি মুনিসকলৰ সূক্ষ্ম জ্ঞানৰ এই মহান নিদৰ্শনে ভাৰতীয় প্ৰাচীন সভ্যতাৰ গৌৰৱযুক্ত প্ৰমাণ বুলি আটায়ে স্বীকাৰ কৰে। আধুনিক আবিষ্কৃত কিছুমান ৰোগ আৰু তাৰ চিকিৎসা চৰকে সেই যুগতে তেওঁৰ সংহিতাত উল্লেখ কৰি গৈছে।

ৰোগ-নিৰ্ণয়, ঔষধ প্ৰস্তুত আৰু ওষধী নিৰ্ব্বাচন সম্বন্ধতে অৰিষ্ট, আসৱ আৰু মদ প্ৰস্তুত সম্বন্ধেও চৰকে বাহুল্যৰূপে আলোচনা কৰিছে। নানা ফলমূল, ফুল, চিনি সংযোগত প্ৰস্তুত কৰা ৯বিধ মদৰ সংমিশ্ৰনত ৮৪ প্ৰকাৰ মদ তৈয়াৰ আৰু ৰোগী নিৰোগী বিশেষে পান কৰিবলগীয়া মদৰ নিৰ্দে'শ দিছে।

( সূত্ৰস্থানম্ ৬ অঃ মদ্যবৰ্গ ২৫ অঃ )

প্ৰাগলভ্যবীৰ্য্যপ্ৰতিভাতুষ্টিপুষ্টিবলপ্ৰদম।
সাত্ত্বিকৈৰ্বিধিবদযুক্তংপীতং স্যাদমৃতং যথা॥
শৌচানুৰাগযুক্তাভি প্ৰমদাভিৰিতস্ততঃ।
সংবাহ্যমান মিষ্টাভিঃ পিবেন্মদ্য মনুত্তমম॥
যা সুৰাসুৰগন্ধৰ্বযক্ষৰাক্ষসমানুষৈ
ৰতিসুৰেত্যাভিহিতা তাং সুৰাং বিধিনা পিবেৎ॥

( ২৭ আৰু ১২ অধ্যায় )

পুষ্ট মাংসসহ মদিৰা পান কৰি শয়নত—"আলিঙ্গ্যগুৰু-দিগ্ধাঙ্গী—" ইত্যাদি উপদেশ নিৰ্দে'শ আৰু তেওঁৰ "তত্তৎ কাৰ্য্যমভিসমীক্ষ্যেতি—" আদি অভিজ্ঞতাসূচক বচনে চৰকমুনি "মকাৰ"সেৱী আছিল বুলি অনুমান কৰিবলৈ ইঙ্গিত দিয়ে।

**চাণূৰ**—এজন দৈত্য। এওঁ মথুৰাৰ কংশ ৰজাৰ মল্ল (মাল যুদ্ধত নিপুণ) আছিল। কংসই ধনুৰ্যজ্ঞলৈ মাতি নি কৃষ্ণক এই চাণূৰৰ হতুৱাই মৰাব খুজিছিল; কিন্তু কৃষ্ণৰ হাতত চাণূৰৰ হে মৃত্যু হয়।

(শ্ৰীমদ্ভাগৱত—১০)

**চাৰ্বাক**—(১) এজন নাস্তিক মতাৱলম্বী দাৰ্শনিক মুনি। চাৰ্বাক বৃহস্পতি ঋষিৰ শিষ্য আছিল। তেওঁৰ মতক এদল লোকে ইমান ভাল পাইছিল যে "চাৰু" অৰ্থাৎ মনোৰম বাক্য কোৱাৰ বাবে, লোকে তেওঁক "চাৰ্বাক" (চাৰু+ৱাক্) বুলি উল্লেখ কৰে আৰু তেওঁৰ প্ৰণীত দৰ্শন শাস্ত্ৰ "চাৰ্বাক দৰ্শন নামে প্ৰসিদ্ধ হয়। এওঁৰ মতে মাটি পানী-বায়ু জুই—এই চাৰিবিধৰ সংযোগতে জগতৰ সমস্ত পদাৰ্থ উদ্ভৱ হৈছে। এই কেইটিৰ বিয়োগেই মৃত্যু। এই স্থূল দেহেই আত্মা। দেহাতিৰিক্ত আত্মা বোলা বস্তু নাই। প্ৰত্যক্ষহে একমাত্ৰ প্ৰমাণ। অনুমান কোনোকালেই প্ৰমাণ বুলি গ্ৰাহ্য হব নোৱাৰে। পৰলোক মিছা। এই দেহ এবাৰ নষ্ট হলে পুনৰায় তাক পোৱাৰ সম্ভাৱনা মুঠেই নাই। "বেদ" ভণ্ডৰ ৰচনা। স্বৰ্গ-নৰকাদি ধূৰ্তৰ কল্পিত। যজ্ঞত পশু বধ মাংস আদি নিবেদনৰ নিৰ্দেশ ৰাক্ষসবোৰে দিয়া। আচলতে স্বৰ্গ, নৰক, নিৰ্বাণ, মুক্তি আদি অবাস্তৱ কথা। যাগ-যজ্ঞ, অগ্নিহোত্ৰ, ব্ৰহ্মচৰ্য্য আদি নিষ্ফল ক্ৰিয়া। মৃত্যুৰ লগতে সকলো শেষ; গতিকে জীয়াই থকা দিন কেইটাত যি কৰিলে সুখ পোৱা যায় তাকে কৰা উচিত। কাৰণ সুখেই হৈছে পৰম পুৰুষাৰ্থ। উপাদেয় খাদ্য ভোজন, উত্তম বস্ত্ৰ পৰিধান আৰু স্ত্ৰী সম্ভোগ আদিৰ পৰা উৎপন্ন হোৱা সুখেই পৰম পুৰুষাৰ্থ। অতএব—"যাবজ্জীবং সুখং জীবেদ্ ঋণং কৃত্বা ঘৃতং পিবেৎ।" কাৰো কাৰো মতে বৃহস্পতি মুনিয়েই "চাৰ্বাক দৰ্শন" প্ৰণেতা আৰু প্ৰচাৰক। "কেৱলং শাস্ত্ৰমাশ্ৰিত্য নকৰ্ত্তব্যো বিনিৰ্ণয়ঃ। যুক্তিহীন বিচাৰেতু ধৰ্ম্মহানি প্ৰজায়তে"—এনেবোৰ বৃহস্পতি বচন আৰু "তৈত্তিৰীয় ব্ৰাহ্মণত" উল্লেখিত হিন্দুৰ

বীজমন্ত্রৰ অধিষ্ঠাত্রী গায়ত্রী দেৱীক বৃহস্পতিয়ে আঘাত কৰা ঘটনা আদিক লৈয়েই মানুহে এই মত পোষণ কৰে বুলি অনুমান হয়।

ৰামায়ণৰ অযোধ্যা কাণ্ডত জাবালী মুনিয়ে চাৰ্বাক মত যুক্তিৰে প্ৰদৰ্শন কৰি ৰামচন্দ্ৰক বন গমনত বাধা দিছে। বিষ্ণু পুৰাণতো এই মতবাদ দেখা যায়। মতান্তৰে চাৰ্বাক বুলি কোনো মানুহ নাছিল ; ব্ৰাহ্মণ্য ধৰ্মৰ কৰ্মকাণ্ড আধিক্যতে বিৰক্ত এদল লোকৰ সাংখ্য বেদান্ত আদিৰ নিচিনা ই এটি দাৰ্শনিক মত। খ্ৰীঃ পূঃ ৭ম ৮ম শতিকাৰ ভিতৰত এই দৰ্শনৰ উৎপত্তি বুলি আচাৰ্য মোক্ষমুলাৰে কয়।

(২) এজন ৰাক্ষস। এই ৰাক্ষস কৌৰৱৰ ফলীয়া আছিল। কুৰুক্ষেত্ৰ যুদ্ধত জয়ী হৈ যুধিষ্ঠিৰ যেতিয়া হস্তিনাপুৰত সোমাবলৈ আহে, তেতিয়া চাৰ্বাকে বামুণবেশে আহি ধিক্কাৰ দি দি যুধিষ্ঠিৰক গালি শপনি পাৰিছিল ; কিন্তু অলপ পাচতে চাৰ্বাকৰ প্ৰকৃত ৰূপ ধৰা পৰে আৰু যুধিষ্ঠিৰৰ লগৰ ব্ৰাহ্মণসকলৰ শাপতে ভস্মীভূত হয়।

( মহাভাৰত—শান্তিপৰ্ব অধ্যায়—৩৮ আৰু ৱেণীসংহাৰ—৬ষ্ঠ অঙ্ক )

**চিত্ৰগুপ্ত**—যমৰাজৰ এজন সহচৰ। ব্ৰহ্মাৰ শৰীৰপৰা এওঁ উৎপত্তি হৈ ব্ৰহ্মাৰ নিৰ্দ্দেশমতে চণ্ডীকাৰ প্ৰীতি কামনাৰে তপস্যা কৰে আৰু চণ্ডীৰ বৰত চিত্ৰগুপ্ত পৰোপকাৰী, কৰ্মপটু আৰু চিৰজীবি হয়। ইৰাৱতী আৰু দক্ষিণা নামে দুগৰাকী ব্ৰাহ্মণ কন্যাক চিত্ৰগুপ্তই বিয়া কৰায় আৰু সেই দুই পত্নীৰ পৰা তেওঁৰ বাৰটি পুত্ৰৰ জন্ম হয়। ব্ৰহ্মাৰ নিৰ্দেশমতে চিত্ৰগুপ্ত যম ৰজাৰ জন্ম আৰু মৃত্যুৰ হিচাপ ৰক্ষক কৰ্মচাৰী। ব্ৰহ্মাৰ কায় অৰ্থাৎ শৰীৰপৰা ওপজা বাবে এওঁৰ নাম "কায়স্থ" ; কিন্তু লোকৰ পাপ-পুণ্য, শুভ-অশুভ আদি যাৱতীয় বিচিত্ৰ হিচাবো গুপুততে ৰক্ষা কৰে বুলি এওঁৰ প্ৰসিদ্ধ নাম চিত্ৰগুপ্ত। ( ভৱিষ্য, পদ্ম, গৰুড় পুৰাণ )

**চিত্ৰভানু**—এজন মণিপুৰৰ ৰজা। এওঁৰ নাম "চিত্ৰবাহন্" বুলিও উল্লেখ আছে। অৰ্জ্জুন অকলৈ বনবাস কৰা সময়ত চিত্ৰভানুৰ কন্যা

চিত্ৰাঙ্গদাক বিয়া কৰাই এবছৰ মণিপুৰত থাকে। সেই সময়তে ৰাজকন্যাৰ পৰা অৰ্জুনৰ "বভ্ৰুবাহন" নামে পুত্ৰৰ জন্ম হয়।

(মহাভাৰত আদি-২১৬ অঃ)

**চিত্ৰৰথ**—এজন গন্ধৰ্ব। এওঁ দক্ষ কন্যাৰ গৰ্ভত কশ্যপৰ ঔৰসত জন্ম পায়। এওঁৰ প্ৰকৃত নাম "অঙ্গাৰপৰ্ণ"। চিত্ৰিত ৰথ এখনত উঠি ফুৰাৰ বাবে চিত্ৰৰথ নাম হয়। পাণ্ডৱসকলৰ সৈতে যুদ্ধ লগাত সেই ৰথখন পুৰি যায়; তেতিয়াৰপৰা লোকে তেওঁক "দগ্ধৰথ" বুলি উল্লেখ কৰিছিল। মাজে সময়ে এওঁ দেৱৰাজ ইন্দ্ৰৰো ৰথ চলাইছিল। এদিন চিত্ৰৰথে পত্নীসকলে সৈতে গঙ্গাত জল-বিহাৰ কৰিছিল। বনবাসৰ সময়ত পাণ্ডৱবিলাক সেই জল-বিহাৰ স্থানৰ ওচৰেৰে যোৱাত চিত্ৰৰথে খং কৰি পাণ্ডৱবিলাকক আক্ৰমণ কৰে। কিন্তু অতি অলপ সময়ৰ ভিতৰতে অৰ্জুনৰ হাতত বন্দী হয়। দয়ালু যুধিষ্ঠিৰে চিত্ৰৰথক মুকলি কৰি অৰ্জুনেৰে সৈতে মিত্ৰ কৰি দিয়ে। তাৰফলত চিত্ৰৰথে অৰ্জুনক "চাক্ষুসীবিদ্যা" দান কৰে। (মহাভাৰত—বন—১৭১ অঃ)

**চিত্ৰলেখা**—শোণিতপুৰৰ দৈত্যৰাজ বাণৰ মন্ত্ৰী কুম্ভাণ্ডৰ কন্যা। এওঁ ৰাজকুমাৰী উষাৰ সহচৰী আৰু সখীয়েক। চিত্ৰলেখা চিত্ৰবিদ্যাত অতিশয় নিপুণা আছিল। ৰাজকুমাৰী উষাই কৃষ্ণৰ নাতিয়েক অনিৰুদ্ধক সপোনতে দেখা পাই প্ৰণয়াসক্তা হয়; কিন্তু কাক সপোনত দেখিলে কব নোৱাৰি মনৰ বেজাৰত কাল কটায়। চিত্ৰলেখাই চিত্ৰবিদ্যাৰ সহায়ত ৰূপহ কোঁৱৰবোৰৰ ছবি আঁকি আঁকি দেখুৱাই দিয়াত অনিৰুদ্ধক উষাই চিনি উলিয়ায়। তেতিয়া চিত্ৰলেখাই নাৰদ মুনিৰ পৰা "তামসীবিদ্যা" শিকি সেই বিদ্যাৰ বলত দ্বাৰকাৰপৰা অনিৰুদ্ধক আনে নেদেখাকৈ শোণিতপুৰলৈ লৈ আহে আৰু ৰাজপুৰীত গোপনে গান্ধৰ্ব্ব বিয়া পাতি উষা-অনিৰুদ্ধৰ মিলন ঘটায়।

(হৰিবংশ)

**চিত্ৰসেন**—(১) ধৃতৰাষ্ট্ৰ ৰজাৰ পুত্ৰ, দুৰ্যোধনৰ ভায়েক।

(২) গন্ধৰ্ব্বৰাজ বিশ্বাবসুৰ পুত্ৰ। এওঁ দেৱৰাজ ইন্দ্ৰৰ সভাসদ আৰু স্বৰ্গৰ নৃত্য-গীত আদিৰ অধ্যক্ষ আছিল। তৃতীয় পাণ্ডৱ অৰ্জুন স্বৰ্গলৈ যাওঁতে এওঁৰ ওচৰত নৃত্য-গীত আদি গান্ধৰ্ব্ববিদ্যা শিক্ষা কৰিছিল। এসময়ত পাণ্ডৱৰ চিৰ শত্ৰু দুৰ্যোধন ৰজা সপৰিষদে ঘোষযাত্ৰা (গৰুৰ বাথান চাবলৈ যোৱা) কৰিছিল। যোৱা বাটতে চিত্ৰসেনৰ ফুলনি এখন দুৰ্যোধনৰ সৈন্যবোৰে নষ্ট কৰাই গন্ধৰ্ব্ববোৰে কৌৰৱবোৰক আক্ৰমণ কৰে আৰু কৰ্ণ প্ৰভৃতিক পৰাস্ত কৰি নাৰীবোৰে সৈতে দুৰ্যোধনক বন্দী কৰি নিবলৈ ওলায়। এই কথা যুধিষ্ঠিৰৰ কাণলৈ যোৱাত তেওঁ তেতিয়াই অৰ্জুনক পঠিয়াই দিয়ে। অৰ্জুনে পূৰ্ব্ব মিত্ৰ চিত্ৰসেনৰ লগত গৈ যুদ্ধ কৰি দুৰ্যোধন আদিক মুক্ত কৰে। এই ঘটনাত দুই মিত্ৰ চিত্ৰসেন আৰু বিশেষকৈ অৰ্জুনৰ চিৰ প্ৰতিযোগী কৰ্ণৰ লাজৰ পৰিসীমা নোহোৱা হৈছিল।

(মহাভাৰত বন—২৪৫ অ:)

**চিত্ৰাঙ্গদ**—এজন ৰজা। কৌৰৱ-পাণ্ডৱবিলাকৰ উপৰি পুৰুষ। এওঁৰ পিতৃ মহাৰাজ শান্তনু, মাতৃ সত্যৱতী। মহাবীৰ ভীষ্ম এওঁৰ বৈমাত্ৰেয় জ্যেষ্ঠ ভাতৃ। পিতৃ শান্তনুৰ মৃত্যুৰ পাচত পূৰ্ব্ব প্ৰতিজ্ঞামতে ভীষ্ম ৰজা হব নোখোজাত সত্যৱতীৰ জ্যেষ্ঠ পুত্ৰ চিত্ৰাঙ্গদ হস্তিনাৰ ৰজা হয়; কিন্তু তেওঁ বেচি দিন ৰাজ্য ভোগ কৰিবলৈ নাপালে। এদিন মৃগয়া কৰিবলৈ যোৱাত সৰস্বতী নদীৰ পাৰত গন্ধৰ্ব্ববিলাকেৰে সৈতে যুদ্ধ কৰি চিত্ৰাঙ্গদে প্ৰাণত্যাগ কৰে। (মহাভাৰত—আদি)

**চিত্ৰাঙ্গদা**—মণিপুৰৰ ৰজা চিত্ৰভানুৰ কন্যা। তৃতীয় পাণ্ডৱ অৰ্জুন অকলৈ বাৰ বছৰ বনবাস কৰিবলগা হোৱাত ঘূৰি পকি ফুৰোঁতে এদিন গৈ মণিপুৰত ওলায় আৰু ৰাজকুমাৰী চিত্ৰাঙ্গদাৰ ৰূপত মোহিত হৈ ৰজা চিত্ৰভানুত বিয়াৰ প্ৰস্তাৱ কৰে।

চিত্ৰাঙ্গদাৰ গৰ্ভজাত সন্তান ভৱিষ্যতলৈ মণিপুৰৰ ৰজা হব লাগিব —এই কথা বান্ধি চিত্ৰভানুৱে চিত্ৰাঙ্গদক অৰ্জুনলৈ বিয়া দিয়ে। বিয়াৰ পিচত অৰ্জুন এবছৰ কাল মণিপুৰত থাকে আৰু চিত্ৰাঙ্গদাৰ গৰ্ভত বভ্ৰুবাহন নামে পুত্ৰৰ জন্ম হয়। তাৰপিচত পত্নী-পুত্ৰক মণিপুৰতে থৈ অৰ্জুন হস্তিনাপুৰলৈ আহে। তাৰ ভালেমান দিনৰ পাচত যুধিষ্ঠিৰৰ অশ্বমেধ যজ্ঞৰ সময়ত যজ্ঞৰ ঘোঁৰাৰ লগে লগে অৰ্জুন মণিপুৰলৈ যায় আৰু বভ্ৰুবাহনৰ লগত যুদ্ধ কৰি পৰাজিত হয়। সেই সময়তে চিত্ৰাঙ্গদা আৰু অৰ্জুনৰ পুনৰ্মিলন ঘটে আৰু বভ্ৰুবাহনক মণিপুৰতে থৈ চিত্ৰাঙ্গদা হস্তিনালৈ আহি স্বামীৰ সঙ্গত বাস কৰে। (মহাঃ আদি ২১৬ অঃ)

**চিৰকাৰী**—এজন মুনি। এওঁ মহৰ্ষি গৌতমৰ পুত্ৰ। এওঁৰ অন্য নাম শতানন্দ। শতানন্দই সুদীৰ্ঘ কাল বিবেচনা কৰি কৰ্তব্যাকৰ্তব্য স্থিৰ কৰিহে কাৰ্যত হাত দিছিল। সেইবাবে লোকে শতানন্দক নিৰ্দোষ কৰ্মী আৰু লগতে "চিৰকাৰী" অৰ্থাৎ এলেহুৱা বুলি কৈছিল। এই দোষৰ কাৰণে পিতৃ গৌতমৰ আদেশ পায়ো শতানন্দই মাতৃ অহল্যাক বধ কৰা নাছিল আৰু তাৰবাবে গৌতমৰপৰা প্ৰশংসা লাভ কৰিছিল।

(গৌতম-চোৱা)

**চ্যৱন**—এজন তপস্যাপৰায়ণ ঋষি। এওঁৰ পিতৃ মহৰ্ষি ভৃগু আৰু মাতৃৰ নাম—পুলোমা। গৰ্ভৱতী পুলোমাক এদিন দুৰ্বৃত্ত ৰাক্ষস এজনে আশ্ৰমত অকলশৰীয়াকৈ পাই ধৰি লৈ গৈছিল। ৰাক্ষসৰ ভয়ত মাকক হুৱাওৰাৰে কন্দা দেখি সন্তানটিয়ে থং কৰি গৰ্ভৰপৰা ওলাই আহে। অসময়ত গৰ্ভচ্যুত হৈ ওলাই অহাৰ বাবে সেই সন্তানৰ নাম "চ্যৱন" হয়।

উপযুক্ত বয়সত আশ্ৰম এৰি চ্যৱন তপস্যা কৰাৰ অৰ্থে গভীৰ অৰণ্যত গৈ সোমায় আৰু এঠাইত বহি ঘোৰ তপস্যা কৰিবলৈ ধৰে। একে ঠাইতে সুদীৰ্ঘ কাল বহি তপস্যা কৰি থাকোঁতে

উঁই পোকাই মাটি তুলি চ্যৱনৰ শৰীৰ ঢাকি পেলায়। শৰ্য্যাতি নামে ৰজা সপৰিয়ালে চ্যৱনে তপস্যা কৰা ঠাইলৈ ফুৰিবলৈ গৈছিল। উঁই হাফলুৰ গাত চ্যৱনৰ চকু দুটা পিট্‌পিট্‌ কৰি জলি থকা দেখি ৰাজকুমাৰী সুকন্যাই নাৰীসুলভ উৎসুকতাৰ বাবে কিবা বাখৰ বুলি ভালি কুশৰ আগেৰে খুঁচিয়াই চায়। কুশৰ খোঁচত দুখ পাই চ্যৱনে সৈন্য সমন্বিতে ৰজাৰ সঙ্গৰ আটাইৰে মল-মূত্ৰ ত্যাগ বন্ধ কৰি পেলায়। অনুসন্ধানৰদ্বাৰা ইয়াৰ কাৰণ উলিয়াই ৰজা শৰ্যাতি ঋষিৰ শৰণাগত হয় আৰু এই ঘটনাৰ মূল কুমাৰী সুকন্যাক চ্যবনলৈ বিয়া দিয়ে।

এই সূত্ৰতে বুঢ়া বয়সত চ্যৱন ঋষি যুৱতী ভাৰ্যাৰ স্বামী হবলগীয়া হয়। দেৱ-বৈদ্য অশ্বিনীকুমাৰে ৰসায়ণ ঔষধ খুৱাই চ্যৱনক যৌৱন শক্তি সম্পন্ন কৰি দিয়ে। ঋষিৰ নাম অনুসাৰে সেই ৰসায়ণ ঔষধ "চ্যৱনপ্ৰাশ" নামে খ্যাত হয়। সুকন্যাৰ গৰ্ভত চ্যৱনৰ প্ৰমতি নামে পুত্ৰ ওপজে। শহুৰেক শৰ্য্যাতি ৰজাৰ যজ্ঞত চ্যৱন হোতা হৈছিল আৰু পূৰ্ব উপকাৰৰ কাৰণে অশ্বিনীকুমাৰ দুজনক তেওঁ আগধৰি সোমৰস পান কৰিবলৈ দিয়াই ইন্দ্ৰ ৰুষ্ট হৈ চ্যৱনক বধ কৰিবলৈ বজ্ৰ টোঁৱায়। তপৰ বলত চ্যৱনে ইন্দ্ৰক হাত লৰাব নোৱাৰা কৰি থৈ এটা অসুৰ স্ৰজন কৰে আৰু ইন্দ্ৰক বধ কৰিবলৈ লগাই দিয়ে। কথাৰ গতি বিষম দেখি চ্যৱনত শৰণ লৈ ইন্দ্ৰ ৰক্ষা পৰে।

(মহা আদি : ৬ অ:, বন : ১২২ অ:)

**ছাঁয়া**—সূৰ্যৰ পত্নী সংজ্ঞাই স্বামীৰ তেজ সহ্য কৰিব নোৱাৰি নিজৰ দেহৰূপৰ নিজৰে নিচিনা দেখনিয়াৰ কৰি আন এগৰাকী নাৰী স্ৰজন কৰিলে। তেওঁৰ নাম "ছাঁয়া" হল। নিজৰ হৈ ছাঁয়াকে সূৰ্যৰ ওচৰত পত্নীভাৱে থাকিবলৈ কৈ সংজ্ঞা পিতৃ বিশ্বকৰ্মাৰ ওচৰলৈ গুছি গল। যোৱাৰ সময়ত সংজ্ঞাই যম আৰু যমী নামে নিজৰ ল'ৰা-ছোৱালী দুটিক ছাঁয়াকে ৰক্ষা কৰিবলৈ দি

যায়। সূৰ্যৰ ঔৰসত ছাঁয়াৰ সাবৰ্নি আৰু শনি নামে দুটি পুত্ৰ আৰু তপতী নামে কন্যা এটি ওপজে। নিজৰ পুত্ৰ-কন্যাৰ যত্ন লোৱাত সংজ্ঞাৰ পুত্ৰ কন্যাৰ প্ৰতি যত্নৰ ত্ৰুটী ঘটিল। তাতে সংজ্ঞাৰ পুত্ৰ যম অসন্তুষ্ট হৈ মাহী মাকলৈ ভৰি দাঙিলে। এই অশিষ্টতাৰ বাবে "ভৰিত ঘা হৈ পোক লাগক—" বুলি ছাঁয়াই যমক অভিশাপ দিলে। তেতিয়াৰপৰা যমৰ ভৰি দুখন ঘা হৈ পোক লগা হ'ল। সূৰ্যৰ কৃপা দৃষ্টিত যমৰ ভৰি পাচলৈ ভাল হয়। (অশ্বিনীকুমাৰ দ্ৰষ্টব্য)

## জ

**জগদ্ধাত্ৰী**—সিংহবাহিনী চতুৰ্ভুজা জ্যোতিৰ্ময়ী দেবী। ভগৱতী দুৰ্গাৰে এওঁ অন্যৰূপ। ক্ষমতাশালী দেৱতা কিছুমানে ভাবিছিল যে তেওঁলোকেই সৰ্ব্বেসৰ্ব্বা ঈশ্বৰ; পৰমেশ্বৰ কোনো নাই। পৰমেশ্বৰে দেৱতাসকলৰ এই মনোভাব জানি জ্যোতিৰ্ময়ী জগদ্ধাত্ৰীক সৃষ্টি কৰিলে। তেওঁ সামান্য তৃণ এডালি মাটিত থৈ শ্ৰেষ্ঠ দেৱতা পবনক তুলি লব আৰু অগ্নিক পুৰিব কলে; কিন্তু কোনেও একো কৰিব নোৱাৰিলে। জগদ্ধাত্ৰীয়ে হাতেৰে নোচোৱাকৈ দুয়োটা কাৰ্য্য কৰা দেখি দেৱতাসকল লাজত পৰিল আৰু সিদিনাৰপৰা শাৰদীয় দুৰ্গাপূজাৰ পাচত জগদ্ধাত্ৰী পূজা হবলৈ ধৰিলে।

**জগন্নাথ**—বিষ্ণুৰ পুৰুষোত্তম মূৰ্তি। ব্যাধৰ শৰত ভগবান কৃষ্ণই দেহত্যাগ কৰাত তেওঁৰ নৰদেহৰ অস্থি ঘূৰিপকি আহি অৱন্তী দেশৰ ৰজা বিষ্ণুভক্ত ইন্দ্ৰদ্যুম্নৰ হাতত পৰে। সেই কৃষ্ণ অস্থিকে আশ্ৰয় কৰি ৰজাই বিষ্ণুমূৰ্তি এটি নিৰ্মাণ কৰিবলৈ দেৱ-শিল্পী বিশ্বকৰ্মাক অনুৰোধ কৰে। বিশ্বকৰ্মা সম্মত হয়; কিন্তু বন্ধ ঘৰৰ

ভিতৰত নিৰ্মাণ কাৰ্য্য শেষ কৰি নিজে দুৱাৰ মুকলি নকৰালৈ আন কাকো চাব যাবলৈ হাক দিয়ে। ইয়াৰ অন্যথা হলে নিৰ্মাণ আধৰুৱা হলেও বিশ্বকৰ্মা গুচি যাব বুলি জনায়। সেইদৰে কথা বান্ধি নিৰ্দ্দিষ্ট ঘৰৰ ভিতৰত দেৱ শিল্পীয়ে মূৰ্ত্তি নিৰ্ম্মাণ কৰিবলৈ কৰিবলৈ ধৰিলে। কেৱল হাত দুখনি নিৰ্ম্মাণ কৰিবলৈ বাকী— এনেতে মনৰ উৎসুকতা দমাব নোৱাৰি ইন্দ্ৰদ্যুম্ন ৰজাই নিজে দুৱাৰ মুকলি কৰি মূৰ্ত্তি দৰ্শন কৰিলে। হাত দুখনি সেইদৰে এৰি পূৰ্ব্ব কথামতে বিশ্বকৰ্ম্মা গুচি গ'ল। ৰজাৰ পৰিতাপৰ সীমা নোহোৱা হ'ল। শেহত ব্ৰহ্মাৰ আদেশমতে সেই মূৰ্ত্তিকে ৰজাই মন্দিৰত জগন্নাথদেৱ নামে থাপিত কৰিলে। (ইন্দ্ৰদ্যুম্ন দ্ৰষ্টব্য)

**জটায়ু**—প্ৰসিদ্ধ অৰুণ পক্ষীৰ ঔৰসত শ্যেনী নামে পক্ষীনীৰ গৰ্ভত উপজা এটা বিখ্যাত পক্ষী। এওঁৰ জ্যেষ্ঠ ভাতৃ সম্পাতি পক্ষী। জটায়ু আৰু সম্পাতি দুয়ো লগ লাগি ইন্দ্ৰক জয় কৰি সেই সাহতে সূৰ্যক জয় কৰিবলৈ যাওঁতে সূৰ্যৰ তেজত জটায়ু মূৰ্চিত হয়। নিজৰ পাখাৰে ঢাকি সম্পাতিয়ে ভায়েকক ৰক্ষা কৰে। অযোধ্যাৰ ৰজা দশৰথ জটায়ুৰ পৰ বন্ধু আছিল আৰু দশৰথৰ পুত্ৰ ৰামচন্দ্ৰ প্ৰভৃতিক ভালদৰে জানিছিল। সেইবাবে ৰাৱণে হৰি নিওঁতে সীতাই ৰামক মাতি মাতি কন্দা শুনি জটায়ু আগবাঢ়ি গৈ ৰাৱণৰ লগত যুঁজ কৰি ঘাইল হয়। সীতাৰ বাতৰি ৰাম-লক্ষণক দিয়াৰ পাচত জটায়ুৰ মৃত্যু ঘটে। (ৰামাঃ-অৰণ্য)

**জটাসুৰ**—এজন ৰাক্ষস। প্ৰসিদ্ধ ৰাক্ষস অলম্বল, এই জটাসুৰৰে পুত্ৰ। পাঁচপাণ্ডৱ দ্ৰৌপদীৰে সৈতে বনবাস কৰা সময়ত যেতিয়া অৰ্জুন অস্ত্ৰ শিক্ষাৰ অৰ্থে স্বৰ্গলৈ যায়, সেই সময়তে জটাসুৰে বামুণৰ বেশ লৈ অনিষ্ট কৰিবৰ মনেৰে পাণ্ডৱবিলাকৰ লগে লগে বনত ফুৰিছিল। কিন্তু ভীমৰ ভয়তে সি কাৰ্য্যসিদ্ধি কৰিবপৰা নাছিল। এদিন ভীম মৃগয়া কৰিবলৈ দূৰনিলৈ যোৱাত জটাসুৰে পোনতে পাণ্ডৱৰ অস্ত্ৰ-শস্ত্ৰবোৰ কাষৰ কৰে। তাৰপাচত

দ্ৰৌপদীৰে সৈতে যুধিষ্ঠিৰ আৰু নকুল নকুল সহদেৱক বন্দী কৰি লৈ যায়। ভীম মৃগয়াৰ পৰা আহি বহুকষ্টে ৰাক্ষসক বিচাৰি উলিয়ায় আৰু তাক মাৰি দ্ৰৌপদী আৰু ভাতৃসকলক উদ্ধাৰ কৰে।

(মহাভাৰত—বন পৰ্ব)

**জড়ভৰত**—এজন ব্ৰাহ্মণ। এওঁৰ প্ৰকৃত নাম—ভৰত, প্ৰথম জন্মত এওঁ ৰাজৰ্ষি ভৰত আছিল। মৃত্যুকালত হৰিণ এটাৰ কথা ভাবি প্ৰাণত্যাগ কৰে; সেইবাবে কালঞ্জৰ পৰ্বতত হৰিণ হৈ ওপজে; কিন্তু পূৰ্ব জন্মৰ কথা তেওঁ পাহৰা নাছিল। তাৰ পাচৰ জন্মত তেওঁ বামুণ হৈ জন্মাতো পূৰ্বজন্মৰ কথা মনত আছিল। হৰিণ এটাত মায়াত পৰাৰ কাৰণেহে যে মুক্তিৰ সলনি এনেদৰে জন্ম ধৰি ফুৰিবলগীয়া হৈছে—এই কথা সুমৰি কেনেবাকৈ নতুন কৰি কৰবাৰ মায়াত পাৰিব লাগিব বুলি ভয়তে কাকো নমতা নোবোলাকৈ নিৰ্জীৱ জড়ৰ নিচিনাকৈ এঠাইত অকলৈ কাল কটাইছিল। এই স্বভাৱৰ কাৰণে তেওঁক সকলোৱে "জড়ভৰত" বুলছিল।

এই দুঃখময় সংসাৰত মানুহৰ প্ৰকৃত কৰ্তব্য কি?—ইয়াৰ উত্তৰ পোৱাৰ উদ্দেশ্যে সৌবীৰ ৰজা বহুদূৰৰ কপিল মুনিৰ আশ্ৰমলৈ দোলাত উঠি গৈছিল। খাই বৈ পুষ্ট হৈ থকা জড় ভৰতক বাটত বহি থকা দেখি দুলীয়াবোৰে তেওঁক ৰজাৰ দোলাত আনি লগাই দিলে। কেইখোজমান যোৱাৰ পাচত ৰজাই কলে—"তুমি ইমান শকত-আৱত—থলং পলংকৈ কিয় গৈছা, ভাগৰ লাগিছে নেকি?" তেতিয়া ভৰতে কলে—"ভাগৰ কাৰ লাগিব? এয়া দেহ নহয়—আত্মাহে। আত্মাৰ ক্ষয়-বৃদ্ধি, দুখ-ভাগৰ একো নাই। ধৰ্ম অধৰ্মহে সুখ-দুখ উৎপত্তিৰ কাৰণ।"

সৌবীৰ ৰজাই সাধাৰণ মানুহ এটাৰ মুখত এনেবোৰ কথা শুনি দোলাৰ পৰা নামি ভৰতৰ ভৰিত দীঘল হৈ পৰিল আৰু ভালেমান পৰমাৰ্থতত্ত্ব উপদেশ পাই ভেদজ্ঞান ত্যাগ কৰিলে। যথা সময়ত জড় ভৰতৰো মোক্ষ লাভ হ'ল। (বিষ্ণুপুৰাণ—২য়, ১৩—১৫ অধ্যায়)

**জনক**—চন্দ্ৰবংশৰ নিমি ৰজাৰ পুত্ৰ "মিথি" নামে ৰজাই নিজৰ নাম অনুসাৰে "মিথিলা" নামে এখনি সুপ্ৰসিদ্ধ নগৰ পাতে। নগৰৰ জনম দিওঁতা সেইবাবে লোকে তেওঁক "জনক" বুলিছিল। মহাৰাজ মিথিৰ পাচতো তেওঁৰ বংশৰ যেয়ে মিথিলাত ৰজা হয় তেওঁবে নামৰ শেহত জনক উপাধি লগাই মানুহে উল্লেখ কৰিছিল।

কিন্তু পাছৰ কালত জনক বুলিলে মানুহে হ্ৰস্বৰোম জনকৰ পুত্ৰ মিথিলাৰ সুবিখ্যাত ৰজা সীৰধ্বজ জনকৰ কথাহে বুজা হ'ল। কাৰণ সীৰধ্বজ ৰজা হিচাপে প্ৰতাপী শাসনকৰ্তা, ক্ষত্ৰিয় হিচাপে মহাবীৰ, জ্ঞানত আত্মদৰ্শী ব্ৰহ্মবিদ ৰজা হৈও ঋষিতুল্য আচৰণৰ বাবে ৰাজৰ্ষি জনক নামে প্ৰসিদ্ধি লাভ কৰিছিল।

সীৰধ্বজ জনকে এদিন যজ্ঞভূমি চহ কৰোঁতে নাঙলৰ সীৰলুত এটি অকণমানি পৰম ৰূপহী কন্যা পাই ৰাণীৰ হতুৱাই লালন পালন কৰায়। নাঙলৰ সীৰলুত পোৱাৰ বাবে কন্যাটিৰ নাম সীতা হয়। উপযুক্ত বয়সত সীতাৰ ৰূপ গুণৰ খ্যাতি বিয়পি যোৱাত সুধন্বা নামে ৰজাই বিয়া কৰাবলৈ বুলি সীতাক প্ৰাৰ্থনা জনায়। জনকৰ সন্মতি নাপাই আক্ৰোশতে সুধন্বাই মিথিলা অৱৰোধ কৰে। জনকে সন্মুখ সমৰত সুধন্বাক মাৰি তেওঁৰ সাঙ্কাশ্য নামে ৰাজ্যত নিজৰ ভায়েক কুশধ্বজক ৰজা পাতে।

ইয়াৰ পাচত জনকে বীৰ্যশুল্কা কৰি সীতাৰ বিয়া পতাৰ স্থিৰ কৰিলে। তেওঁৰ ওচৰত থকা সুবিখ্যাত হৰধনুত যেয়ে গুণ লগাব পাৰিব, সেয়ে সীতাক লাভ কৰিব পাৰিব বুলি চাৰিওফালে জাননী দিলে। দশৰথ ৰজাৰ পুত্ৰ ৰামচন্দ্ৰই হৰধনুত গুণ লগাই জনকৰ পালিতা কন্যা সীতাক লাভ কৰিলে। লগতে জনকৰ ঔৰসজাত কন্যা উৰ্মিলাক দশৰথৰ অন্য পুত্ৰ লক্ষ্মণলৈ আৰু ভায়েক কুশধ্বজৰ কন্যা মাধৱী আৰু শ্ৰুতকীৰ্তিক ভৰত-শত্ৰুঘ্নলৈ বিয়া দিলে। (ৰামায়ণ—আদি ৭১ অঃ)

**জনদেৱ**—এজন মিথিলাৰ ৰজা। এওঁৰ সভাত নানা মতাৱলম্বী ভালেমান দাৰ্শনিক পণ্ডিত আছিল। মোক্ষতত্ব জিজ্ঞাসু ৰজাই পণ্ডিতসকলৰ নানা মত শুনি মনত মহা অশান্তি ভোগ কৰি থাকিবলগীয়াত পৰিছিল। পঞ্চশিখ নামে তত্বদৰ্শী মুনি এজনে পৃথিৱী ভ্ৰমণ কৰি মিথিলাত এদিন উপস্থিত হ'ল। জনদেৱে পঞ্চশিখৰপৰা মোক্ষতত্ব পোৱাত মন সুস্থিৰ কৰি ব্ৰহ্মচিন্তাত মন লগালে। তেওঁ মনুষ্যভোগ্য সমস্ত বস্তুকে ত্যাগ কৰি মুক্তি লাভ কৰিলে। (মহাভাৰত—শান্তি)

**জনা**—মাহিষ্মতীপুৰৰ নীলধ্বজ ৰজাৰ মহিষী। এওঁৰ পুত্ৰৰ নাম প্ৰবীৰ, কন্যাৰ নাম স্বাহা। অগ্নি দেৱতাই স্বাহাক বিয়া কৰায়। যুধিষ্ঠিৰৰ অশ্বমেধ যজ্ঞৰ ঘোঁৰা মাহিষ্মতী পুৰলৈ যোৱাত পাণ্ডৱলৈ ভয় আৰু সন্মান ৰাখি ঘোঁৰা ধৰিবলৈ কোনেও সাহ কৰা নাছিল। প্ৰবীৰক ধিক্কাৰ আৰু উৎসাহ দি জনাই ঘোঁৰা বন্ধ কৰায়। এইবাবে পাণ্ডৱৰ লগত প্ৰবীৰৰ ভয়ঙ্কৰ যুদ্ধ হয়। শেহত কৃষ্ণৰ সহায়ত হে প্ৰবীৰক বিনাশ কৰি অৰ্জুনে ঘোঁৰা মুকলি কৰে। গঙ্গাত প্ৰাণ বিসৰ্জন কৰি জনাই শোকৰপৰা মুক্ত হয়।

(জৈমিনী ভাৰত)

**জন্মেজয়**—কলিযুগ আৰম্ভণিৰ এজন প্ৰখ্যাত ৰজা। এওঁ তৃতীয় পাণ্ডৱ অৰ্জুনৰ নাতি আৰু পৰীক্ষিত ৰজাৰ পুত্ৰ। কাশীৰাজৰ কন্যা বপুষ্টমা জন্মেজয়ৰ পত্নী। তক্ষশীলাৰপৰা সমস্ত দক্ষিণাপথত জন্মেজয়ে ৰাজত্ব কৰিছিল। এওঁ নিচেই সৰুতে পিতৃহীন হৈছিল। উপযুক্ত বয়সত ৰজা হৈ নিজৰ বংশৰ মহত্ত্ব আৰু বীৰত্বপূৰ্ণ ইতিহাস শুনা সময়ত নিজৰ পিতৃ পৰীক্ষিতৰ তক্ষক নাগক দংশনত মৃত্যু হোৱা শুনি—জন্মেজয়ে তক্ষকেসৈতে গোটেই সৰ্পজাতিটোকে নিৰ্মূল কৰিবলৈ প্ৰতিজ্ঞা কৰিলে। এই কাৰ্যত উতঙ্ক নামে মুনি এজনেও তেওঁক বিশেষৰূপে উদগনি দিলে। সৰ্পনাশৰ উদ্দেশ্যে "সৰ্পসত্ৰ" নামে যজ্ঞ এটিৰ জন্মেজয়ে

আয়োজন কৰিলে। যথা সময়ত যজ্ঞ আৰম্ভ হ'ল—আৰু শই শই সাপ আহি যজ্ঞকুণ্ডত পৰি পৰি মৰিব ধৰিলে। পিতৃবৈৰী তক্ষকো মৰিবলৈ আহিল; কিন্তু সেই সময়তে বাসুকী নাগৰ ভাগিন আস্তিক মুনি যজ্ঞৰ ঠাইলৈ আহি তক্ষকে সৈতে বাকী সাপৰ প্ৰাণ ভিক্ষা কৰিলে। জন্মেজয়ে বামুণক, বিশেষকৈ আস্তিকৰ নিচিনা তপস্বীক বিমুখ কৰিবলৈ টান পাই সিমানতে সৰ্পসত্ৰ বন্ধ কৰিবলগীয়া হ'ল। এই সৰ্পসত্ৰতে ব্যাসদেৱৰ শিষ্য বৈশম্পায়ণৰপৰা জন্মেজয় ৰজাই পঞ্চম বেদৰ সদৃশ মহাভাৰত পুৰাণ শ্ৰৱণ কৰিছিল। আৰু তেতিয়াৰ পৰায়ে লোক সমাজত মহাভাৰত প্ৰচাৰ হ'ল। (মহাভাৰত)

**জমদগ্নি**—এজন ঋষি। ঋচিক মুনিৰ ঔৰসত তেওঁৰ পত্নী সত্যৱতীৰ গৰ্ভত জমদগ্নিৰ জন্ম হয়। এওঁ ঋষিজনোচিত নিখিল বেদাদি শাস্ত্ৰ অধ্যয়নৰ লগতে ক্ষত্ৰিয়ৰ নিচিনাকৈ ধনুৰ্বেদ আৰু অস্ত্ৰ শস্ত্ৰৰ প্ৰয়োগো ভালদৰে শিক্ষা কৰিছিল। যথা সময়ত এওঁ প্ৰসেনজিৎ ৰজাৰ কন্যা ৰেণুকাক বিয়া কৰায়। ৰেণুকাই তাপৰ বাবে মূৰত আৰু ভৰিত কষ্ট পাই বুলি জমদগ্নিৰ অনুৰোধত সূৰ্য দেৱতাই ৰেণুকাক ছত্ৰ আৰু পাদুকা দান কৰে। ৰেণুকাৰ গৰ্ভত এওঁৰ পাঁচোটি পুত্ৰ ওপজে, ক্ষত্ৰিয় কালান্তক পৰশুৰাম শেহতীয়া পুত্ৰ।

এদিন ৰেণুকা নদীত গা ধুবলৈ যাওঁতে গন্ধৰ্ববোৰৰ জলক্ৰীড়া দেখি কলুষিত চিত্তে পলম কৰি আশ্ৰমলৈ ফিৰি আহিল। জমদগ্নিয়ে তপোবলতে পত্নীৰ চিত্ত-বিকৃতিৰ কথা জানিব পাৰি উপস্থিত চাৰি পুত্ৰৰ প্ৰত্যেক জনকে ৰেণুকাক বধ কৰিবলৈ আদেশ কৰিলে। কোনোজন পুত্ৰয়ে সেই আদেশ পালিব নোৱাৰাই জমদগ্নিয়ে চাৰিওপুত্ৰকে জড়বৎ নিৰ্জীৱ হৈ থাকিবলৈ শাপ দিলে। শেহতীয়া পৰশুৰাম সেই সময়ত আশ্ৰমত উপস্থিত নাছিল। তেওঁ আহি পোৱা মাত্ৰে পিতৃৰ আদেশ পাই

তত্তালিকে নিজৰ কুঠাৰ অস্ত্ৰখনেৰে পৰশুৰামে ৰেণুকাৰ মূৰ কাটি পেলালে। পৰশুৰামৰ এনে পিতৃভক্তিত সন্তুষ্ট হৈ জমদগ্নিয়ে বৰ লবলৈ কোৱাত পৰশুৰামে মাতৃৰ পুনৰ্জীবন আৰু ভ্ৰাতৃসকলৰ জড়ত্ব নাশ বৰ মাগি ললে।

এদিন দুৰ্দান্ত ক্ষত্ৰিয়ৰাজ কাৰ্তবীৰ্যাৰ্জুন সসৈন্যে জমদগ্নিৰ আশ্ৰমত উপস্থিত হ'ল। ঋষিয়ে তেওঁৰ 'নন্দা' নামে কামধেনু গাইটিৰ সহায়ত সসৈন্যে ৰজাক শুশ্ৰূষা কৰা দেখি কাৰ্তবীৰ্যাৰ্জুন আচৰিত হ'ল আৰু অন্য গাইৰ সলনি ঋষিৰ নন্দা গাইজনী পাবলৈ অভিলাষ কৰিলে। জমদগ্নি অসন্মত হোৱাই প্ৰথমে বিবাদ লাগিল; তাৰ পিচত কাৰ্তবীৰ্যাৰ্জুন ৰজাৰ লগত ধনুৰ্বেদ-বিশাৰদ জমদগ্নিৰ দুৰ্ঘোৰ যুদ্ধ চলিল। কামধেনু নন্দাৰ সহায়ত সৈন্য সৃষ্টি কৰি প্ৰথম ডোখৰ যুঁজিলেও শেহত দুৰ্জয় কাৰ্তবীৰ্যৰ শৰত জমদগ্নিৰ মৃত্যু ঘটিল। জামদগ্ন্য পৰশুৰামৰ ক্ষত্ৰিয় বিৰোধৰ মূল কাৰণ এয়ে।

(পৰশুৰাম দ্ৰষ্টব্য—স্কন্দ পুৰাণ, মহাঃ বন ১১৫, শান্তি পঃ)

জয়—ভগবান বিষ্ণুৰ সহচৰ আৰু বৈকুণ্ঠৰ দুৱৰী। এওঁৰ ভাতৃৰ নাম বিজয়। এদিন সনক আদি মুনিসকল বিষ্ণুক দেখা কৰিবলৈ বৈকুণ্ঠলৈ গৈছিল; কিন্তু জয়-বিজয়ে দুৱাৰ মুকলি কৰি নিদিলে। তেতিয়া মুনিসকলে জয়-বিজয়ক মৰ্ত্যত মানুহ হৈ উপজিবলৈ শাপ দিলে। জয়-বিজয়ে শাপৰ কথা বিষ্ণুত জনাই তাৰ প্ৰতিকাৰ প্ৰাৰ্থনা কৰাত বিষ্ণুৱে কলে—"মুনিসকলৰ বাক্য লৰচৰ হব নোৱাৰে। মই ইমানকে কৰিব পাৰোঁ—তোমালোক মৰ্ত্যত উপজি যদি মোৰ মিত্ৰৰূপ ধাৰণ কৰা তেনেহলে সাত জন্মতহে মোৰ ওচৰ পাবা আৰু যদি শত্ৰুৰূপ আচৰণ কৰা তেনেহলে তিনিবাৰ উপজিয়েই মোৰ লগলৈ আহিব পাৰিবা। এতিয়া যেনে অভিৰুচি তাকে কৰা।"

জয়-বিজয়ে বিষ্ণুক শত্ৰুভাবে আচৰণ কৰি সোণকালে

বৈকুণ্ঠলৈ অহাৰ বাবে ত্ৰেতাত—ৰাৱণ-কুম্ভকৰ্ণ, দ্বাপৰত—শিশুপাল দন্তবক্ৰ আৰু সত্যযুগত হিৰণ্যাক্ষ আৰু হিৰণ্যকশিপু ৰূপে জন্মগ্ৰহণ কৰিলে।

**জয়দ্ৰথ**—এজন ৰজা। এওঁৰ ৰাজ্যৰ নাম—সিন্ধুদেশ। পিতৃৰ নাম বৃদ্ধক্ষত্ৰ। জয়দ্ৰথ মহাৰাজ ধৃতৰাষ্ট্ৰৰ কন্যা দুঃশলাৰ-স্বামী আৰু ধৃতৰাষ্ট্ৰ-পুত্ৰ দুৰ্যোধনৰ সমস্ত কু-ক্ৰিয়াৰ সঙ্গী। বাৰ বছৰ বনবাস কৰিবলগীয়া হোৱাতো বুদ্ধিমতী-সুগৃহিনী দ্ৰোপদী লগত থকাৰ কাৰণে পাণ্ডৱৰ বিশেষ দুখ-কষ্ট নোহোৱা দেখি পাণ্ডৱৰ লগৰপৰা দ্ৰোপদীক কাষৰ কৰিবলৈ দুৰ্যোধনে মন্ত্ৰনা কৰিলে আৰু সেই অৰ্থে জয়দ্ৰথ নিযুক্ত হ'ল।

এদিন পাণ্ডৱবিলাক বনবাস কুটিৰত নথকা অৱস্থাত ৰথত উঠি জয়দ্ৰথ গৈ কুটীৰত উপস্থিত হ'ল। ননন্দ-পতি জয়দ্ৰথক যোৱা দেখি দ্ৰোপদীয়ে অভ্যৰ্থনা কৰিবলৈ ওলাই আহিল। সেই ছেগতে জয়দ্ৰথে দ্ৰোপদীক ৰথত তুলি লৈ পলাল। পাণ্ডৱবিলাক ঘূৰি আহি দ্ৰোপদীক নাপাই চাৰিওফালে বিচাৰিব ধৰিলে। এনেত ৰথৰ চিন চকুত পৰিল। সেই চিন অনুসৰণ কৰি গৈ দূৰৰেপৰা অৰ্জুনে শৰ মাৰি ৰথৰ ঘোৰা মাৰি পেলোৱাত জয়দ্ৰথ বিপদত পৰিল। দ্ৰোপদী উদ্ধাৰ হ'ল; কিন্তু জয়দ্ৰথে অশেষ লাঞ্ছনা পালে। সেই অপমানৰ প্ৰতিশোধ লোৱাৰ উদ্দেশ্যে জয়দ্ৰথে ঘোৰ তপস্যা কৰি মহাদেৱক তুষ্ট কৰিলে আৰু অৰ্জুনত বাহিৰে বাকী চাৰি পাণ্ডৱক পৰাজয় কৰিবপৰা বৰ লাভ কৰিলে। কুৰুক্ষেত্ৰ যুদ্ধত অৰ্জুন নাৰায়নী সেনাৰে সৈতে দূৰত গৈ যুদ্ধ কৰাত চক্ৰব্যূহৰ ভিতৰত যেতিয়া অভিমন্যু কৌৰৱক সপ্তৰথীয়ে বেঢ়ি কোবাই মাৰে, তেতিয়া অভিমন্যুৱে সহায় বিচাৰি চিয়ঁৰি চিয়ঁৰি মতা সত্বেও যুধিষ্ঠিৰ, ভীম, নকুল, সহদেৱে গৈ অভিমন্যুক সহায় কৰিব নোৱাৰিলে। কাৰণ মহাদেৱৰ বৰত বলীয়ান জয়দ্ৰথে ব্যূহৰ মুখ ৰক্ষা কৰি

আছিল। এই দুৰ্ঘোৰ অন্যায়ৰ প্ৰতিশোধ স্বৰূপে অৰ্জুনে কুৰুক্ষেত্ৰ যুদ্ধৰ চৈধ্য দিনৰ দিনা জয়দ্ৰথক বধ কৰে।

জয়দ্ৰথৰ মৃত্যুৰ লগতে তেওঁৰ তপস্যাৰত পিতৃ বৃদ্ধক্ষত্ৰৰো মৰণ হয়। "যেয়ে জয়দ্ৰথৰ মূৰ মাটিত পেলায় লগে লগে পেলাওঁতাৰ মূৰ ফালি চিৰাচিৰ হব"—এনেদৰে বৃদ্ধক্ষত্ৰই পুত্ৰক বৰ দি থৈছিল। অৰ্জুনে জয়দ্ৰথক বধ কৰি বিপদত পৰিল। সমন্তপঞ্চক তীৰ্থত বৃদ্ধক্ষত্ৰই তপস্যা কৰি আছিল। কৃষ্ণৰ দিহামতে অৰ্জুনে শৰেৰে উৰুৱাই জয়দ্ৰথৰ মূৰটো পিতৃ বৃদ্ধক্ষত্ৰৰ কোলাত পেলাই দিলে। উচপ্ খাই বৃদ্ধক্ষত্ৰ থিয় দিয়াত জয়দ্ৰথৰ মূৰ মাটিত পৰিল; লগে লগে বৃদ্ধক্ষত্ৰৰ মূৰ খণ্ড বিখণ্ড হৈ প্ৰাণ গ'ল। (মহাভাৰত—দ্ৰোণ)

**জয়দ্বল**—পাণ্ডৱসকল ছদ্মবেশ লৈ বিৰাট ৰজাৰ ওচৰত থকা সময়ত পঞ্চম পাণ্ডৱ সহদেৱে জয়দ্বল নাম লৈছিল। (মহা—বিৰাট)

**জয়ন্ত**—দেৱৰাজ ইন্দ্ৰৰ পুত্ৰ। ইন্দ্ৰ পত্নী শচী দেৱীৰ গৰ্ভত এওঁৰ জন্ম। ৰাক্ষসৰাজ ৰাৱণে স্বৰ্গ জয় কৰিবলৈ যোৱাত জয়ন্তই মহা বিক্ৰমেৰে সৈতে যুদ্ধ কৰি দেৱ-সৈন্যক ৰক্ষা কৰিছিল। কিন্তু ৰাৱণৰ পুত্ৰ মেঘনাদে মায়াৰ বলত দশোদিক অন্ধকাৰ কৰি মেঘৰ আঁৰৰ পৰা যুদ্ধ কৰিব ধৰাত দেৱসৈন্য ভাগি পলাল। তেতিয়া জয়ন্তৰ মাতমহ শচী দেৱীৰ পিতৃ দৈত্যপতি পুলোমাই জয়ন্তক পাতাললৈ নি মেঘনাদৰ হাতৰপৰা ৰক্ষা কৰিলে। (ৰামায়ণ)

**জৰৎকাৰু**—(১) এজন প্ৰসিদ্ধ মুনি। এওঁ তপস্যা কৰিয়েই জীৱন কটাবলৈ মন কৰিছিল; কিন্তু বিয়া বাৰু কৰাই পুত্ৰ-কন্যাৰ দ্বাৰা বংশ ৰক্ষা কৰিব লাগে বুলি পৰলোকগামী পিতৃ-পুৰুষ সকলৰপৰা নিৰ্দেশ পাই বাসুকী নাগৰ ভনীয়েক মনসাক বিয়া কৰায়। যথা সময়ত পত্নীক গৰ্ভৱতী হোৱা গম পাই বংশ ৰক্ষা হ'ল বুলি জানি মুনি আকৌ তপস্যা কৰিবলৈ গুছি যায়।

(২) জৰৎকাৰু মুনিৰ পত্নীৰ নামো জৰৎকাৰু আছিল। সেইবাবে এওঁক 'মনসা' বুলিও উল্লেখ কৰিছিল। কশ্যপ মুনিৰ ঔৰসত কদ্রুৰ গৰ্ভত এওঁৰ জন্ম। মতান্তৰত উল্লেখ পোৱা যায়—এওঁ শিৱৰ কন্যা। গৰ্ভৱতী অৱস্থাত জৰৎকাৰুক এৰি স্বামী তপস্যালৈ যায়। সেই গৰ্ভতে বিখ্যাত মুনি আস্তিকৰ জন্ম হয়। মাতৃৰ আদেশত জন্মেজয় ৰজাৰ 'সৰ্পসত্র' বন্ধ কৰি আস্তিকেই সৰ্পবোৰক ৰক্ষা কৰে। (মহাঃ আদি ১৩—১৪ অঃ)

**জৰা**—(১) এজন ব্যাধ। যদুবংশ ধ্বংশ হোৱাৰ পাচত দেহত্যাগ কৰাৰ অৰ্থে যদুপতি শ্রীকৃষ্ণ এজোপা গছৰ তলত বহি-ধ্যানমগ্ন আছিল। জৰা ব্যাধে মৃগ বুলি ভুলতে দূৰৰ পৰা শৰ প্রয়োগ কৰিলে। সেই শৰৰ আঘাততে নিৰাশ্রয় ভাৱে কৃষ্ণৰ প্ৰাণ গল। বিষ্ণুই ৰাম অৱতাৰত দূৰৰ পৰা শৰ নিক্ষেপ কৰি বালী ৰজাক বধ কৰিছিল। বালীৰ পুত্র অঙ্গদ বীৰে জৰা ব্যাধ ৰূপে দ্বাপৰত জন্ম লৈ বিষ্ণুৰ অৱতাৰ কৃষ্ণক সেইদৰে বধ কৰিলে বুলি কথিত হয়।

—(মহাঃ মৌষল পঃ ৪র্থ অধ্যায়)

(২) এজন ৰাক্ষসী। মগধৰ দুই ৰাণীয়ে প্রসৱ কৰা আধা আধা সন্তানক জোৰা লগাই এওঁৰেই জৰাসন্ধ নামে সুবিখ্যাত ৰজাক সৃষ্টি কৰে। তেতিয়াৰ পৰা তেওঁ শিশু হিত-কাৰিণী "ষষ্ঠীদেৱী" নামে গৃহদেৱতা বুলি মানুহৰ পূজা পাই আহিছে। (মহাঃ সভা ১৮ অঃ)

**জৰাসন্ধ**—মগধৰ অতি সুবিখ্যাত ৰজা এজন। এওঁৰ পিতৃৰ নাম মহাৰাজ বৃহদ্রথ। দুজনীকে পত্নী থকা স্বত্বেও বৃহদ্রথ ৰজাৰ পুত্র সন্তান নথকাৰ কাৰণে অতি দুখতে কাল কটাইছিল। শেষত দুই পত্নীক লগত লৈ তপস্যাৰ অৰ্থে ৰজাই বাণপ্রস্থ অৱলম্বন কৰিলে। এদিন গৌতম মুনিৰ পুত্র চণ্ডকৌশিক মুনিয়ে ৰজাৰ দুখৰ কথা শুনি এটি মন্ত্রপূত আম ৰাণীক খুৱাবলৈ দিলে আৰু সেই আম খালে ৰজাৰ পুত্র সন্তান হব বুলি জনালে।

সেই আমটি ৰজাই দুই ৰাণীক ভগাই দিলে। ঋষিয়ে কোৱা মতে দুয়ো ৰাণীয়ে গৰ্ভধাৰণ কৰিলে আৰু যথাসময়ত দুয়োৰো প্ৰসৱ হ'ল ; কিন্তু দুয়ো দুফাল সন্তান প্ৰসৱ কৰিলে। এই দুৰ্ঘটনাৰ কাৰণে বৃহদ্ৰথ ৰজাই অপুত্ৰক হৈ থকাতকৈও বেচি দুখ পালে আৰু নিৰ্জ্জীৱ সন্তান দুফাল মৰিশালীত পেলাই দিবলৈ আদেশ কৰিলে। জৰা নামে ৰাক্ষসী এজনীয়ে মৰিশালীত সন্তান দুফাল পাই দুয়োফালকে একেলগ কৰা মাত্ৰে এটি অপৰূপ ল'ৰা সন্তান হৈ পৰিল। ৰাক্ষসীয়ে ল'ৰাটি আতৌ-পিতৌকৈ নি বৃহদ্ৰথ ৰজাক দিলে আৰু কেনেকৈ পালে ৰজাক জনালে। জৰা ৰাক্ষসীয়ে দুফাল সংযোগত সৃজন কৰাৰ বাবে ৰজাই পুত্ৰৰ নাম জৰাসন্ধ ৰাখিলে।

বৃহদ্ৰথৰ পাছত যথা সময়ত জৰাসন্ধ মগধৰ ৰজা হ'ল আৰু কালত তেওঁ এজন প্ৰবল পৰাক্ৰান্ত ৰজা হৈ উঠিল। তেওঁৰ কুৰি অক্ষৌহিনী সেনা আছিল। সেইবাবে বহুত ৰাজ্য জয় কৰি নিজৰ তলতীয়া কৰিছিল। কেৰল চিত্ৰাঙ্গদ ৰজাৰ কন্যাৰ স্বয়ংবৰত জৰাসন্ধ মহাবীৰ কৰ্ণৰ হাতত পৰাস্ত হয় আৰু কৰ্ণৰ বীৰত্বত মুগ্ধ হৈ নিজৰ "মালিনী" নামে নগৰ এখন কৰ্ণক দান কৰে।

ইয়াৰ পাছত জৰাসন্ধই নিজক সমধিক বলৱন্ত কৰাৰ উদ্দেশ্যে মথুৰাৰাজ কংসৰেসৈতে নিজৰ "অস্তি" আৰু "প্ৰাপ্তি" নামৰ দুজনী ছোৱালীক বিয়া দিয়ে। সেই একেটা উদ্দেশ্যতে কুণ্ডিল-ৰাজ ভীষ্মকৰ কন্যা ৰুক্মিণীক জৰাসন্ধই নিজ মতাৱলম্বী চেদীৰাজ শিশু পালৰ লগত বিয়া দিয়াৰ আয়োজন কৰিছিল ; কিন্তু কৃষ্ণই ৰুক্মিনীক বলেৰে ধৰিলি বিয়া কৰাই পেলোৱাত মনৰ কামনা সিদ্ধি নহ'ল।

জৰাসন্ধৰ জোঁৱাই কংস ৰজাক কৃষ্ণই বধ কৰে আৰু কৃষ্ণৰ অনুগত কংসৰ পিতৃ উগ্ৰসেনক মথুৰাৰ ৰজা পাতে। এই

আক্রোশতে জৰাসন্ধই কৃষ্ণ আৰু তেওঁৰ বংশ পৰিয়ালক বিনাশ কৰাৰ অৰ্থে ওঠৰবাৰ মথুৰা অবৰোধ কৰে; কিন্তু কৃষ্ণৰ অসীম বীৰত্ব আৰু কৌশলৰ গুণত প্ৰত্যেকবাৰেই পৰাজিত হয়। কালযবন নামে ৰজাই যাদৱজয়ী হব বুলি বৰ পাইছিল। শেহত জৰাসন্ধই কৃষ্ণৰ অনিষ্ট কৰিবলৈ সেই কাল-যবনৰ সহায় লয়; কিন্তু কৌশল কৰি কৃষ্ণই কালযবনকে বধ কৰি পেলায়।

এইবেলি জৰাসন্ধই কৃষ্ণৰ ফলীয়া ভালেমান সৰু সৰু ৰজাক বন্দী কৰি নিজৰ কাৰাগাৰত ৰাখে আৰু ৰুদ্ৰ যজ্ঞ এটি পাতি তাতে ৰজাবোৰক বলি দিবলৈ আয়োজন কৰে। এই কথাৰ গম পাই ভীম আৰু অৰ্জ্জুনক লগত লৈ কৃষ্ণ নিজে জৰাসন্ধৰ ওচৰলৈ গ'ল আৰু "ৰজাবোৰক মুক্তি দিয়ক নহলে গুটীয়াভাবে ভীম বা অৰ্জুন কোনো এজনৰ লগত যুদ্ধ দিয়ক"—এই বুলি দাবী জনালে। জৰাসন্ধই গুটীয়াভাবে ভীমৰ লগত যুদ্ধ কৰিবলৈ সন্মত হ'ল। সেইমতে ভীম আৰু জৰাসন্ধৰ ভিতৰত ভীষণ মল্লযুদ্ধ লাগিল। কৃষ্ণৰ পৰা জন্মগঠনৰ সম্ভেদ পাই ভীমে ভৰিত ধৰি ফুফাল কৰি জৰাসন্ধক বধ কৰিলে। (মহাঃ সভাঃ ১৭-২৪ অঃ

**জলন্ধৰ**—এজন বিখ্যাত অসুৰ। এদিন ৰুদ্ৰই ভয়ঙ্কৰ পুৰুষ ৰূপ ধাৰণ কৰি শিৱলোকত ঘূৰি পকি আছিল। ইন্দ্ৰ শিৱলোকলৈ গৈ শিৱৰ সংবাদ সোধাত তেওঁ একো উত্তৰ নিদিলে। তেতিয়া ইন্দ্ৰই খং কৰি বজ্ৰ নিক্ষেপ কৰাত সেই ৰুদ্ৰৰ কপালৰ পৰা ধক্ কৰে জুই একুৰা ওলাই ইন্দ্ৰক আগুৰি ধৰিলে। তত্ মত্ নাপাই ইন্দ্ৰই স্তব-স্তুতি কৰাত ৰুদ্ৰই জুইকুৰা সাগৰত পেলাই দিলে। তেতিয়া সেই জুইৰপৰা সাগৰৰ পানীত এটি পৰম সুন্দৰ বালকৰ জন্ম হ'ল। সাগৰে বালকটি ব্ৰহ্মাক দিলে। স্নেহ কৰি ব্ৰহ্মাই বালকটি কোলাত লোৱাত সি ব্ৰহ্মাৰ ডাড়িত টান মাৰি দিলে; ব্ৰহ্মাৰ চকুৰে পানী ওলাল। সেইকাৰণে

প্ৰজাপতিয়ে তাৰ নাম "জলন্ধৰ" ৰাখিলে আৰু তাক অসুৰবিলাকৰ ৰজা কৰি দি শিৱৰ বাহিৰে অন্যৰ অবধ্য কৰি বৰ দিলে।

অসুৰবিলাকৰ ৰজা হৈ জলন্ধৰে কালনেমি দৈত্যৰ জীয়েক বৃন্দাক বিয়া কৰালে আৰু এদিন সসৈন্যে গৈ ইন্দ্ৰক খেদি স্বৰ্গ-ৰাজ্য অধিকাৰ কৰি পেলালে। ইন্দ্ৰ গৈ শিৱৰ শৰণাগত হ'ল। সকলো দেৱতাৰ অনুৰোধত শিৱই আহি জলন্ধৰৰ লগত যুদ্ধ পাতিলে। কিন্তু পতিৰ মঙ্গল কামনা কৰি সতী বৃন্দাই বিষ্ণুক আৰাধনা কৰিবলৈ ধৰিলে। বিষ্ণুৰ কৃপাত জলন্ধৰ শিৱৰো অবধ্য হ'ল। উপায় নাপাই দেৱতাসকল বিষ্ণুৰ শৰণাগত হ'ল। অনুচিত হলেও দেৱতাৰ হিতৰ অৰ্থে বিষ্ণুৰে জলন্ধৰৰ ৰূপ লৈ বৃন্দাৰ ওচৰলৈ গ'ল। স্বামীক দেখা পাই বৃন্দাৰ তপস্যা ভাগিল; গতিকে জলন্ধৰৰ শক্তিৰ হ্ৰাস হ'ল। সেই সুযোগতে শিৱই জলন্ধৰক বধ কৰিলে।

এইদৰে ছলেৰে বিধবা কৰা দেখি বৃন্দাই বিষ্ণুক শাপ দিবলৈ ধৰিছিল; কিন্তু বিষ্ণুৰে বুদ্ধি কৰি কলে—"তুমি স্বামীৰ লগত সতী গৈ এই মায়াৰ অধীন জীৱন ত্যাগ কৰা। তোমাৰ চিতা ভস্মত তুলসী, ধাত্ৰী, পলাশ আৰু অশ্বত্থ বৃক্ষৰ জন্ম হব। এই চাৰিবিধ বৃক্ষ লোক হিতকাৰী আৰু চিৰকালেই মোৰ পৰম প্ৰিয় হৈ থাকিব। বিষ্ণুৰ কথা শুনি বৃন্দাসতীয়ে তাকেই কৰিলে। (পদ্মপুৰাণ)

**জহ্নু**—এজন ৰাজৰ্ষি। এওঁৰ পিতৃৰ নাম সুহোত্ৰ। মাতৃৰ নাম কেশিনী। জহ্নুৰে সৰ্বদায় যাগ-যজ্ঞ কৰিয়েই কাল কটাইছিল। সগৰ ৰজাৰ বংশ উদ্ধাৰ কৰাৰ অৰ্থে ভগীৰথে গঙ্গাক নমাই অনা সময়ত গঙ্গাৰ পানীৰ সোঁতত জহ্নুৰ যজ্ঞ-সম্ভাৰ উটি ভাঁহি যায়। সেই খঙতে জহ্নুৰে সমস্ত পানী পান কৰি গঙ্গা নোহোৱা কৰি পেলায়। ভগীৰথে ৰৰকৈ স্তব-স্তুতি কৰাত ঋষিয়ে নিজৰ কৰণেৰে গঙ্গাক আকৌ উলিয়াই দিয়ে। সেইবাবে গঙ্গাৰ আন

এটা নাম জাহ্নবী। জহ্নুই যুবনাশ্বৰ কন্যা কাবেৰীক বিয়া কৰায়। এওঁলোকৰ পুত্ৰ সুনহ। (হৰিবংশ ২৬-২৭)

ৰামায়ণ আৰু বিষ্ণুপুৰাণত এই কাহিনী কিছু ভিন ৰূপে পোৱা যায়।

**জাজলি**—এজন তপস্বী বামুণ। এওঁ অথৰ্ব্ববেদ-জ্ঞানী পথ্য মুনিৰ শিষ্য। কঠোৰ তপস্যাৰ ফলত এওঁ যোগী বাঞ্ছিত বিভুতিসমূহ লাভ কৰে আৰু তাৰ ফলত সৰ্ব্বগতি আৰু সৰ্ব্বদৃষ্টি ক্ষমতা পায়। তেতিয়া জাজলিৰ মনত অহঙ্কাৰ হয়। কিন্তু এদিন দৈববাণীত শুনিলে—"জাজলি! তোমাৰ জ্ঞানৰ মূল্য কি? সৰ্ব্বজ্ঞানী কাশীৰ তুলাধাৰেও নিজক জ্ঞানী বুলি নাভাবে। এই কথা শুনি জাজলি কাশীলৈ গৈ তুলাধাৰ ব্যাধবপৰা প্ৰকৃত জ্ঞান লাভ কৰিলে। (মহাঃ শান্তি)

**জানপদী**—এজনা অপ্সৰা। গৌতম মুনিক তপস্যা কৰা দেখি দেৱৰাজ ইন্দ্ৰই জানপদীক তপস্যা ভঙ্গ কৰিবলৈ পঠিয়ায়। জানপদীৰ ৰূপ-যৌবন আৰু ছলনাযুক্ত লয়লাস দেখি গৌতম মুনিৰ বীৰ্য্যপাত হয়। সেই বীৰ্য্যতে সুপ্ৰসিদ্ধ কৃপাচাৰ্য্য আৰু দ্ৰোণ মুনিৰ পত্নী কৃপী জন্ম লাভ কৰে। (মহাঃ—আদি

**জামদগ্ন্য**—জমদগ্নি মুনিৰ চাৰিপুত্ৰৰ ভিতৰত শেহতীয়াজন কেবাটাও কাৰণত সুবিখ্যাত আছিল, সেইবাবে তেওঁকেই লোকে জামদগ্ন্য বুলিছিল। (ঋচিক-জমদগ্নি ৰেণুকা কাৰ্ত্তবীৰ্য্য-পৰশুৰাম দ্ৰষ্টব্য

**জাম্ববতী**—শ্ৰীকৃষ্ণৰ ভাৰ্যা। সুবিখ্যাত স্যমন্তক মণিৰ কাৰণে শ্ৰীকৃষ্ণৰ লগত এওঁৰ পিতৃ জাম্ববানৰ যুদ্ধ হোৱাত, যুদ্ধত পৰাজিত হৈ জাম্ববানে স্যমন্তক ফিৰাই দিয়ে আৰু নিজ কন্যা জাম্ববতীক কৃষ্ণলৈ বিয়া দি সন্ধি কৰে। কৃষ্ণৰ ঔৰসত মহাবীৰ শাম্বকে আদি কৰি এওঁৰ দহজন পুত্ৰ ওপজে। কৃষ্ণৰ মৃত্যুৰ পিছত আন যদুনাৰী সকলে সৈতে জাম্ববতীক অৰ্জ্জুনে হস্তিনাপুৰলৈ লৈ যায়; কিন্তু স্বামীৰ শোকতে তেওঁ জুইত জাহ দি প্ৰাণত্যাগ কৰে। (শ্ৰীমদ্ভাগবত ১০, মহাভাৰত)

**জাম্ববান**—ভালুকৰ ৰজা। এওঁ ব্ৰহ্মাৰ পুত্ৰ আৰু বান্দৰ ৰাজ সুগ্ৰীৱৰ মন্ত্ৰী। লঙ্কা যুদ্ধত জাম্ববান ৰামচন্দ্ৰৰ প্ৰধান সহায় আছিল। ৰজা সত্ৰাজিতে সূৰ্য্যক তুষ্ট কৰি স্যমন্তক নামে এটি সুলক্ষণযুক্ত মণি লাভ কৰে। সেই মণিটো তেওঁ নিজৰ ভায়েক প্ৰসেনক দিছিল। স্যমন্তক মণিটো পিন্ধি মৃগয়া কৰিবলৈ অৰণ্যলৈ যোৱাত প্ৰসেনক মাৰি স্যমন্তক মণি সিংহই নিয়ে। সিংহক মাৰি মণিটো আকৌ ভালুকৰ অধিপতি জাম্ববানে আনে। শেষত মণিৰ বাবেই কৃষ্ণৰে সৈতে জাম্ববানৰ যুদ্ধ হয়। যুদ্ধত পৰাজিত হৈ জাম্ববানে মণিটো কৃষ্ণৰ হাতত ফিৰাই দিয়ে আৰু নিজৰ কন্যা জাম্ববতীক বিয়া দি কৃষ্ণৰে সৈতে সন্ধি কৰে।
(শ্ৰীমদ্ভাগৱত ১০ অঃ)

**জৈগীষব্য**—এজন সিদ্ধ তপস্বী। এওঁ দেবল মুনিৰ আশ্ৰমত সদায় মৌনভাবে বহি থাকে কিন্তু তপস্বীজনোচিত কোনো প্ৰকাৰ ক্ৰিয়া নকৰে। এনেকুৱা ক্ৰিয়াহীন দেখি দেবলৰ জৈগীষব্যৰ প্ৰতি অনাস্থা ওপজে। কিন্তু এদিন দেখিলে দেবলৰ অগম্য সাৰস্বত-ব্ৰহ্মলোকলৈ জৈগীষব্য যাব ধৰিছে। এই ক্ষমতা দেখি দেবলৰ আস্থা ফিৰি আহিল আৰু জৈগীষব্যৰ শিষ্যত্ব গ্ৰহণ কৰি মোক্ষধৰ্ম্ম শিক্ষা কৰিলে। (মহাভাৰত—শল্য)

**জৈমিনি**—এজন মুনি। এওঁ দ্বৈপায়ন ব্যাসদেৱৰ শিষ্য। ব্যাসৰ ওচৰত জৈমিনিয়ে সামবেদ আৰু মহাভাৰত শিক্ষা কৰে। হিন্দু-ধৰ্ম্মৰ ছয়খানি দৰ্শন শাস্ত্ৰৰ "পূৰ্ব্ব মীমাংসা" নামৰ দৰ্শনখনি জৈমিনিয়ে ৰচনা কৰা। এই দৰ্শনত ভালেমান জটিল বেদ-মন্ত্ৰৰ মীমাংসা আছে; সেইবাবে এই দৰ্শন মীমাংসা দৰ্শন নামেও বিখ্যাত। জৈমিনিৰ মীমাংসাবোৰ হ'ল এনে—ধৰ্ম্ম কি? "য এব শ্ৰেয়স্কৰ স এব ধৰ্ম্ম শব্দেনোচ্যতে"—(মীমাংসা ১।২ সূত্ৰভাষ্য)" যি অনুষ্ঠান কৰিলে মঙ্গল হয় সেয়েই ধৰ্ম্ম। "মন্ত্ৰই দেৱতা"—কাৰণ মন্ত্ৰেৰে আৱাহন কৰি অনা ইন্দ্ৰদেৱতা ঐৰাৱত হাতীৰে সৈতে

আছি পূজাৰ ঘটত উঠাব সম্ভাৱনা মুঠেই নাই। এওঁ 'জৈমিনি ভাৰত' নামে এখানি সংহিতাও ৰচনা কৰে। "সুমন্ত" আৰু "সুত্বান" নামে জৈমিনিৰ দুজন পুত্ৰ। এওঁলোক দুয়োজনেই বিদ্বান, কৃতী আৰু বেদৰ সংহিতাকাৰ। যি পাঁচজন মুনিৰ নাম ললে ইন্দ্ৰৰ বজ্ৰভয় নিবাৰণ হয় তাৰ ভিতৰত পিতৃ আৰু পুত্ৰ জৈমিনি আৰু সুমন্ত দুয়োজনৰে নাম আছে।

## ড

**ডিম্বক**—শাল্ব নগৰৰ ব্ৰহ্মদত্ত নামে ৰজাৰ কনিষ্ঠ পুত্ৰ। ৰাজপুত্ৰ হংস এওঁতকৈ ডাঙৰ। হংস আৰু ডিম্বক দুয়ো লগ হৈ মহাদেৱৰ তপস্যা কৰে আৰু তপস্যাত তুষ্ট কৰি অস্ত্ৰৰ অবধ্য হোৱা বৰ মহাদেৱৰ পৰা লাভ কৰে। এই বৰৰ প্ৰভাবত দুয়ো সকলোকে অকাৰণতে অত্যাচাৰ কৰি ফুৰিব ধৰিলে। এদিন হংস আৰু ডিম্বকে দুৰ্ব্বাসা মুনিৰ পিন্ধা কৌপীনখন গাতে ফালি পেলালে। বৰৰ প্ৰভাব থকাৰ কাৰণে দুৰ্ব্বাসাৰ নিচিনা কোপন স্বভাৱৰ উগ্ৰ তপস্বীও তেওঁলোকক একো কৰিবৰ সাধ্য নহল। দুৰ্ব্বাসাই কথাটো কৃষ্ণক জনাই মনে মনে থাকিল।

ৰজা ব্ৰহ্মদত্তই এটি যজ্ঞৰ অনুষ্ঠান কৰিছিল। হংস আৰু ডিম্বই আন কৰতলীয়া ৰজাক সাধাৰ নিচিনাকৈ কৃষ্ণকো কৰ-তলীয়া ৰজা হিচাবে কৰ সাধাত কৃষ্ণ মহা অপমানিত হ'ল আৰু তাৰ পোটক তুলিবলৈ যুদ্ধ ঘোষণা কৰিলে। কৃষ্ণৰ শৰৰ প্ৰহাৰ সহ্য কৰিব নোৱাৰি হংস গৈ কালিন্দীৰ পানীত ডুব মাৰিলে। হংসক পানীৰ পৰা নুঠা দেখি ডিম্বকো যমুনাৰ পানীত জাপ দি মৰিল। (হৰিবংশ)

মহাভাৰত সভাপৰ্ব্বৰ-২২ অধ্যায়ত উল্লেখিত মতে হংস আৰু ডিম্ভকৰ পূৰ্ব্ব নাম কৌশিক আৰু চিত্ৰসেন। দুয়ো জনেই হংস

আৰু ডিম্বক নামে খ্যাত হৈ মগধৰাজ জৰাসন্ধৰ সেনাপতি আছিল। এই দুই সেনাপতিৰ নায়কত্বতে জৰাসন্ধৰ কুৰি অক্ষৌহিনী সৈন্যই বহুদেশ জয় কৰি মগধৰ অন্তৰ্ভুক্ত কৰিছিল আৰু ভালেমান ৰজাক ধৰি আনি মগধৰ কাৰাগাৰত বন্দী কৰি থৈছিল।

## ত

**তক্ষক**—এজন নাগ। মহামুনি কশ্যপৰ ঔৰসত কদ্রুৰ গৰ্ভত এওঁৰ জন্ম। খাণ্ডৱ নামে অৰণ্য এখনত এওঁ পত্নী, পুত্ৰ আৰু আত্মীয় স্বজনে সৈতে বাস কৰিছিল। দেৱৰাজ ইন্দ্ৰৰ লগত তক্ষকৰ বন্ধুত্ব আছিল। এদিন অৰ্জুন আৰু কৃষ্ণৰ সহায়ত অগ্নি দেৱতাই খাণ্ডৱ অৰণ্য পুৰি ভস্ম কৰে। সেই সময়ত তক্ষক নাগ কুৰু-ক্ষেত্ৰলৈ গৈছিল। তেওঁৰ পত্নীৰে সৈতে আত্মীয়-স্বজন সকলো খাণ্ডৱত ভস্ম হয়। ইন্দ্ৰৰ সহায়ত পুত্ৰ অশ্বসেন মাত্ৰ ৰক্ষা পৰে। এই কাৰণে কৃষ্ণ অৰ্জুনৰ প্ৰতি তক্ষক জাতক্ৰোধ হৈ থাকিল। ইয়াৰ পাছত শৃঙ্গী নামে মুনিয়ে অৰ্জ্জুনৰ নাতি পৰীক্ষিত ৰজাক তক্ষক দংশনত মৰিবলৈ শাপ দিয়ে। সেইমতে পৰীক্ষিতক দংশন কৰি মাৰিবলৈ সুবিধা পোৱাত তক্ষকৰ অৰ্জ্জুনৰ প্ৰতি হোৱা ক্ৰোধৰ কিছু উপশম হয়। সেই সময়ত কাশ্যপ নামে বিষ-বিদ্যা-বিশাৰদ মুনি এজন পৰীক্ষিতক বিষমুক্ত কৰিবলৈ আহি-ছিল; কিন্তু তক্ষকে যথেষ্ট ধন-সম্পত্তি দি কাশ্যপক বাটৰেপৰা ওলোটাই পঠিয়াই খাণ্ডব দাহৰ পোটক তুলিলে।

উতঙ্ক নামে মুনিয়ে গুৰু পত্নীৰ বাবে কুণ্ডল এজোৰা ভিক্ষা কৰি আনিছিল। তক্ষকে কুণ্ডলজোৰ চুৰ কৰি নি পাতাল সোমায়। মুনিয়ে বৰ কষ্টেৰে কুণ্ডলজোৰ উদ্ধাৰ কৰে; কিন্তু তাৰপৰা তক্ষকক ইয়াৰ প্ৰতিফল দিয়াৰ কাৰণে চেষ্টাত থাকে।

পৰীক্ষিতৰ পুত্ৰ জন্মেজয় ৰজাই পিতৃবৈৰী তক্ষকে সৈতে সমস্ত সৰ্পজাতিক নিৰ্ম্মূল কৰাৰ অৰ্থে "সৰ্পসত্ৰ" নামে এটি যজ্ঞ পাতে। এই কাৰ্য্যত উতঙ্ক মুনিয়ে ৰজাক উদগনি দিয়ে। যথা সময়ত যজ্ঞ আৰম্ভ হ'ল আৰু অসংখ্য সৰ্প আহি যজ্ঞকুণ্ডত পৰি পৰি মৰিল। তক্ষকে ইন্দ্ৰৰ সহায় লৈও তিষ্ঠিব নোৱাৰি মৰিবলৈ আহিল; কিন্তু বাসুকী নাগৰ ভনীয়েক মনসাই তেওঁৰ পুত্ৰ আস্তিক মুনিক পঠিয়াই জন্মেজয়ত সৰ্পবোৰৰ প্ৰাণ ভিক্ষা কৰালে। মৰিবলৈ আহিও তক্ষক বাকী সাপবোৰ সৈতে ৰক্ষা পৰিল। সৰ্পসত্ৰ বন্ধ হ'ল। (জন্মেজয দ্ৰষ্টব্য মহাঃ আদি ৫৮ অঃ)

**তপতী**—সূৰ্য্যৰ ঔৰসত ছাঁয়াৰ গৰ্ভত এওঁৰ জন্ম। কুৰুবংশীয় ঋক্ষ ৰজাৰ পুত্ৰ সংবৰণ অতিশয় সূৰ্য্যভক্ত আছিল। সংবৰণৰ তপস্যাত তুষ্ট হৈ সূৰ্য্যই নিজৰ কন্যা তপতীক তেওঁক দান কৰে। (মহাভাৰত আদি—১৭৪ অঃ)

**তাৰক**—এজন অসুৰ। এওঁ দুৰ্ঘোৰ তপস্যাৰে তুষ্ট কৰি ব্ৰহ্মাৰ বৰত জগতৰ ভিতৰত অধিক বলী আৰু শিৱৰ পুত্ৰত বাহিৰে আনৰ অবধ্য হয়। বৰৰ প্ৰভাৱত তাৰকে দেৱতাবিলাকক অত্যাচাৰ কৰিব ধৰিলে। আন উপায় একো নেদেখি ব্ৰহ্মাৰে দিহামতে দেৱতাসকলে শিৱৰ পুত্ৰ যাতে হয় তাৰে চেষ্টা কৰিবলৈ ধৰিলে। শিৱৰ পত্নী সতীয়ে দেহত্যাগ কৰাৰ পাছত শিৱই হিমালয়ত তপস্যা কৰি আছিল। হিমালয়ৰে কন্যা পাৰ্ব্বতীৰ লগত বৰ যত্ন কৰি দেৱগণে শিৱৰ বিয়া পাতিলে। এই বিয়াৰ ফলত শিৱৰ কাৰ্ত্তিক নামে পুত্ৰৰ জন্ম হ'ল। যথা সময়ত কাৰ্ত্তিকক সেনাপতি কৰি লৈ দেৱতাসকলে তাৰকৰ লগত যুদ্ধ দিয়াত কাৰ্ত্তিকৰ হাতত দুৰ্জ্জয় বলী তাৰকাসুৰ বিনাশ হ'ল। (মহাঃ অনুশাসন)—কাৰ্ত্তিক দ্ৰষ্টব্য

**তাৰকা**—এজনী ৰাক্ষসী। তাই জন্মত যক্ষ আছিল। পিতৃৰ নাম সুকেতু যক্ষ। সুকেতুৱে তপস্যা কৰি ব্ৰহ্মাৰ পৰা বৰ লৈ

কন্যা তাৰকাৰ এহেজাৰ হাতীৰ সমান বল কৰি দিয়ে। সুন্দ নামে অসুৰৰ লগত তাৰকাৰ বিয়া হয়। সিহঁতৰ পুত্ৰ মাৰীচ ৰাক্ষস। অগস্ত্য মুনিয়ে শাপ দি সুন্দ অসুৰক বধ কৰে। সেই-বাবে তাৰকা আৰু মাৰীচে অগস্ত্যক বধ কৰিবলৈ গৈছিল কিন্তু মুনিয়ে নাৰী আৰু শিশু বুলি নামাৰি ৰাক্ষস হবলৈ শাপ দিয়ে। অগস্ত্য সেইদৰে সাৰিল কিন্তু তাৰকা আৰু মাৰীচ অতিশয় ব্ৰাহ্মণ বিৰোধী হ'ল আৰু অগস্ত্যৰ আশ্ৰমৰ সকলোকে খাই তাতে থিতাপি হৈ থাকিল। মাক পুতেক দুয়ো ৰাক্ষসৰাজ ৰাবণৰ আশ্ৰয় লৈ ঋষি-মুনি বিলাকৰ যাগ-যজ্ঞ নষ্ট কৰি ফুৰিবলৈ ধৰিলে। বিশ্বামিত্ৰ মুনিয়ে নিজৰ যজ্ঞ ৰক্ষা কৰিবলৈ ৰাম-লক্ষ্মণক নিওঁতে তেওঁলোকে তাৰকাক বধ কৰে আৰু মাৰীচক দণ্ডকা অৰণ্যলৈ খেদি পঠায়। (ৰামায়ণ)

**তাৰা**—(১) দেৱগুৰু বৃহস্পতিৰ ভাৰ্য্যা। তেওঁক চন্দ্ৰই হৰণ কৰি নিয়ে। বৃহস্পতিয়ে দেৱতাসকলৰ সহায়ত চন্দ্ৰৰে সৈতে যুদ্ধ কৰিবলৈ ওলোৱাত ভয়তে চন্দ্ৰইগৈ বৃহস্পতিৰ বিৰোধী দৈত্য-গুৰু শুক্ৰাচাৰ্য্যৰ আশ্ৰয় লয়। ইয়াৰ ফলত দেৱতা আৰু দৈত্যৰ ভিতৰত ৰণ এখন হোৱাৰ সূচনা হয়। সৃষ্টিকৰ্ত্তা ব্ৰহ্মা মধ্যস্থ হৈ তাৰাক আকৌ বৃহস্পতিক ফিৰাই দিয়াত যুদ্ধ হবলৈ আৰু নাপালে। সেই সময়তে চন্দ্ৰৰ ঔৰসত তাৰাৰ "বুধ" নামে এটি পুত্ৰৰ জন্ম হয়।

(২) মহাবলী বান্দৰৰ ৰজা বালীৰ ভাৰ্য্যা। এওঁৰ গৰ্ভত বালীৰ ঔৰসত অঙ্গদ নামে মহাবীৰ পুত্ৰৰ জন্ম হয়। ৰামচন্দ্ৰৰ হাতত বালীৰ মৃত্যু হোৱাত দেৱৰ সুগ্ৰীৱক এওঁ পতিৰূপে গ্ৰহণ কৰে। (ৰামায়ণ কিষ্কিন্ধা)

**তাৰাৱতী**—এগৰাকী অশেষ গুণৱতী ৰাণী। ইক্ষ্বাকু ৰজাৰ ঔৰসত তেওঁৰ পত্নী মনোন্মথিনীৰ গৰ্ভত এওঁৰ জন্ম হয়। ব্ৰহ্মাবৰ্ত্তৰ অধিপতি মহাৰাজ পৌষ্যৰ পুত্ৰ চন্দ্ৰশেখৰৰ লগত তাৰাৱতীৰ

বিয়া হয়। চন্দ্ৰশেখৰে দৃষদ্বতী নদীৰ পাৰত কৰবীৰপুৰ নামে এখন মনোহৰ নগৰ পাতিছিল। বিয়াৰ পাছত তাৰাবতী স্বামীয়েসৈতে গৈ কৰবীৰপুৰত পৰম সুখত কাল কটায়। তাতে এদিন দৃষদ্বতী নদীত গা ধোঁওতে মহৰ্ষি কপোতে তাৰাবতীৰ স্নান-মূৰ্ত্তি দৰ্শন কৰি মুগ্ধ হ'ল আৰু তাৰাৱতীত সম্ভোগ প্ৰাৰ্থনা জনালে। তাৰাবতীয়ে অসম্মতি জনোৱাত কপোতে শাপ দিবলৈ ওলাল। তেতিয়া বুদ্ধিমতী তাৰাৱতীয়ে ছলনা কৰি আহি শাপগ্ৰস্তা হৈ তেওঁৰ ঘৰত দাসীৰূপে থকা সম্বন্ধীয়া ভনীয়েক চিত্ৰাঙ্গদাক নিজৰে নিচিনা সজাই পৰাই কপোতৰ ওচৰলৈ পঠিয়াই দিলে। মহৰ্ষি কপোতৰ ঔৰসত সেই অনূঢ়া চিত্ৰাঙ্গদাৰ গৰ্ভত সুবৰ্চ্চা আৰু তম্বৰু নামে দুটি পুত্ৰ ওপজে। এনেদৰে তাৰাৱতীয়ে নিজৰ নাৰীধৰ্ম্ম ৰক্ষা কৰিলে। স্বামী চন্দ্ৰশেখৰৰ ঔৰসত তেওঁৰ বেতল, ভৈৰব, উপৰিচৰ, সদন আৰু অলৰ্ক নামে পাঁচটি পুত্ৰ ওপজে। ভগৱতী পাৰ্ব্বতীৰ অংশত তাৰাৱতীৰ জন্ম বুলি উল্লিখিত আছে।

**তিলোত্তমা**—এজনী স্বৰ্গ-বেশ্যা। সুন্দ আৰু উপসুন্দ নামে দুজন দৈত্যভাতৃ ব্ৰহ্মাৰ বৰ পাই অন্যৰ অবধ্য হৈছিল। বৰৰ প্ৰভাবত দুয়োজনে দেৱতাবিলাকক নানাৰূপে অত্যাচাৰ কৰিছিল। দেৱতা-সকলে ব্ৰহ্মাক ইয়াৰ উপায় সোধাত তেওঁ ভাবি চিন্তি সিহঁত ইজন যাতে সিজনৰ শত্ৰু হয় তেনে বুদ্ধি এটা সাজিলে। জগতৰ সমস্ত বস্তুৰে সুন্দৰ খিনি তিল তিল কৰি আনি বিশ্বকৰ্ম্মাৰ হতুৱাই এটি অনুপম সুন্দৰী নাৰী স্ৰজন কৰালে। তিল পৰিমাণ সৌন্দৰ্য্যৰ সংগ্ৰহত সৃষ্টা হোৱাৰ কাৰণে সেই সুন্দৰীৰ নাম থলে তিলোত্তমা। যথা সময়ত তিলোত্তমাক সুন্দ উপসুন্দৰ ওচৰলৈ পঠিয়োৱা হ'ল। সেই অপৰূপ সুন্দৰীৰ ৰূপ-লাবণ্যত সুন্দ উপসুন্দ দুয়ো মোহিত হৈ প্ৰত্যেকে তিলোত্তমাক নিজৰ কৰিবলৈ বাঞ্ছা কৰিলে আৰু তাকে লৈ দুয়োৰো বিৰোধ উপস্থিত হ'ল।

সেইহে তিলোত্তমাৰ কাৰণেই দুয়োৰো যুদ্ধ লাগিল। ব্ৰহ্মাৰ বৰ আৰু বুদ্ধি দুয়োটাৰে ফল ধৰিলে। সুন্দ উপসুন্দ অসুৰ অবধ্য হৈয়েই থাকিল। যুদ্ধ কৰি ইটোৱে সিটোক প্ৰহাৰ কৰি দুয়ো দুয়োৰে মৃত্যুৰ কাৰণ হ'ল। দুৰ্ব্বাসা মুনিৰ শাপত তিলোত্তমা বাণ ৰজাৰ কন্যা ঊষা নামে জন্ম লোৱা বুলি উল্লেখিত আছে। —মহাঃ আদি ১১২ অঃ, ব্ৰহ্মাবৈঃ কৃষ্ণখণ্ড ২৩ অঃ

তুলসী—(১) বিষ্ণু পুৰাণৰ মতে জলন্ধৰ অসুৰৰ পত্নী বৃন্দাসতীৰ দেহ ভস্মৰ পৰা পবিত্ৰ তুলসী গছৰ জন্ম হয়।

(২) ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ ( প্ৰকৃতিখণ্ড ১৫-২ ) মতে তুলসীৰ উপাখ্যান হ'ল এনে—ধৰ্ম্মধ্বজ ৰজাৰ কন্যাৰূপে উপজি তুলসীয়ে বহুকাল তপস্যা কৰিছিল; কিন্তু এদিন শিৱ-পাৰ্ব্বতীৰ পুত্ৰ গণেশক দেখি তেওঁ কামাসক্তা হয় আৰু পতিৰূপে পাবলৈ গণেশক প্ৰাৰ্থনা জনায়। ধৰ্ম্মচৰ্চ্চাত ব্যাঘাত হব বুলি গণেশে অসম্মতি প্ৰকাশ কৰাত তুলসীয়ে শাপ দি কলে—"তোমাৰ ধৰ্ম্মৰ যিয়েই নহওক—যেনে তেনে তুমি বিয়া কৰাবই লাগিব।" তেতিয়া গণেশেও শাপ দি কলে—"তুমি যেনে কামাতুৰা, তেতিয়া তোমাক অসুৰেহে ভোগ কৰিব।"

সেয়ে হ'ল। তুলসীক শঙ্খচূড় অসুৰে বিয়া কৰালে। এসময়ত শঙ্খচূড়েৰে সৈতে দেৱতাবিলাকৰ যুদ্ধ লাগিল। তুলসীয়ে স্বামীৰ কুশলৰ অৰ্থে এনে তপস্যা কৰিব ধৰিলে যে—দেৱতাবিলাকে শঙ্খচূড়ৰ লোমকে লাৰিব নোৱাৰিলে। দেৱতাসকলৰ অনুৰোধত বিষ্ণুৱে শঙ্খচূড়ৰ ৰূপ ধৰি তুলসীৰ সতীত্ব নষ্ট কৰাত তপস্যা ভঙ্গ হ'ল আৰু তাৰ লগে লগে শঙ্খচূড় বল শক্তিহীন হৈ দেৱতাৰ হাতত প্ৰাণ এৰিলে। শোকাতুৰা তুলসীও বিষ্ণুৰ চৰণত পৰি প্ৰাণ এৰিলে। তেওঁৰ দেহৰপৰা হ'ল—গণ্ডকী শালগ্ৰাম আৰু চুলিৰপৰা জন্ম পালে পৱিত্ৰ তুলসী বৃক্ষ।

—শঙ্খচূড় দ্ৰষ্টব্য

**তুলাধাৰ**—(১) কাশীৰ এজন ধৰ্ম্মপৰায়ণ ব্ৰহ্মতত্ত্বজ্ঞ বণিক। এওঁ মহৰ্ষি জাজলিক মোক্ষধৰ্ম্মৰ উপদেশ দিছিল। (মহা—শান্তি)

(২) মিথিলাৰ এজন ব্যাধ। এওঁৰ আন এটা নাম "ধৰ্ম্মব্যাধ"। পিতৃ-মাতৃক সেৱা-শুশ্ৰূষা কৰি তুলাধাৰে সৰ্ব্বদৃষ্টি লাভ কৰিছিল। তাৰফলত ইচ্ছামাত্ৰেই তেওঁ সকলোৰে জীৱন বৃত্তান্ত জানিব পাৰিছিল। আলৈ আথানি কৰি থৈ তপস্যা কৰা কৌশিক নামে তপস্বী এজনে এওঁৰ উপদেশ পাই পিতৃ-মাতৃক সেৱা-শুশ্ৰূষা কৰিবলৈ ধৰে আৰু তেতিয়াহে সিদ্ধি লাভ হয়।

[মহা: বন: ২০৬ অ:]

**তৃণবিন্দু**—এজন মুনি। এওঁ কাম্যক নামে অৰণ্যৰ ওচৰত মৰু-প্ৰদেশত ঘোৰ তপস্যা কৰিছিল। যি সৰোবৰৰ পাৰত তেওঁ তপস্যা কৰে তাৰ নাম "তৃণবিন্দু সৰোবৰ" হয়। চতুৰ্বিংশতি দ্বাপৰ যুগত তৃণবিন্দু মুনিয়ে বেদ বিভাগ কৰি "বেদব্যাস" নাম পাইছিল।

**তৃণাবৰ্ত**—এজন দৈত্য। ই মথুৰাৰাজ কংসৰ অনুচৰ আছিল। কৃষ্ণক বধ কৰিবলৈ কংসই তৃণাবৰ্ত্তক নিযুক্ত কৰে; কিন্তু যথা সময়ত কৃষ্ণৰ হাততহে তৃণাবৰ্ত্তৰ মৃত্যু হয়। (শ্ৰীমদ্ভাগবত ১০ম)

**ত্ৰিজটা**—ৰাবণ ৰজাৰ অন্তঃপুৰৰ এজনী পৰিচাৰিকা। অশোক বনত সীতাক বন্দিনী কৰি থৈ ৰাবণে যিবোৰ ৰাক্ষসীক ৰক্ষিনী কৰি থৈছিল, তাৰ ভিতৰত ত্ৰিজটাও আছিল। এওঁ সৰ্ব্বদায় সীতাক সৎব্যৱহাৰেৰে প্ৰিয় কথা কৈ প্ৰবোধ দিছিল।

(ৰামা—সুন্দৰ)

**ত্ৰিত**—এজন মুনি। এওঁ মহৰ্ষি গৌতমৰ পুত্ৰ। ত্ৰিত মুনি এদিন তেওঁৰ ভায়েক "একত" আৰু "দ্বিত" মুনিৰে সৈতে যজ্ঞৰ পশু বিচাৰি অৰণ্যত সোমাইছিল। পশু আহৰণ কৰাৰ পাছত একত আৰু দ্বিতই ত্ৰিতক অৰণ্যৰ মাজত এৰি আশ্ৰমলৈ গুচি আহে। তেওঁ ভায়েক দুজনক বিচাৰি ফুৰোঁতে শিয়াল দেখি ভয়তে দৌৰি

পলাবলৈ ধৰাত এটা গাঁতত পৰি যায়। তাৰপৰা উঠাৰ একো উপায় নাপাই ত্রিতই বিনা আয়োজনে আপদ উদ্ধাৰৰ অৰ্থে গাঁতৰ ভিতৰতে "সোমযাগ" কৰে। মুনিৰ এনে ঐকান্তিকতাত সন্তুষ্ট হৈ দেৱতাবিলাকে তেওঁক গাঁতৰ পৰা তুলি দিয়াত ত্রিত আশ্রমলৈ আহিল আৰু অবিশ্বাসী দুই ভায়েকক শিয়াল হবলৈ শাপ দিলে। (মহা—শল্য)

**ত্রিপাদ**—বিষ্ণুৰ অন্য নাম। দৈত্যৰাজ বলিক নিগ্ৰহ কৰিবলৈ ভগবান বিষ্ণুৱে বামন ৰূপ ধৰি বলি ৰজাত তিনি পাদ ভূমি প্রার্থনা কৰে। বলিয়ে প্রতিশ্রুতি দিয়াত বামনে এক পাদেৰে স্বৰ্গ আন পাদেৰে মৰ্ত্ত্য অধিকাৰ কৰি নাভিৰ পৰা তৃতীয় পাদ সৃষ্টি কৰি তাৰ অৰ্থে স্থান দিবলৈ বলিক প্রার্থনা জনালে। দিবলৈ আৰু ঠাই নোহোৱাৰ কাৰণে বলিয়ে নিজৰ মূৰ পাতি দি তাতে বামণক পাদ ক্ষেপণ কৰিবলৈ কলে। বামণে বলিৰ মূৰত তৃতীয় পাদ দি হেঁচি তেওঁক একেবাৰে পাতাললৈ পঠিয়ালে। তেতিয়াৰ পৰা বিষ্ণুৰ বামণ অৱতাৰৰ নাম ত্রিপাদ হ'ল। (শ্রীমন্তা : ৮ম,—বামণ পুৰাণ)

**ত্রিপুৰাৰি**—তাৰকাসুৰৰ তিনিজন অসুৰ পুত্ৰই দৈত্যশিল্পী ময়দানৱৰ হতুৱাই তিনিটি পুৰ অৰ্থাৎ দুৰ্গ সজাই লৈছিল আৰু সেই লৌহ, ৰৌপ্য, সুবৰ্ণ দুৰ্গৰ ভিতৰত তেওঁলোকে ৰণ সম্ভাৰে সৈতে সৈন্য-সামন্ত ভৰাই লৈ ত্রিলোক জয় কৰি ফুৰিছিল। ত্রিপুৰবাসী অসুৰ তিনিজনৰ অত্যাচাৰত ৰব নোৱাৰি দেৱতাবিলাকে মহাদেৱত সহায় প্রার্থনা কৰে। মহাদেৱে পোনতে পুৰ তিনিখনি নষ্ট কৰি তাৰ পিছত ত্রিপুৰবাসী অসুৰ তিনিজনক বধ কৰিলে। তেতিয়াৰ পৰা মহাদেৱৰ ত্রিপুৰাৰি নাম হ'ল। (মহা—কৰ্ণ; হৰিবংশ)

**ত্রিলোচন**—শিৱৰ অন্য নাম। এদিন পাৰ্ব্বতীয়ে ধেমালি কৰি হাতেৰে শিৱৰ চকু দুটা ঢাকি ধৰে। শিৱৰ চকু ঢকা যোৱাত

সমস্ত জগত অন্ধকাৰ হৈ পৰে। এই আকস্মিক বিপদত চতুৰ্দিশে হাহাকাৰ লাগি যোৱাই ততাতৈয়াকৈ শিৱই নিজৰ কপালত সমধিক জ্যোতিৰ্ম্ময় তৃতীয় "লোচন" (চকু) এটি সৃষ্টি কৰে। জগত আকৌ উজ্জ্বলিত হ'ল। তেতিয়াৰ পৰা শিৱই "ত্রিলোচন" নাম পালে।

**ত্রিশঙ্কু**—(১) এজন অযোধ্যাৰ সূৰ্যবংশীয় বিখ্যাত ৰজা। এওঁ মহাদাতা সুবিখ্যাত হৰিশ্চন্দ্ৰ ৰজাৰ পিতৃ। ত্রিশঙ্কুৱে সশৰীৰে স্বৰ্গলৈ যোৱাৰ ইচ্ছা কৰি সেই অৰ্থে যজ্ঞ এটি কৰিবলৈ আয়োজন কৰিলে; কিন্তু এনে অসম্ভৱ উদ্দেশ্যে যজ্ঞ কৰিবলৈ কুল গুৰু বশিষ্ঠ মুনি সম্মত নহল। বশিষ্ঠৰ পুত্ৰসকলক ধৰাত তেওঁলোকেও ৰজাত অসম্মতি জনালে। তেতিয়া ত্রিশঙ্কুৱে বশিষ্ঠৰ চিৰ বিৰোধী বিশ্বামিত্র মুনিক গৈ যজ্ঞৰ হোতা হবলৈ অনুৰোধ কৰিলে। বশিষ্ঠৰ অযোগ্যতা প্ৰমাণ কৰিবলৈ সুযোগ পাই বিশ্বামিত্ৰ সম্মত হ'ল আৰু যাগ যজ্ঞলৈ বৰ মন নিদি নিজৰ তপৰ বলতে ত্রিশঙ্কুক স্বৰ্গলৈ পঠিয়ালে; কিন্তু দেৱতা-বিলাকে ৰজাক আকৌ তললৈ ঠেলি পেলাই দিলে। এই অঘটন দেখি বিশ্বমিত্ৰই ত্রিশঙ্কুক পৃথিবীত পৰিব নিদি তপস্যাৰ বলত শূন্যতে ৰাখি থলে আৰু মনৰ খঙতে দ্বিতীয় স্বৰ্গ এখনি শূন্যতে স্ৰজিবলৈ প্ৰথমে নক্ষত্ৰবিলাক সৃষ্টি কৰিলে। তেতিয়া দেৱতাবিলাকে নিৰুপায় হৈ সেই শূন্যলোকতে নতুন সৃজিত নক্ষত্ৰবোৰে সৈতে ত্রিশঙ্কু ৰজাক ৰাখি স্বৰ্গ ৰাজ্যৰ সুখ-সুবিধা সম্মান সকলোকে দিবলৈ স্বীকাৰ কৰিলে।

[ ৰামায়ণ : আদি—৫৭—৬০ সৰ্গ—স্কন্দপুৰাণ : নাগৰ খণ্ড ৭ম অঃ ]

(২) হৰিবংশ মতে :—মহাৰাজ এয্যাবৰুণৰ পুত্ৰ সত্যব্ৰতে। আনৰ বিবাহিতা পত্নী হৰণ কৰে। বশিষ্ঠ মুনিৰ খীঁৰতী গাই এজনী বধ কৰে আৰু কোনো যাগ যজ্ঞত নলগোৱাকৈ গাইজনীৰ মঙহ খায়। এই তিনিবিধ মহাপাতকৰ কৰ্তা হৈ সত্যব্ৰতে

"ত্রিশঙ্কু" নাম পায়। এনে পাপী হোৱাৰ বাবে পিতৃয়ে ত্রিশঙ্কুক ৰাজ্যৰ পৰা খেদি দিয়াত তেওঁ বিশ্বামিত্র মুনিত শৰণ লয়। বিশ্বামিত্রই ত্রিশঙ্কুক পিতৃ ৰাজ্যত স্থাপিত কৰি তিনিওটি পাপ ক্ষয়ৰ অৰ্থে যজ্ঞ এটি কৰে আৰু স্বৰ্গলৈ পঠিয়ায়। ত্রিশঙ্কুৰ পত্নীৰ নাম সত্যৰথা আৰু পুত্ৰৰ নাম হৰিশ্চন্দ্ৰ। পিতৃৰ নাম অনুসৰি হৰিশ্চন্দ্ৰৰ আন এটা নাম—"ত্ৰৈশঙ্কৰ"।

[ হৰিবংশ ১২শ অঃ ]

## দ

দক্ষ—এজন প্ৰজাপতি। এওঁৰ আৰু এওঁৰ পত্নীৰ জন্ম আৰু নাম বেলেগ পুৰাণত ভিন ভিন ৰূপে দৃষ্ট হয়, কিন্তু প্ৰজাসৃষ্টি সম্বন্ধত দক্ষৰ কাৰ্য্যৰ সকলো পুৰাণৰ মতৰে প্ৰায় মিল আছে। এওঁ ব্ৰহ্মাৰ সোঁ হাতৰ বুঢ়া আঙ্গুলিৰ পৰা ওপজে। দক্ষৰ পত্নীৰ নাম প্ৰসূতি; মতান্তৰত অসিক্নী। এওঁলোকৰ পৰা তিনিকুৰি কন্যা জন্ম হয়। শেহতীয়া কন্যা সতীক শিৱলৈ বিয়া দিয়ে। নৈমিষাৰণ্যত এদিন দেৱতা আৰু ঋষি মুনিসকলৰ এখন সমাজ বহিছিল। সেই সমাজত সৰ্বলোক-মান্য দক্ষক যথোচিত সন্মান নেদেখালে বুলি সকলোৰে আগতে দক্ষই শিৱক পাৰেমানে অপমান কৰিলে। তাৰ উপৰিও শিৱক সকলো কাৰ্য্যতে বৰ্জ্জন কৰিবলৈ সকলোকে উপদেশ দি নিজেই শিৱহীন যজ্ঞ এটিৰ আয়োজন কৰিলে। কোনো প্ৰকাৰ খবৰ বাতৰি নিদিয়া সত্বেও সতী উপযাচী যজ্ঞলৈ আহিল; কিন্তু সতীক দেখা পায়েই দক্ষই শিৱৰ নিন্দাবাদ কৰিবলৈ ধৰিলে। পতিৰ এনে নিন্দা শুনি দুখে অপমানে সতীয়ে পিতৃ যজ্ঞভূমিতে প্ৰাণত্যাগ কৰিলে। এই বাতৰি ফুটি ফাটি যোৱাত শিৱৰ অনুচৰবোৰ

লৰি আহিল। সিহঁতে যজ্ঞতো নষ্ট কৰিলেই দক্ষৰ মূৰটোও ছিঙি যজ্ঞৰ জুইত পেলাই দিলে। শিৱ আহি পোৱাত দক্ষৰ পত্নী প্ৰভৃতিয়ে ৰবকৈ স্তৱ-স্তুতি কৰাত দেৱতাসকলৰ অনুৰোধত শিৱই দক্ষৰ প্ৰাণ দান কৰিলে; কিন্তু মূৰটো পুৰি যোৱাই ছাগলীৰ মূৰ এটা লগাই দিলে। শিৱ নিন্দাৰ ফলত দক্ষ ছাগলীমূৰা হল।

[ মহাভাৰত—আদি, গৰুড়পুৰাণ, কালিকা পুৰাণ শ্ৰীমদ্ভাগবত, হৰিবংশ ২।৩য় ]

**দণ্ডক**—এজন ৰজা। ব্ৰহ্মশাপত এওঁ পুত্ৰ-পৰিজন-প্ৰজা সমন্বিতে ভস্ম হয়। জন-মানব শূন্য ৰাজ্যত গছ বৃক্ষ গজি লাহে লাহে গভীৰ অৰণ্য হৈ উঠে আৰু পাছলৈ সেই অৰণ্যই দণ্ডকা বা "দণ্ডকাৰণ্য" নামে বিখ্যাত হয়।

**দণ্ডী**—এজন ৰজা এসময়ত স্বৰ্গবেশ্যা উৰ্বশী শাপগ্ৰস্তা হৈ ঘোটকী ৰূপ ধাৰণ কৰে আৰু ঘূৰি পকি ফুৰোঁতে দণ্ডী ৰজাৰ হাতত পৰে। বিশেষ কাৰণে শ্ৰীকৃষ্ণই ঘোটকীটি খোজাত দণ্ডী ৰজা দিবলৈ সন্মত নহল। ইয়াকে লৈ দণ্ডী আৰু কৃষ্ণৰ বিৰোধিতা চলিল। কৃষ্ণৰ প্ৰবল ক্ষমতাক ভয় কৰি দণ্ডীয়ে চাৰিওফালে সহায় বিচাৰি ফুৰিবলৈ ধৰিলে; কিন্তু সেই একে প্ৰকাৰ কাৰণতে কোনেও তেওঁক সহায়তা নকৰিলে।

পাণ্ডৱবিলাকৰ লগত কৃষ্ণৰ আত্মীয়তা চিৰ প্ৰসিদ্ধ। কিন্তু সহায় ভিক্ষা কৰাত তৃতীয় পাণ্ডৱ ভীমে কাৰো একো পৰামৰ্শ নলৈ ক্ষত্ৰিয় নীতিমতে দণ্ডীক আশ্ৰয় দিলে। গতিকে ভীম আৰু কৃষ্ণৰ ভিতৰত যুদ্ধৰ সূচনা হ'ল। বাধ্য হৈ অইন কেইজন পাণ্ডৱেতো ভীমক সহায় কৰিবলগীয়া হলেই কৌৰববিলাকেও আহি পাণ্ডৱ পক্ষত যোগ দিলে। দেৱতাবিলাকে কৃষ্ণক সহায় কৰিবলৈ গাত ললে। যথা সময়ত যুদ্ধৰ বাবে আটায়ে আহি যুদ্ধক্ষেত্ৰত লগ লাগিল; কিন্তু সকলো দেৱতাকে একে ঠাইতে

দেখা পাই উৰ্ব্বশী শাপমুক্তা হৈ স্বৰ্গলৈ গুচি গ'ল। মূল কাৰণ থোঁৱাই নোহোৱা হ'ল; গতিকে যুদ্ধবো সিমানতে অন্ত পৰিল।

**দত্তাত্ৰেয়**—এজন ঋষি। বিষ্ণুৰ অংশ লৈ মহৰ্ষি অত্ৰিৰ পুত্ৰৰূপে এওঁ জন্মগ্ৰহণ কৰে; সেইবাবে দত্তাত্ৰেয় অংশাৱতাৰ বুলি প্ৰসিদ্ধ। প্ৰহ্লাদ আদিয়ে এওঁৰপৰা আত্মতত্ত্ব জ্ঞান লাভ কৰিছিল। এওঁৰ পুত্ৰৰ নাম নিমি।

**দধীচি**—এজন শিৱভক্ত মুনি। ব্ৰহ্মাণ্ডপুৰাণৰ মতে এওঁ শুক্ৰাচাৰ্য-পুত্ৰ। ঋগ্বেদ আৰু মহাভাৰতৰ মতে অথৰ্ব্ব মুনিৰ ঔৰসত, প্ৰজাপতিৰ কন্যা শান্তিদেবীৰ গৰ্ভত এওঁৰ জন্ম। দধীচিক কঠোৰ তপস্যা কৰা দেখি দেৱৰাজ ইন্দ্ৰই অলম্বুষা নামে অপ্সৰাক তপস্যা ভঙ্গ কৰিবলৈ পঠিযায়। অলম্বুষাৰ লয়লাস দেখি মুনিৰ চিত্ত বিকাৰ জন্মে আৰু সেই সূত্ৰে তেওঁৰ সাৰস্বত নামে এটি পুত্ৰ লাভ হয়। শিৱৰ অনুচৰ নন্দী, দধীচিৰ মন্ত্ৰ-শিষ্য। প্ৰজাপতি দক্ষই শিৱহীন যজ্ঞৰ আয়োজন কৰাত দধীচিয়ে দঢ়াই দঢ়াই হাক দিছিল। যজ্ঞভূমিলৈ যথা সময়ত গৈ শিৱক তাত নেদেখি তেওঁ যজ্ঞত যোগ নিদি ওলাই গৈছিল। বৃত্ৰাসুৰে স্বৰ্গৰপৰা দেৱতা-সকলক খেদি পঠিয়োৱাত দধীচিৰ অস্থিৰে অস্ত্ৰ সাজি বৃত্ৰক বধ কৰিব পাৰিব বুলি—ব্ৰহ্মাই জনালে। দেৱতাসকলে গৈ সেই কথা দধীচিক কোৱাত তেওঁ অলপো সঙ্কুচিত নহল। দহজনৰ উপকাৰৰ অৰ্থে জীৱন বিসৰ্জ্জন শ্ৰেয়ঃ কাৰ্য বুলি ভাবি, তেওঁ তেতিয়াই যোগবলেৰে প্ৰাণত্যাগ কৰিলে। মুনিৰ মৃত দেহৰ অস্থিৰ দ্বাৰা বজ্ৰ নামে অস্ত্ৰ নিৰ্ম্মান কৰাই প্ৰয়োগ কৰাত দুৰ্জ্জয় বৃত্ৰাসুৰ অতি সহজে নিহত হ'ল। পৰৰ অৰ্থে প্ৰাণ বিসৰ্জ্জন দিয়াৰ সৰ্ব্বশ্ৰেষ্ঠ উদাহৰণ দধীচি মুনি।

(মহাভাৰত—বন ১০০ অঃ)

**দনু**—দক্ষ প্ৰজাপতিৰ কন্যা। এওঁ মহামুনি কশ্যপৰ ভাৰ্য্যা। দনুৰ গৰ্ভত শম্বৰ, নমুচি, পুলোমা, নিকুম্ভ আদি দুইকুৰি পুত্ৰ ওপজে আৰু সিবিলাক দানৱ নামে বিখ্যাত হয়। (কশ্যপ দ্ৰষ্টব্য)

**দন্তবক্র**—চেদিৰাজ শিশুপালৰ ভায়েক। শ্ৰীকৃষ্ণৰ হাতত এওঁৰ মৃত্যু হয়। বৈকুণ্ঠৰ শাপগ্ৰস্ত পাৰ্ষদ জয়-বিজয়ৰ তৃতীয় জন্ম শিশুপাল আৰু দন্তবক্র। জয় দ্ৰষ্টব্য )

**দমঘোষ**—এজন ৰজা। এওঁ চেদি ৰাজ্যত ৰাজত্ব কৰিছিল। দমঘোষে যাদৱকুলৰ বসুদেৱৰ ভনীয়েক শ্ৰুতশ্ৰবাক বিয়া কৰায়। শিশুপাল আৰু দন্তবক্র এওঁলোকৰ পুত্ৰ। দমঘোষ মগধৰাজ জৰাসন্ধৰ অনুগত আছিল; সেইবাবে জৰাসন্ধই যাদৱবিলাকৰ লগত যুদ্ধ কৰাত দমঘোষেও বাধ্য হৈ শত্ৰুৰ বংশৰ লগত যুদ্ধ কৰিবলগীয়া হৈছিল। ( হৰিবংশ—৪৯ অঃ )

**দমন**—এজন মুনি। এওঁৰ কৃপাতে বিদৰ্ভ দেশৰ ৰজা নিঃসন্তান ভীম তিনি পুত্ৰ এজনী কন্যাৰ জনক হয়। সেইবাবে ৰজা ভীমে মুনিৰ নাম অনুসৰি পুত্ৰৰ নাম 'দম', 'দমন', 'দন্ত' আৰু অসামান্যা ৰূপহী গুণৱতী কন্যাৰ নাম 'দময়ন্তী' থয়।

( মহাভাৰত—বন ৫৩ অঃ )

**দময়ন্তী**—বিদৰ্ভ দেশৰ ৰজা ভীমৰ কন্যা। দমন মুনিৰ কৃপাত জন্ম হোৱাৰ বাবে পিতৃয়ে এওঁৰ নাম দময়ন্তী থয়। দময়ন্তীৰ ৰূপ গুণ আৰু স্বামী-ভক্তি আদৰ্শ স্থানীয়। নিষধ দেশৰ ৰজা নলৰ লগত দময়ন্তীৰ বিয়া হয়।

( মাহাভাৰত, বন পৰ্ব্বত নলোপাখ্যান দ্ৰষ্টব্য )

**দশৰথ**—সূৰ্য্যবংশীয় অযোধ্যাৰ ৰজা। এওঁ সুপ্ৰসিদ্ধ মহাৰাজ ৰঘুৰ নাতি আৰু মহাৰাজ অজৰ পুত্ৰ। ৰাণী ইন্দুমতীৰ গৰ্ভত দশৰথৰ জন্ম। কৌশল্যা, কৈকেয়ী, সুমিত্ৰা নামে তিনি গৰাকী বিবাহিতা পত্নী থকা সত্ত্বেও দশৰথ ৰজা অপুত্ৰক আছিল। দশৰথ ৰজা শব্দ-সন্ধানী ধনুৰ্দ্ধৰ আছিল। এদিন মৃগয়া কৰোঁতে মৃগৰ শব্দ বুলি শৰ মাৰি অন্ধমুনিৰ পুত্ৰ সিন্ধু মুনিক বধ কৰে। পুত্ৰহীন হৈ অন্ধমুনিয়ে দশৰথক পুত্ৰ শোকত মৰিবলৈ শাপ দিয়ে। প্ৰথম ডোখৰত এই নিৰ্দ্দয় শাপেই ৰজাৰ বৰ হয়। ঋষ্যশৃঙ্গ

মুনিক আনি পুত্ৰেষ্টি যজ্ঞ কৰোৱাত দশৰথৰ তিনি ৰাণীৰ পৰা ৰাম, লক্ষ্মণ, ভৰত, শত্ৰুঘ্ন নামে চাৰিটি পুত্ৰ ওপজে। যথা সময়ত চাৰিওটি পুত্ৰৰ বিয়া বাৰু হৈ যোৱাত দশৰথে জ্যেষ্ঠপুত্ৰ ৰামচন্দ্ৰক যুৱৰাজ পাতিবলৈ যো-যা কৰিলে। এসময়ত যুদ্ধত ঘাইল হৈ দশৰথ বহুদিন ধৰি কষ্ট ভুগিছিল। সৰু ৰাণী কৈকেয়ীৰ যত্নত সুস্থ হোৱাত দশৰথে কৈকেয়ীক দুটা বৰ দিবলৈ স্বীকাৰ কৰে। ৰামক যুৱৰাজ পাতিবলৈ ওলোৱাত কৈকেয়ীয়ে পূৰ্ব্বে দিব খোজা বৰ দুটি ৰজাত খুজিলে। সত্যপৰায়ণ দশৰথে কৈকেয়ীয়ে খোজামতে এক বৰৰ বাবে ৰামক চৈধ্য বছৰলৈ বনবাস দিলে, অন্যটি বৰত কৈকেয়ীৰ পুত্ৰ ভৰতক অযোধ্যাৰ যুৱৰাজ পাতিলে। ভাৰ্য্যা সীতা আৰু ভায়েক লক্ষ্মণে সৈতে ৰাম বনলৈ গ'ল। পুত্ৰ শোকত কান্দি কান্দি দশৰথে প্ৰাণত্যাগ কৰিলে। অন্ধমুনিৰ শাপ এনেদৰে কাৰ্য্যত পৰিণত হ'ল।

(ৰামায়ণ)

দাৰুক—শ্ৰীকৃষ্ণৰ সাৰথি। এওঁ সৰ্ব্বদায় কৃষ্ণৰ ৰথ চলাইছিল। দাৰুকৰ ৰথ চালনা নৈপুণ্যৰ বাবেই কৃষ্ণই বহু সঙ্কটৰ মাজতো অভিপ্ৰায় সিদ্ধি কৰিব পাৰিছিল। কুৰুক্ষেত্ৰ যুদ্ধত জয়দ্ৰথ বধৰ দিনা দাৰুকে কৃষ্ণৰ নিজা ৰথ লৈ কৃষ্ণই চলোৱা অৰ্জ্জুনৰ ৰথক অনুসৰণ কৰিছিল। চতুৰ্দ্দশ দিনৰ যুদ্ধৰ দিনা দাৰুক সাত্যকিৰ সাৰথি হৈছিল। যদুকুল ধ্বংসৰ পাছত কৃষ্ণৰ নিৰ্দ্দেশ মতে অৰ্জ্জুনক হস্তিনাৰপৰা দ্বাৰকালৈ কৃষ্ণৰ ৰথতে দাৰুকে লৈ আহিছিল। সাৰথি জীৱনৰ ভিতৰত সুভদ্ৰা হৰণৰ সময়ত মাত্ৰ কৃষ্ণৰ ৰথত দাৰুকক বান্ধি থৈ সুভদ্ৰাই ৰথ চলাইছিল আৰু অৰ্জ্জুনে যুদ্ধ কৰিছিল। (মহাভাৰত—মুষলপৰ্ব্ব)

দিতি—প্ৰজাপতি দক্ষৰ কন্যা। এওঁ কশ্যপ মুনিৰ পত্নী আৰু দৈত্য-বিলাকৰ মাতৃ। দেৱৰাজ ইন্দ্ৰই দৈত্যবিলাকক বিনাশ কৰাত এওঁ ইন্দ্ৰক পৰাজয় কৰিব পৰা মহা শক্তিশালী পুত্ৰ এটি স্বামীত

প্ৰাৰ্থনা কৰিলে। তেতিয়া হলে এহেজাৰ বছৰ গৰ্ভধাৰণ কৰিব লাগিব আৰু গৰ্ভ অৱস্থাত সৰ্ব্বদায় শুচি হৈ থাকিব লাগিব বুলি কশ্যপে কোৱাত দিতি সন্মতা হ'ল। কামনা অনুসাৰে কশ্যপে গৰ্ভস্থাপন কৰাত ইন্দ্ৰৰ মহা ভয় হ'ল আৰু দিতিৰ গৰ্ভস্থ সন্তান নষ্ট কৰিবলৈ সুবিধা বিচাৰি থাকিল। ভাগ্যক্ৰমে এদিন দিতিয়ে ভৰি নোধোৱাকৈয়ে শুই টোপনিত পৰিল। সেই সুবিধাতে ইন্দ্ৰই দিতিৰ গৰ্ভত সোমাই সন্তানটিক উনপঞ্চাশ খণ্ড কৰি বজ্ৰদ্বাৰা কাটি পেলালে। যথা সময়ত দিতিয়ে এটি শক্তিশালী পুত্ৰৰ সলনি উনপঞ্চাশটি সাধাৰণ শক্তিবান পুত্ৰ জন্ম দিলে। সিবিলাক 'মৰুত' নামে বিখ্যাত হ'ল। ( বিষ্ণু পুঃ )

**দিবোদাস**—(১) এজন ৰজা। এওঁৰ পিতৃৰ নাম সুদেব। দেৱৰাজ ইন্দ্ৰৰ আদেশত এওঁ বাৰানসী ৰাজ্য স্থাপন কৰে ; কিন্তু কিছু কালৰ পিছত যাদৱসকলৰ হৈহয় নামে ফৈদ এটাই দিবোদাসক পৰাজিত কৰি বাৰানসী কাঢ়ি নিয়ে। দিবোদাস ভৰদ্বাজ মুনিৰ শৰণাগত হয়। মুনিয়ে ৰজা আৰু ৰাজ্যৰ কল্যাণৰ অৰ্থে যজ্ঞ এটি কৰে। তাৰ ফলত দিবোদাসৰ প্ৰতৰ্দ্দন নামে মহা বীৰ্য্যবান পুত্ৰ এটি লাভ হয়। এই প্ৰতৰ্দ্দনেই হৈহয়বোৰক খেদি পিতৃৰাজ্য বাৰানসী আকৌ উদ্ধাৰ কৰে। এই বংশৰ সুহোত্ৰ পুত্ৰ কাশ ৰজাৰ ৰাজত্ব কালত বাৰানসীৰ নাম "কাশী" হয়।

( মহাভাৰত—অনুশাঃ, বিষ্ণু পুৰাণ, মৎস্যপুৰাণ, হৰিবংশ )

(২) মনুবংশীয় ৰিপুঞ্জয় ৰজাৰ পুত্ৰ। এৰোঁ কাশীৰাজ্যৰ ৰজা আছিল। নাগৰ নামে ৰজাৰ অনঙ্গমোহিনী নামে কন্যাক দিবোদাসে বিয়া কৰায়। স্বৰ্গৰ দেৱতাসকলে এওঁক ৰত্ন আৰু ফুল দান কৰিছিল, সেইবাবে এওঁ দিবোদাস নামে খ্যাত হয়। দিবোদাসে কাশীৰাজ্যত বহুকাল ৰাজত্ব কৰে।

(৩) এজন আয়ুৰ্ব্বেদজ্ঞানী মুনি। এওঁ ভগবান সূৰ্য্যৰ

পৰা আয়ুৰ্ব্বেদ শিক্ষা কৰিছিল বুলি কোৱা আছে। "চিকিৎসা-দৰ্শন" নামে আয়ুৰ্ব্বেদীয় শাস্ত্ৰ দিবোদাস মুনিয়ে প্ৰনয়ণ কৰা।

(৪) ৰজা ব্ৰধ্নস্বৰ ঔৰসত মেনকা-অপ্সৰাৰ গৰ্ভত দিবোদাস নামে পুত্ৰ আৰু অহল্যা নামে কন্যাৰ জন্ম হয়।

**দিলীপ**—(১) সূৰ্য্যবংশীয় এজন সুবিখ্যাত ৰজা। এওঁ সকলো প্ৰকাৰে অযোধ্যাৰ আদৰ্শ নৰপতি আছিল। দিলীপৰ পত্নী সুদক্ষিণাও স্বামীৰ অনুৰূপা ভাৰ্য্যা আছিল; কিন্তু এওঁলোকৰ সন্তি-সন্তান নথকাই আছিল একমাত্ৰ মনৰ দুখ। কুলগুৰু বশিষ্ঠৰ পৰামৰ্শ মতে কামধেনু নন্দিনীক সেৱা-শুশ্ৰূষা কৰি দিলীপ আৰু সুদক্ষিনাই ৰঘু নামে সুবিখ্যাত পুত্ৰ এটি লাভ কৰে। (ৰঘুবংশ)

**দীৰ্ঘতমা**—এজন মুনি। উতথ্য মুনিৰ ঔৰসত মমতাৰ গৰ্ভত এওঁৰ জন্ম। উতথ্য আৰু বৃহস্পতি সহোদৰ ভাতৃ। সেই সম্বন্ধত দীৰ্ঘতমা বৃহস্পতিৰ ভতিজাক। বৃহস্পতিৰ শাপত দীৰ্ঘতমা অন্ধ হৈ ওপজে। অন্ধ হলেও দীৰ্ঘতমাই মুনিজনোচিত সৰ্ব্বপ্ৰকাৰ বিদ্যাকে সাধন কৰে আৰু সুদীৰ্ঘ কাল জপ তপতে কটায়। যথা সময়ত এওঁ প্ৰদ্বেষী নামে ব্ৰাহ্মণ-কন্যা এগৰাকীক বিয়া কৰায় আৰু সেই পত্নীৰ পৰা তেওঁৰ গৌতম আদি পুত্ৰৰ জন্ম হয়; কিন্তু দীৰ্ঘতমাই গোধৰ্ম্ম আচৰণ কৰা দেখি প্ৰদ্বেষায়ে নানাপ্ৰকাৰ ক্লেশ দি শেষত তেওঁক নদীত পেলাই দিয়ে।

(মহাভাৰ—আদি ১০৩ অঃ)

**দুঃশলা**—এওঁ অন্ধৰজা ধৃতৰাষ্ট্ৰৰ এক মাত্ৰ কন্যা। ধৃতৰাষ্ট্ৰ-পত্নী গান্ধাৰীৰ দুৰ্য্যোধন আদি এশ পুত্ৰ ওপজাৰ পাছত দুঃশলাৰ জন্ম হয়। যথা সময়ত সিন্ধু দেশৰ ৰজা জয়দ্ৰথত এওঁক বিয়া দিয়ে। কুৰুক্ষেত্ৰ যুদ্ধত জয়দ্ৰথৰ মৃত্যু হোৱাৰ পাছত শিশু পুত্ৰ সুৰথক সিংহাসনত বহুৱাই দুঃশলাই সিন্ধুদেশ শাসন কৰিবলৈ ধৰে। সুৰথ যোগ্যবান হৈ যেতিয়া ৰাজ্য শাসন কৰিবলৈ ধৰিলে ঠিক

সেই সময়তে যুধিষ্ঠিৰৰ অশ্বমেধ যজ্ঞৰ ঘোঁৰা লৈ মহাবীৰ অৰ্জ্জুন সিন্ধুদেশলৈ গ'ল। পিতৃবৈৰী অৰ্জ্জুনক যোৱা শুনিয়েই সুৰথ ভয়তে বাগৰি পৰিল আৰু সেইভাগে মৰি থাকিল। অৰ্জ্জুনৰ সহায়ত সুৰথৰ শিশু পুত্ৰটিক ৰাজপাটত বহুৱাই দুঃশলাই আকৌ সিন্ধুদেশ শাসন কৰিবলৈ ধৰিলে। (মহাভাৰত—আদি ৬৭ অঃ)

**দুঃশাসন**—অন্ধৰাজ ধৃতৰাষ্ট্ৰৰ ঔৰসত—তেওঁৰ পত্নী গান্ধাৰীৰ গৰ্ভত এওঁৰ জন্ম। দুঃশাসন দুৰ্য্যোধনৰ সৰু ভায়েক হলেও—দুৰ্য্যোধনৰ সমস্ত কু-অভিপ্ৰায়ৰ উৎসাহ দাতা আৰু নিজেও কু-কৰ্ম্মী আছিল। যুধিষ্ঠিৰ আদি পঞ্চপাণ্ডৱক দুঃশাসনে নিজে হিংসা কৰিছিল আৰু দুৰ্য্যোধনৰ দ্বাৰা তেওঁলোকৰ অনিষ্ট কৰাই-ছিল। দ্ৰৌপদীক পণ ৰাখি যেতিয়া যুধিষ্ঠিৰ দুৰ্য্যোধনৰ ছলনা পাশা খেলত হাৰিল তেতিয়া দুঃশাসনেই দ্ৰৌপদীক চুলিত ধৰি সভাৰ মাজলৈ আনি গাৰ বস্ত্ৰ সোলোকাব খুজিছিল। ধৰ্ম্মপ্ৰাণ ভীষ্ম আদিৰ প্ৰতিবাদৰ ফলত ধৃতৰাষ্ট্ৰই বাধা দিয়াত হে এই দুষ্কাৰ্য্যৰ পৰা দুঃশাসন বিৰত হয়। এই অমানুষিক নাৰী নিৰ্য্যাতনৰ কাৰণে দুঃশাসনৰ বুকুৰ তেজ পিব বুলি ভীমে প্ৰতিজ্ঞা কৰিলে। কুৰুক্ষেত্ৰ যুদ্ধত সপ্তদশ দিনৰ যুদ্ধৰ দিনা ভীম আৰু দুঃশাসনৰ ভিতৰত দুৰ্ঘোৰ যুদ্ধ হয়। ভালোমান পৰ যুদ্ধ হোৱাৰ পাছত ভীমে দুঃশাসনক ৰথৰ পৰা মাটিত বগৰাই পেলায় আৰু পূৰ্ব্বৰ প্ৰতিজ্ঞা মতে বুকুফালি তপত তেজ পান কৰি দ্ৰৌপদীৰ অপমানৰ প্ৰতিশোধ লয়। এই নৃশংস ক্ৰিয়াৰ ফলত দুৰ্বৃত্ত দুঃশাসনৰ খিতাতে মৃত্যু ঘটে। (মহাভাৰত)

**দুন্দুভি**—এজন বিৰাটকায় মহাবলশালী দৈত্য। ই নিজৰ বল বিক্ৰমৰ অহংকাৰতে সংসাৰৰ আটাইৰে লগত যুদ্ধ কৰিবলৈ উপযাচি ফুৰিছিল। দুন্দুভি এদিন সমুদ্ৰলৈ গ'ল বৰুণৰ লগত যুদ্ধ দিবলৈ। বৰুণে তাক হিমালয় পৰ্ব্বতৰ ওচৰলৈ যাবলৈ কলে। হিমালয়ে আকৌ দুন্দুভিক কিষ্কিন্ধাৰ ৰজা বালিৰ তালৈ

পঠিয়ালে। বালিয়ে কাৰো ওচৰলৈ নপঠিয়াই দুন্দুভিৰ লগত যুদ্ধ দিলে। সুদীৰ্ঘ কাল যুজি বান্দৰৰাজ বীৰশ্ৰেষ্ঠ বলী বালিৰ হাতত দুন্দুভিৰ প্ৰাণ গ'ল। মায়াবী নামে দৈত্য দুন্দুভিৰ জ্যেষ্ঠ পুত্ৰ। (ৰামায়ণ—কিষ্কিন্ধ্যা)

দুৰ্য্যোধন—ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীৰ এশ পুত্ৰৰ ভিতৰত এওঁৱেই প্ৰথম পুত্ৰ। ধৃতৰাষ্ট্ৰৰ সৰু ভায়েক পাণ্ডুৰ পিতৃহীন পাঁচটি পুত্ৰৰে সৈতে এওঁ আৰু এওঁৰ ভায়েকবোৰ একেলগে ডাঙৰ দীঘল হ'ল। ধৃতৰাষ্ট্ৰ আৰু পাণ্ডুৰ উপৰি পুৰুষজনৰ নাম কুৰু থকাৰ কাৰণে কুৰুৰ বংশ "কৌৰৱ" বুলি বিখ্যাত; কিন্তু পাছৰ কালত পাণ্ডুৰ পুত্ৰ পাঁচটি পাণ্ডৱ নামে জনাজাত হয় আৰু কৌৰৱ বুলিলে ধৃতৰাষ্ট্ৰ আৰু তেওঁৰ দুৰ্য্যোধন আদি পুত্ৰ সকলৰহে সেই নাম বুলি লোকে বুজে। কৌৰৱ পাণ্ডৱ আটায়ে ক্ষত্ৰিয় ৰাজ-কুমাৰৰ উপযুক্ত সকলো প্ৰকাৰ বিদ্যাকে একেলগে লাভ কৰে। প্ৰথমতে কৃপাচাৰ্য্যৰ ওচৰত, তাৰ পিছত দ্ৰোনাচাৰ্য্যৰ পৰা তেওঁলোকে ধনুৰ্ব্বেদ শিক্ষা কৰে। কিন্তু সকলো প্ৰকাৰে এওঁ আৰু এওঁৰ ভায়েকবোৰ পাণ্ডৱতকৈ হীনশক্তি আৰু অল্পবুদ্ধি থকাত নানা ছলেৰে পাঁচ পাণ্ডৱক কৌৰৱ বিলাকে পাৰেমানে হিংসা কৰিছিল। বিশেষকৈ তৃতীয় পাণ্ডৱ ভীমৰ লগত দুৰ্য্যোধনৰ জীৱন জুৰি প্ৰতিযোগিতা চলিছিল। কৌৰৱ পাণ্ডৱ বিলাকেৰে সৈতে কৰ্ণ নামে অধিৰথ সুতৰ ল'ৰা এটিয়ো ধনুৰ্ব্বেদ শিক্ষা কৰিছিল আৰু মহাশক্তিশালী ধনুৰ্ব্বেদ বিশাৰদ হৈছিল। দুৰ্য্যোধনে নানা বুদ্ধি কৌশলেৰে কৰ্ণক হাত কৰি নিজৰ ফলীয়া কৰি লৈছিল।

জ্যেষ্ঠ ধৃতৰাষ্ট্ৰ অন্ধ থকাৰ কাৰণে পাণ্ডু কনিষ্ঠ হলেও হস্তিনাপুৰৰ ৰজা আছিল। পাণ্ডুৰ পুত্ৰবিলাক নাবালক থকাৰ কাৰণে ধৃতৰাষ্ট্ৰই ৰাজ্য শাসন কৰে। প্ৰজা সকলৰ ইচ্ছা অনুসৰি যথা সময়ত পাণ্ডু-পুত্ৰ যুধিষ্ঠিৰক হস্তিনাৰ যুৱৰাজ পতাত দুৰ্য্যোধনৰ

হিংসাৰ অগনি জ্বলি উঠিল। পাণ্ডৱক প্ৰাণে মাৰিবলৈ বুদ্ধি সাজিলে। দুৰ্য্যোধনে অন্ধৰাজক ছলেৰে বুজাই বঢ়াই যুৱৰাজ যুধিষ্ঠিৰক বাৰনাৱত নগৰত থোৱাৰ দিহা কৰিলে আৰু সেই অৰ্থে তাত ঘৰদুৱাৰ সজোৱা হ'ল। কিন্তু দুৰ্য্যোধনে বুদ্ধি কৰি ঘৰ-বোৰ লা সোমাই সজোৱালে আৰু মাতৃৰে সৈতে পঞ্চপাণ্ডৱ গৈ তাত বাস কৰাৰ প্ৰথম ৰাতিতে জুই লগাই দিলে। বিদুৰৰ মুখত আগধৰি আভাস পাই থকাৰ কাৰণে পাণ্ডৱ বিলাক ঘৰ-পোৰা জুইৰ পৰা সাৰি গ'ল; কিন্তু পাণ্ডৱ পুৰি মৰা বুলি দুৰ্য্যোধন নিশ্চিন্ত হ'ল।

ভালেমান দিন গোপনভাবে ঘুৰি ফুৰি অৰ্জ্জুনে স্বয়ংবৰত লক্ষ্যভেদ কৰি দ্ৰৌপদীক লাভ কৰাত পাণ্ডৱ জীয়াই আছে বুলি চাৰিও ফালে ফাটি-ফুটি গ'ল। সকল লেঠাৰে মুৰ মৰাৰ উদ্দেশ্যে ধৃতৰাষ্ট্ৰই ৰাজ্যখন দুভাগ কৰি তাৰে ইন্দ্ৰপ্ৰস্থ খণ্ড পাণ্ডৱক দিলে। দুৰ্য্যোধনে স্বাধীনভাবে হস্তিনাপুৰত ৰাজত্ব কৰিবলৈ ধৰিলে।

দুৰ্য্যোধনৰ পত্নীৰ নাম ভানুমতী। চিত্ৰাঙ্গদ ৰজাৰ কন্যাকো স্বয়ংবৰ সভাৰ পৰা বলেৰে আনি দুৰ্য্যোধনে বিয়া কৰায়। লক্ষ্মণ আৰু লক্ষ্মণা নামে দুৰ্য্যোধনৰ দুটি পুত্ৰ কন্যা ওপজে। কৃষ্ণৰ পুত্ৰ শাম্বই স্বংয়বৰ সভাৰ পৰা লক্ষ্মণাক হৰণ কৰি নিয়াত যুদ্ধত পৰাস্ত কৰি দুৰ্য্যোধনে শাম্বক বন্দীকৰি থয়। কৃষ্ণৰ দদায়েক বলৰাম হস্তিনালৈ আহি শাম্বক এৰি দিবলৈ কলে; কিন্তু দুৰ্য্যোধন সম্মত নহ'ল। তেতিয়া বলৰামে তেওঁৰ নাঙল অস্ত্ৰেৰে হস্তিনাপুৰ ধ্বংস কৰিবলৈ ওলোৱা দেখি দুৰ্য্যোধনে লক্ষ্মণাক শাম্বত বিয়া দিলে আৰু বলৰামৰ শিষ্য হৈ গদা যুদ্ধৰ সমস্ত কৌশল শিকি ললে।

যুধিষ্ঠিৰে মহাপয়োভৰে ইন্দ্ৰপ্ৰস্থত ৰাজত্ব কৰিব ধৰিলে। যাদৱপতি শ্ৰীকৃষ্ণৰ বুদ্ধি পৰামৰ্শ লৈ ময় নামে দানৱ শিল্পীৰ

হতুৱাই ৰাজধানীখন ভাঙি পাতি মনোৰমকৈ সজাই যুধিষ্ঠিৰে ৰাজসূয় যজ্ঞ এটিৰ অনুষ্ঠান কৰিলে। যজ্ঞৰ নিমন্ত্ৰণত দুৰ্য্যোধন ইন্দ্ৰপ্ৰস্থলৈ গৈ পাণ্ডৱৰ ধন ঐশ্বৰ্য্য আৰু ৰাজ্যৰ পয়োভৰ অৱস্থা দেখি হিংসাতে জ্বলি পুৰি হস্তিনালৈ আহিল। ক্ৰূৰবুদ্ধি মোমায়েক শকুনিৰ পৰামৰ্শ মতে ধৃতৰাষ্ট্ৰৰ সন্মতি লৈ দুৰ্য্যোধনে যুধিষ্ঠিৰক পাশা খেলিবলৈ হস্তিনাপুৰলৈ মাতি আনিলে। পাশাখেলৰ নিমন্ত্ৰণ ৰক্ষা কৰি পাশা খেলোৱা কাম ৰাজধৰ্ম্মৰ অঙ্গ আৰু ৰীতি; গতিকে অনিচ্ছা সত্ত্বেও যুধিষ্ঠিৰ আহি দুৰ্য্যোধনৰ প্ৰতিনিধি শকুনিৰ লগত পাশা খেলিবলৈ বাধ্য হ'ল। প্ৰথম বাৰৰ কপট খেলতে যুধিষ্ঠিৰে ৰাজ্য ধন ভ্ৰাতৃ পত্নী আদি পণ ৰাখি সকলোকে হেৰুৱালে যদিও ভীষ্মকে আদি কৰি উপস্থিত ধৰ্ম্মপ্ৰাণ সদাশয় সকলৰ যত্নত সকলোকে আকৌ ফিৰাই পালে; কিন্তু দ্বিতীয় বাৰৰ খেলত ৰাজ্যএৰি বনবাসৰ পণ কৰাত যুধিষ্ঠিৰ পৰাজিত হৈ বাৰ বছৰ বনবাস আৰু এক বছৰ অজ্ঞাত বাস কৰিব লগীয়া হয়। এই বেলি আৰু কোনো উপায় নৰজিল। দ্ৰৌপদীৰে সৈতে পাণ্ডৱ সকল বনবাস খাটিবলৈ গ'ল। দুৰ্য্যোধন ইন্দ্ৰপ্ৰস্থৰো নিষ্কণ্টক অধিকাৰী হ'ল।

তেৰ বছৰ পিছত পাণ্ডৱ বিলাকে নিজৰ ৰাজ্য খোজাত দুৰ্য্যোধনে ফিৰাই দিবলৈ সন্মত নহ'ল। ইয়াকে লৈ বিৰাট কুৰুক্ষেত্ৰ যুদ্ধৰ সূচনা হ'ল। ভাৰতবৰ্ষৰ সমস্ত ৰজাই ধন জন বল শক্তিৰে কোনোৱে যুধিষ্ঠিৰক সহায় কৰিলে, কোনো দুৰ্য্যোধনৰ সহায় হ'ল। পাণ্ডৱ বিলাকে যদুপতি কৃষ্ণৰ পৰম সহায়তা পালে। দুয়োপক্ষৰ ওঠৰ অক্ষৌহিনী সৈন্য কুৰুক্ষেত্ৰত গোট খালে। ৰথ ৰথী হয় হস্তী সৈন্য সামন্ত দুয়োপক্ষৰে অসংখ্য হানি হোৱাৰ পাছত জয় হ'ল যুধিষ্ঠিৰৰ। অসংখ্য ইষ্ট মিত্ৰ বন্ধু বান্ধৱ আৰু ভ্ৰাতৃ পুত্ৰ আদিৰ শোক আৰু পৰাজয়ৰ দুখ পাই দুৰাগ্ৰাহী দুৰ্য্যোধনে প্ৰাণ ত্যাগ কৰিলে। (মহাভাৰত)

**দুৰ্ব্বাসা**—এজন কোপন স্বভাৱৰ মুনি। মহৰ্ষি অত্ৰিৰ ঔৰসত অনসূয়াৰ গৰ্ভত এওঁৰ জন্ম। দুৰ্ব্বাসা বামদেৰ মুনিৰ শিষ্য আছিল আৰু সুদীৰ্ঘ কাল তপস্যা কৰি এনে তেজস্বী হৈ পৰিছিল যে শ্বেতকি ৰজাৰ এশ বছৰীয়া যজ্ঞত এওঁহে মাত্ৰ যাজন ক্ৰিয়া কৰিবলৈ সমৰ্থ হৈছিল। দুৰ্ব্বাসাৰ দহ হাজাৰ শিষ্য আছিল। ঔৰ্ব্ব মুনিৰ কন্যা কন্দলী তেওঁৰ প্ৰথমা পত্নী। কন্দলী অতিশয় মুখচোকা তিৰোতা আছিল। শহুৰেকৰ অনুৰোধ মতে এশ অপৰাধ ক্ষমা কৰি শেহত কন্দলীক দুৰ্ব্বাসাই শপি ভস্ম কৰে। তাৰ পিছত যাদৱ কুলৰ একনাংশা নামে কন্যা এটিক তেওঁ দ্বিতীয়া পত্নী ৰূপে গ্ৰহণ কৰে।

কিন্তু দুৰ্ব্বাসা নিজেও কোনো নীতি নিয়মৰ অধীন নাছিল আৰু সময়ে সময়ে কালাকাল পাত্ৰাপাত্ৰলৈ নাচাই সামান্য কথাতে খং কৰি লোকৰ সৰ্ব্বনাশ কৰিছিল। সেইবাবে দুৰ্ব্বাসাক সংসাৰৰ আটায়ে ভয় কৰিছিল। এবেলি দ্বাৰকাৰ মদাহী ডেকা বোৰে পেটত ঢেকিথোৰা বন্ধা ল'ৰা এটাক নাৰী সজাই, কেতিয়া প্ৰসৱ হব দুৰ্ব্বাসাক ধেমালি কৰি সোধাত, যথা সময়ত মূষল এটা প্ৰসৱ হৈ তাৰে কোবোৱাকুৰি কৰি যদুকুল নিৰ্ম্মূল হব বুলি দুৰ্ব্বাসাই শাপ দিয়ে। পাণ্ডৱ বিলাক বনবাসত থকাত দুৰ্য্যোধনে দুৰ্ব্বাসাক কিবা কৈ সন্তুষ্ট কৰি পাণ্ডৱক সৰ্ব্বনাশ কৰাৰ উদ্দেশ্যে তেওঁক পাণ্ডৱৰ ওচৰলৈ আলহি কৰি পঠিয়াইছিল ; কিন্তু কৃষ্ণৰ কৃপাত পাণ্ডৱবিলাক কোনোমতে ৰক্ষা পৰে। দুৰ্ব্বাসাই দিয়া মালা এধাৰি দেৱৰাজ ইন্দ্ৰই হাতপাতি লৈয়েই উঠি থকা ঐৰাবত হাতীটোৰ মূৰত থলে। সেই অপৰাধতে মুনিয়ে ইন্দ্ৰক শ্ৰীভ্ৰষ্ট হবলৈ শাপ দিয়ে। কণ্ব মুনিৰ পালিতা কন্যা শকুন্তলাই স্বামীৰ বাবে চিন্তা কৰি থকাৰ কাৰণে দুৰ্ব্বাসাক অভ্যৰ্থনা কৰাত পলম হ'ল। এই ত্ৰুটিৰ বাবেই মুনিয়ে শকুন্তলাক শাপ দি স্বামী বিৰহ ভোগ কৰাইছিল।

লোকৰ সামান্য দোষতে শপি ফুৰা স্বভাৱৰ গুণত দুৰ্ব্বাসা নিজেও মহা বিপদত পৰিছিল। অম্বৰীষ ৰজাই ব্ৰতৰ উপবাস ভঙ্গ কৰিবলৈ ওলোৱা সময়তে দুৰ্ব্বাসা গৈ অতিথি হ'ল। ঋষি গা-ধুবলৈ গৈ অহাত পলম কৰা দেখি ভোকত ৰব নোৱাৰি ৰজাই উপবাস ভঙ্গ কৰিলে। সেই কথা গম পাই মুনিয়ে খঙতে মুৰৰ জ'ট টান মাৰি দিয়াত ভয়ঙ্কৰ দৈত্য এটাৰ জন্ম হ'ল আৰু মুনিৰ নিৰ্দ্দেশ মতে দৈত্যই ৰজাক বধ কৰিবলৈ গ'ল। ভক্ত অম্বৰীষৰ বিনা অপৰাধতে এনে দুৰ্গতি হোৱা দেখি বিষ্ণুৱে সুদৰ্শন চক্ৰমাৰি পঠিয়োৱাত চক্ৰই দৈত্যক বিনাশ কৰি দৈত্যস্ৰষ্টা দুৰ্ব্বাসাক খেদা বহালে। দুৰ্ব্বাসাই প্ৰাণৰ ভয়ত ত্ৰিভুবনত লৰি ফুৰিলে; কিন্তু আশ্ৰয় দিয়া দূৰৰে কথা মুখেৰে কোনেও সাহকে নিদিলে। উপায় নাপাই দুৰ্ব্বাসাই গৈ বিষ্ণুত শৰণ লোৱাত বিষ্ণুৰ উপদেশ মতে অম্বৰীষত ক্ষমা প্ৰাৰ্থনা কৰিহে কোনোমতে দুৰ্ব্বাসা ৰক্ষা পৰিল।

কিন্তু এবাৰ কুন্তিভোজ ৰজাৰ ঘৰত কিছুকাল থকাৰ সময়ত ৰজাৰ পালিতা কন্যা কুন্তীৰ সেৱা শুশ্ৰূষাত সন্তুষ্ট হৈ দুৰ্ব্বাসাই দেৱতাক আৱাহণ কৰি অনা মন্ত্ৰ শিকাই কুন্তীক উপকাৰ কৰিছিল। পঞ্চপাণ্ডৱ আৰু কৰ্ণৰ সেই মন্ত্ৰৰ প্ৰভাৱতে জন্ম হয়। (ব্ৰহ্মবৈঃ—শ্ৰীমদ্ভাগঃ—মহাভাঃ)

দুষ্মন্ত—এজন ৰজা। চন্দ্ৰবংশীয় ঐতি নামে ৰজাৰ পুত্ৰ। এওঁ মৃগয়া কৰিবলৈ গৈ কণ্বমুনিৰ আশ্ৰমত মুনিৰ পালিতা কন্যা শকুন্তলাক দেখা পায় আৰু দেখা মাত্ৰেই শকুন্তলা আৰু দুষ্মন্ত দুয়োজনেই দুয়োৰো প্ৰতি আসক্ত হয়। সেই সময়ত কণ্ব মুনি তপস্যাৰ অৰ্থে গৈ দূৰনিত আছিল। তথাপি গান্ধৰ্ব্ব বিধানমতে শকুন্তলা আৰু দুষ্মন্তৰ আশ্ৰমতে বিয়া হ'ল। পৰম আনন্দে আশ্ৰমত কিছুকাল কটোৱাৰ পিছত ৰাজকাৰ্য্যৰ লেঠাত ৰজা ৰাজধানীলৈ যাব লগীয়াত পৰিল। বিদায় পৰত অভিজ্ঞান

অৰ্থাৎ স্মৃতি-চিহ্ন স্বৰূপে হাতৰ আঙঠিটো ৰজাই শকুন্তলাক দি গ'ল।

কণ্বমুনি আশ্ৰমলৈ আহি সকলো কথাকে শুনিলে আৰু শকুন্তলা গৰ্ভৱতী হোৱা গম পাই পৰম পুলকিত চিত্তে তেওঁক ৰজাৰ ওচৰলৈ পঠিয়াই দিলে। কিন্তু ইয়াৰ ভিতৰতে দুৰ্ভাগ্য-ক্ৰমে দুৰ্ব্বাসা মুনিয়ে দিয়া শাপৰ ফলত দুষ্মন্ত ৰজাই শকুন্তলাক পাহৰি গ'ল। অভিজ্ঞান-আঙঠিটো হেৰাই যোৱাই শকুন্তলায়ো ৰজাৰ নষ্ট-স্মৃতি ফিৰাব নোৱাৰিলে। গতিকে স্বামীৰ গৃহত—শকুন্তলাই স্থান নাপাই দুখে অপমানে মাৰীচ ঋষিৰ আশ্ৰমত গৈ আশ্ৰয় ললে। তাতে তেওঁৰ ভৰত নামে পুত্ৰ এটি উপজিল। তাৰ ভালেমান দিনৰ পাছত নানা ঘটনাৰ মাজেদি দুষ্মন্তই শকুন্তলাক চিনি পাই পুত্ৰ ভৰতেৰে সৈতে ৰাজধানীলৈ আদৰি নিলে আৰু সুখে সন্তোষে কিছুদিন কটাই যথা সময়ত পুত্ৰ ভৰতক ৰাজ্যভাৰ দি বানপ্ৰস্থ অবলম্বন কৰিলে। এই ঘটনাক লৈয়েই মহাকবি কালিদাসে জগতবিখ্যাত অতুলনীয় নাটক 'অভিজ্ঞান শকুন্তলম' প্ৰনয়ণ কৰে। সেই নাটক আশ্ৰয় কৰিয়েই দুষ্মন্ত পৰিচয় লিখা হল। ইয়াৰ মুল কাহিনী মহাভাৰত আদি পৰ্ব্বৰ ৬৮-৭৪ অধ্যায়ত বৰ্ণিত হৈছে। দুৰ্ব্বাসাৰ অভিশাপ, অভিজ্ঞান প্ৰদান আৰু স্বামী প্ৰত্যাখ্যাতা শকুন্তলা অন্য মুনি আশ্ৰমত প্ৰতিপালিতা হোৱা কথা মহাভাৰতত উল্লেখ নাই। পুত্ৰৱতী শকুন্তলাক কণ্ব-মুনিয়ে স্বামী গৃহলৈ পঠিয়োৱা আৰু দৈৱবাণী শুনি পত্নী পুত্ৰক দুষ্মন্তই গ্ৰহণ কৰা বুলিহে উল্লেখিত হৈছে।

**দূষণ**—এজন ৰাক্ষস। এওঁ ৰাৱণ ৰজাৰ সম্বন্ধীয়া ভায়েক। ৰাৱণৰ ভনীয়েক শূৰ্পনখাৰ ৰথীয়া হৈ আন ৰাক্ষস সৈন্যই সৈতে এওঁ দণ্ডকাৰণ্যত আছিল। শূৰ্পনখাৰ নাক-কাণ কটা লৈ যি যুদ্ধ হয় সেই যুদ্ধতে ৰাম লক্ষ্মণৰ হাতত দূষণৰ মৃত্যু ঘটে।

( ৰাময়েণ—অৰণ্য )

**দেৱক**—ভোজ বংশীয় আহুকৰ পুত্ৰ। এওঁ মথুৰাৰ ৰজা উগ্ৰসেনৰ ভায়েক। শ্ৰীকৃষ্ণৰ মাতৃ দেৱকী—এই দেৱকৰে কন্যা।

( আহুক—দ্ৰষ্টব্য )

**দেৱকী**—যাদৱবংশীয় উগ্ৰসেন মথুৰাৰ ৰজা। তেওঁৰ ভায়েকৰ নাম দেৱক। উগ্ৰসেনৰ পুত্ৰ কংস, দেৱকৰ কন্যা দেৱকী। গতিকে কংস আৰু দেৱকী সম্বন্ধত দুয়ো ভাই-ভনী। বৃষ্ণি বংশৰ বসুদেৱৰ লগত দেৱকীৰ বিয়া হয়। দেৱকীৰ অষ্টম গৰ্ভৰ সন্তানৰ হাতত কংসই নিজৰ মৰণ হব বুলি বিয়াৰ উৎসৱৰ ভিতৰতে দৈৱবাণী শুনি বসুদেৱ দেৱকী দুয়োজনকে কাৰাগাৰত বন্দী কৰি থলে। এটিৰ পাছত এটিকৈ দেৱকীৰ গৰ্ভৰ সাতটি সন্তান কংসই বধ কৰাৰ পাছত এদিন অতি দুৰ্য্যোগপূৰ্ণ ৰাতি দোভাগত দেৱকীৰ অষ্টম গৰ্ভত শ্ৰীকৃষ্ণই জন্ম গ্ৰহণ কৰে। দৈৱশক্তিৰ বলত কাৰাগাৰৰ দুৱাৰ মুকলি হয় আৰু বাসুদেৱে অতি গোপনে দেৱকীৰ বুকৰ পৰা কৃষ্ণক নি যমুনাৰ সিপাৰৰ বন্ধু নন্দঘোষৰ পত্নী যশোদাৰ সদ্য ওপজা কেচুৱা কন্যা এটিৰ লগত সলনি কৰে।

পিছদিনা ৰাতিপুৱা দেৱকীৰ অষ্টম গৰ্ভত কন্যা এটি ওপজা বুলি কংসই গম পাই আগৰ বাৰৰ নিচিনাকৈ বধ কৰিবলৈ অনাত তেওঁৰ জীৱনবধী আন ঠাইত ডাঙৰ দীঘল হব ধৰা বুলি আকৌ দৈৱবাণীতে শুনিবলৈ পালে। ইয়াৰ পাছত আৰু বসুদেৱ—দেৱকীক বান্দীকৰি ৰখাৰ আৱশ্যক নাই বুলি ভাবি কংসই তেওঁলোকক মুকলি কৰি দিলে। নন্দৰ ঘৰত ডাঙৰ দীঘল হৈ কৃষ্ণই যথা সময়ত কংসক বধ কৰি পিতৃ-মাতৃ বসুদেৱ-দেৱকীৰ আহি সঙ্গ লয়। বহুদিনৰ মূৰত পুত্ৰক এনেদৰে পাই দেৱকীৰ সুখৰ অন্ত নোহোৱা হয়। তেনে সুখতে জীৱনৰ বাকী কাল কটাই যদুবংশ ধ্বংস হোৱাৰ পাছত স্বামী বসুদেৱে দেহত্যাগ কৰাত দেৱকীয়ো স্বামীৰ অনুগামিনী হয়।

অনুষ্ঠাইত পোৱা যায়—বসুদেৱ দেৱকী প্ৰথম জন্মত আছিল সুতপা আৰু পৃশ্নি নামে বিখ্যাত। সুকৰ্ম্মৰ ফলত কশ্যপ আৰু অদিতি নামে জন্মি বামন ৰূপী ভগবানৰ পিতৃ-মাতৃ হয়। কিন্তু অদিতিৰ বুদ্ধি শুনি কশ্যপে বৰুণৰ গাইজনী ফিৰাই নিদিয়াৰ বাবে ব্ৰহ্মাৰ শাপত বসুদেৱ-দেৱকী নামে মানুহে হৈ ওপজে। (শ্ৰীমদ্ভাগবত—১০)

দেৱযানী—দৈত্যগুৰু শুক্ৰচাৰ্য্যৰ কন্যা। এওঁ পিতৃৰ অতি স্নেহৰ পাত্ৰী আছিল। দেৱগুৰু বৃহস্পতি ঋষিৰ পুত্ৰ "কচ" মৃতসঞ্জীৱণী মন্ত্ৰ শিকাৰ কাৰণে শুক্ৰাচাৰ্য্যৰ ওচৰত গৈ ভালেমান দিন থাকিব-লগীয়া হয়। কচৰ ৰূপ গুণ দেখি দেৱযানী অনুৰাগিনী হৈ পৰে। দৈত্যবোৰে কচক শত্ৰুপক্ষৰ লোক বুলি জানি আৰু তেওঁৰ উদ্দেশ্য বুজি পাই যাতে মৃতসঞ্জীবনী মন্ত্ৰ দেৱতাৰ ওচৰলৈ যাব নোৱাৰে সেই বাবে কচক কেইবাবাৰো বধ কৰে। অনুৰাগিনী দেৱযানীয়ে বাৰে বাৰে পিতৃক অনুৰোধ কৰি কচক জীৱন দিয়ায়। মন্ত্ৰশিক্ষা যথা নিয়মে শেষ হোৱাত কচে যেতিয়া বিদায় মাগিলে তেতিয়া দেৱযানীয়ে পতিৰূপে পাবলৈ কচক প্ৰাৰ্থনা জনালে; কিন্তু গুৰুকন্যা ভগ্নীৰ নিচিনা বুলি কচ সন্মত নহল। প্ৰানান্তিক অপমান পাই—"সঞ্জীৱনী বিদ্যা নিস্ফল হওক"—বুলি দেৱযানীয়ে কচক শাপ দিলে। "ক্ষত্ৰিয়ৰ পত্নী হবলৈ" কচেও দেৱযানীক শপিলে।

দৈত্যৰাজ বৃষপৰ্ব্বাৰ কন্যা শৰ্ম্মিষ্ঠা দেৱযানীৰ বান্ধৱী আছিল। এদিন দুয়োজনীয়েএকেলগে গা ধুই উঠি কাপোৰ পিন্ধাৰ সময়ত ভুলতে শৰ্ম্মিষ্ঠাই দেৱযানীৰ কাপোৰ পিন্ধিলে। এই ঘটনাক আশ্ৰয় কৰি দুয়ো বান্ধৱীৰ দন্দ লাগিল আৰু শৰ্ম্মিষ্ঠাই দেৱযানীক গাঁতলৈ ঠেলা মাৰিদি গুচি গ'ল। দৈৱক্ৰমে মহাৰাজ যযাতি মৃগয়ালৈ যোৱাত দেৱযাণীক গাতঁৰ পৰা তুলিলে। কন্যাৰ মুখত সকলো কথা শুনি শুক্ৰচাৰ্য্যই খঙতে বৃষপৰ্ব্বাৰ ৰাজ্য এৰি

যাবলৈ ওলাল। ৰজাই শৰ্ম্মিষ্ঠাক চিৰকাললৈ দেৱযানীৰ দাসী কৰি দিয়াত জীয়েকৰ খং মাৰ যোৱা দেখি শুক্ৰ সাম্য হ'ল।

ইয়াৰে কিছুদিন পাছত যযাতি আৰু দেৱযানীৰ আকৌ দেখাদেখি হোৱাত দুয়ো দুয়োৰো প্ৰতি আসক্ত হ'ল। ইয়াৰ ফলত ক্ষত্ৰিয় যযাতিৰ লগত ব্ৰাহ্মণ কন্যা দেৱযানীৰ বিয়া হ'ল। পূৰ্ব্বৰ কথামতে দেৱযাণীৰ লগত শৰ্ম্মিষ্ঠাও দাসীৰূপে যযাতিৰ অন্তঃপুৰলৈ যাব লগীয়াত পৰিল। কিন্তু কিছুদিন পাছত দেৱযানীক নজনাকৈ ৰজাই শৰ্ম্মিষ্ঠাকো বিয়া কৰালে। এই কথাৰ গম পাই দেৱযানীয়ে খং কৰি পিতৃ শুক্ৰাচাৰ্যৰ ওঁচৰলৈ গুচি গ'ল। যযাতিৰ ঔৰসত দেৱযানীৰ যদু আৰু তুৰ্ব্বসু নামে দুটি পুত্ৰ জন্ম হৈছিল। (মহাভাঃ—আদি ৭৬ অঃ কচ উপাখ্যান)

**দেৱবৰ্ণিনী**—ভৰদ্বাজ মুনিৰ কন্যা আৰু বিশ্ৰবা মুনিৰ পত্নী। বিশ্ৰবাৰ ঔৰসত এওঁৰ বৈশ্ৰবন নামে পুত্ৰৰ জন্ম হয়। বৈশ্ৰবনৰ আন এটা নাম কুবেৰ। কুবেৰ দেৱতা সকলৰ ধনাধ্যক্ষ হৈছিল। ৰাৱণৰ মাতৃ কৈকসী দেৱবৰ্ণিনীৰ সতিনী আছিল।

(কুবেৰ দ্ৰষ্টব্য)

**দেৱল**—এজন মুনি। এওঁ অসিত মুনিৰ পুত্ৰ আৰু মহৰ্ষি ব্যাসৰ শিষ্য। ধোম্য মুনি এওঁৰ ভায়েক। জৈগীষব্য নামে মুনি এজন এওঁৰ আশ্ৰমতে আশ্ৰয় লৈ থাকি আগে ভাগে সিদ্ধি লাভ কৰা দেখি দেৱল সেই জৈগীষব্যৰে শিষ্যত্ব গ্ৰহণ কৰি সিদ্ধ হয়।

(অষ্টাবক্ৰ দ্ৰষ্টব্য)

**দেৱসেনা**—সাবিত্ৰীৰ গৰ্ভত ওপজা প্ৰজাপতিৰ কন্যা আৰু শিৱৰ পুত্ৰ কাৰ্ত্তিকৰ পত্নী। দেৱসেনা এদিন কৈলাস পৰ্ব্বতৰ ওচৰৰ মানস সৰোবৰৰ পাৰত ৰংধেমালি কৰি আছিল। কেশী নামে দৈত্য এজনে তেওঁক তাৰে পৰা ধৰি নি বন্দিনী কৰি থয়। দেৱসেনাক উদ্ধাৰ কৰিবলৈ দেৱতা আৰু দৈত্যৰ ভিতৰত মহাযুদ্ধ হয় আৰু অনেক প্ৰবন্ধে ইন্দ্ৰই কেশীক পৰাজয় কৰি দেৱসেনাক উদ্ধাৰ কৰে। তাৰ

পিছত ইন্দ্ৰই দেৱসৈন্যৰ সেনাপতি কাৰ্ত্তিকলৈ দেৱসেনাক বিয়া দিয়ে। ( মহাঃ বন ২২৩ অঃ, দৈত্য সেনা দ্ৰষ্টব্য)

**দেবহুতি**—প্ৰজাপতি কৰ্দ্দমৰ ভাৰ্যা। এওঁ স্বায়ম্ভূৱ মনুৰ কন্যা। দেবহুতিৰ গৰ্ভত সুবিখ্যাত কপিল মুনি আৰু বশিষ্ঠৰ ভাৰ্য্যা সুপ্ৰসিদ্ধা অৰুন্ধতীকে আদি কৰি নজনী কন্যাৰ জন্ম হয়।

( হৰি বংশ—বিষ্ণু পুৰাণ )

**দেবাপি**—এজন চন্দ্ৰবংশীয় ৰজা। এওঁৰ পিতৃৰ নাম মহাৰাজ প্ৰতীপ। সুবিখ্যাত শান্তনু ৰজা দেবাপিৰ ভায়েক। বৰ্ণত ক্ষত্ৰিয় হৈয়ো বিশ্বামিত্ৰ আৰু সিন্ধুদ্বীপ ৰজাৰ নিচিনাকৈ দেবাপিয়ে তপস্যাৰ প্ৰভাৱত ব্ৰাহ্মনত্ব লাভ কৰিছিল।

( মহাভাৰত )

**দৈত্যসেনা**—এওঁ ব্ৰহ্মাৰ কন্যা। এওঁ শ্ৰেষ্ঠ বল-বীৰ্যশালী কেশী দৈত্যৰ প্ৰতি অনুৰাগিনী হৈছিল। এই কথা জানি কেশীয়ে হৰণ কৰি নি দৈত্য সেনাক বিয়া কৰায়।

( দেবসেনা দ্ৰষ্টব্য, মহাভাৰত—বন ২২৩ অঃ )

**দ্যুমৎসেন**—এজন ৰজা। ধৰ্ম্ম-পদ্ধত ন্যায় অনুসৰি এওঁ শাল্বদেশ নামে ৰাজ্য শাসন কৰিছিল। কিন্তু ভাগ্যক্ৰমে দ্যুমৎসেন অন্ধ হোৱাত শত্ৰুপক্ষ প্ৰবল হয় আৰু ৰজাক ৰাজ্যচ্যুত কৰি খেদি পেলায়। পত্নী আৰু শিশুপুত্ৰ সত্যৱানক লগত লৈ দ্যুমৎসেনে অৰণ্যবাস কৰিবলৈ ধৰিলে। যথা সময়ত মদ্ৰদেশৰ অশ্বপতি ৰজাৰ কন্যা সাবিত্ৰীৰ লগত সত্যৱানৰ বিয়া হয়। বোৱাৰী সাৱিত্ৰীৰ সতীত্ব আৰু স্বামী ভক্তিৰ গুণত আৰু ধৰ্ম্মৰাজৰ কৃপাত ৰজাই চকু আৰু ৰাজ্য দুয়োবিধকে ঘূৰাই পায়। তাৰ পিছত সুদীৰ্ঘ কাল ৰাজ্য ভোগ কৰি দ্যুমৎসেনে সত্যৱানক ৰাজ্যভাৰ দিয়ে আৰু নিজে ধৰ্ম্ম কৰ্ম্মত জীৱন উচৰ্গা কৰে।

( মহাভাৰত—বন, শান্তি )

**দ্বৈপায়ন**—ব্যাসদেৱৰ অন্য এটি নাম। যমুনা নদীৰ দ্বীপ ( মাজুলী ) এটিত এওঁৰ জন্ম হয়, সেই বাবে দ্বৈপায়ন নামে খ্যাতি লাভ কৰে। ( ব্যাসদেৱ দ্রষ্টব্য )

**দ্রুপদ**—পাঞ্চাল দেশৰ চন্দ্রবংশীয় ৰজা পৃষতৰ পুত্র। পাঠ্যাৱস্থাত এওঁ পিতৃবন্ধু ভৰদ্বাজ মুনিৰ পুত্র দ্রোণেৰে সৈতে একেলগে গুৰুৰ গৃহত অস্ত্রবিদ্যা শিক্ষা কৰিছিল আৰু সমান বয়সৰ সহ-যোগিতাৰ ফলত দুয়োৰো ভিতৰত বন্ধুত্ব স্থাপিত হৈছিল। পৃষতৰ মৃত্যুৰ পাছত দ্রুপদে ৰাজ্যভাৰ গ্রহণ কৰাৰ ভালে দিনৰ পাছত এদিন দৰিদ্র দ্রোণ সাংসাৰিক সাহায্যৰ আশাত দ্রুপদৰ ওচৰলৈ গ'ল। ৰাজপদৰ গৌৰৱত দ্রুপদে বন্ধু বুলি আদৰা দূৰৰে কথা—সহপাঠী বুলিয়ে স্বীকাৰ নকৰি সামান্য মগনীয়াৰক দিয়াৰ নিচিনাকৈ ভিক্ষা দি দ্রোণক খেদি দি বলৈ আদেশ দিলে।

অপমানিত দ্রোণ দ্রুপদৰ ওচৰৰ পৰা শুদা হাতে ফিৰি আহি হস্তিনাপুৰৰ ৰাজকুমাৰবোৰৰ অস্ত্র বিদ্যাৰ শিক্ষক হ'ল আৰু দ্রোণাচাৰ্য্য নামে খ্যাতি লাভ কৰিলে। যথা সময়ত ৰাজকুমাৰবোৰে গুৰু দক্ষিণা দিয়াৰ আয়োজন কৰাত দ্রুপদ ৰজাক বান্ধি আনি দিলে সৰ্ব্বশ্রেষ্ঠ দক্ষিণা দিয়া হব বুলি দ্রোণে জনালে। এই কথা শুনি আটাইবোৰ শিষ্য গৈ দ্রুপদ ৰজাৰ ৰাজ্য আক্রমণ কৰিলে আৰু প্রধান শিষ্য অৰ্জ্জুনে দ্রুপদক বান্ধি দ্রোণৰ আগলৈ লৈ আহিল। দ্রোণে গুৰু-গৃহৰ কথা সুমৰণ কৰি দ্রুপদক ক্ষমা কৰিলে কিন্তু পাঞ্চালৰ দক্ষিণ অংশ নিজৰ অধিকাৰত ৰাখি উত্তৰ অংশ ফিৰাই দি দ্রুপদক খেদি পঠিয়ালে।

এই দোৰ্ঘোৰ অপমান ভোগ কৰি আহি দ্রুপদে উত্তৰ পাঞ্চালৰ কাম্পিল্য নগৰত তেওঁৰ ৰাজধানী পাতিলে আৰু দ্রোণ বধৰ কামনাৰে যজ্ঞ এটিৰ অনুষ্ঠান কৰিলে। সেই যজ্ঞৰ ফলত তেওঁৰ ধৃষ্টদ্যুম্ন নামে এটি পুত্র আৰু কৃষ্ণা নামে এজনী কন্যা ওপজে। দ্রুপদৰ শিখণ্ডী নামে নপুংসক পুত্র এটিও আছিল।

যথা সময়ত স্বয়ংবৰত লক্ষ্য ভেদ কৰি তৃতীয় পাণ্ডৱ অৰ্জ্জুনে কৃষ্ণাক লাভ কৰে। এই সূত্ৰতে পাণ্ডৱবিলাক দ্ৰুপদৰ জোৱাঁই হয় আৰু কুৰুক্ষেত্ৰ যুদ্ধত দ্ৰুপদ ৰজাই পাণ্ডৱ পক্ষত যোগদান কৰে। কৌৰৱৰ সেনাপতি দ্ৰোণৰ হাতত পঞ্চদশ দিনৰ যুদ্ধৰ দিনা দ্ৰুপদৰ মৃত্যু হয়। দ্ৰুপদৰ পুত্ৰ ধৃষ্টদ্যুম্নৰ তৰোৱালৰ ঘাপত সিদিনা দ্ৰোণৰো প্ৰাণ যায়।

( মহাভাৰত আদি—দ্ৰোণ )

**দ্ৰোণ**—এজন মুনি। এওঁ ভৰদ্বাজ মুনিৰ পুত্ৰ। এসময়ত ঘৃতাচী নামে অপ্সৰাক দেখি ভৰদ্বাজ মুনিৰ বীৰ্য্যপাত হয় আৰু সেই বীৰ্য তেওঁ "দ্ৰোণ" ( ডুণি ) পাত্ৰ এটাত থোৱাত তাতে পুত্ৰ এটি ওপজে। দ্ৰোণত ওপজাৰ বাবে তেওঁৰ নাম দ্ৰোণ হয়। ব্ৰাহ্মণজনোচিত অইন বেদ বেদাঙ্গ শিকাৰ উপৰিও দ্ৰোণে সুবিখ্যাত অগ্নিবেশ্য মুনিৰ ওচৰত ধনুৰ্ব্বেদ শিক্ষা কৰিছিল আৰু পাছলৈ ধনুৰ্ব্বেদ লোকক শিক্ষা দিছিল; এই বাবে তেওঁ দ্ৰোণাচাৰ্য্য নামে সুবিখ্যাত হৈ পৰে। ৰামায়ণ উত্তৰা কাণ্ডত— "নলীকৈস্তাড়য়ামাস" উক্ত অস্ত্ৰক বন্দুক,—মহাভাৰত বন পৰ্ব্বৰ তুলাচনী মাৰিৰ আকৃতিৰ চকা লগোৱা মেঘধ্বনিকাৰী "চক্ৰ-যুক্তাস্তুলাগুড়াঃ" অস্ত্ৰক কামান আৰু ধনুৰ্ব্বেদৰ "যন্ত্ৰানি লৌহ সীসানা গুলিকাক্ষেপকানিচ" আদি অস্ত্ৰ বৰ্ণনাই আধুনিক অস্ত্ৰ শস্ত্ৰকে সোঁৱৰাই দিয়ে। তেতিয়া সেইবোৰৰ প্ৰয়োগ কৌশল শিক্ষা হলেও দুৰ্গ সংৰক্ষণ আৰু কুটযুদ্ধৰ বাহিৰে আন সময়ত ব্যৱহাৰক—অধাৰ্ম্মিক পৌৰুষহীন কাৰ্য্য বুলি কথিত আছে।

এওঁ গৌতম মুনিৰ কন্যা কৃপীক বিয়া কৰায়। মহাবীৰ অশ্বত্থামা দ্ৰোণৰ পুত্ৰ। এসময়ত দ্ৰোণ সহপাঠী দ্ৰুপদ ৰজাৰ ওচৰলৈ যোৱাত দ্ৰুপদে তেওঁক সহপাঠী বুলি স্বীকাৰ নকৰি সামান্য ভিকহুৰ নিচিনা ব্যৱহাৰ কৰিলে। ইয়াৰ পিচত দ্ৰোণ কৌৰৱ পাণ্ডৱ বিলাকৰ অস্ত্ৰ শিক্ষক হ'ল আৰু শিক্ষা দানৰ অন্তত আন গুৰু

দক্ষিণা নলৈ পাঞ্চাল ৰাজ্য জয় কৰি দ্রুপদক ৰজাক বান্ধি আনি দিবলৈ আদেশ কৰিলে। শিষ্যবিলাকে পাঞ্চাল জয় কৰি দ্রুপদক বান্ধি আনি দিয়াত দ্রোণে পাঞ্চাল ৰাজ্যৰ আধা নিজলৈ ৰাখি বাকী আধাৰে সৈতে সহপাঠী দ্রুপদক মুক্তি দিলে। এই অপমানৰ প্রতিশোধৰ কাৰণে দ্রুপদে দ্রোণক বধিব পৰা শক্তিৱন্ত পুত্র পাবলৈ যজ্ঞ কৰি ধৃষ্টদ্যুম্ন নামে পুত্র এটি লাভ কৰে। কুৰুক্ষেত্র মহাযুদ্ধত দ্রোণাচাৰ্য্যই কৌৰব পক্ষত যোগ দিয়ে। এই যুদ্ধত মৃত্যুঞ্জয়ী ভীষ্মৰ পাছতে দ্রোণ কৌৰৱ পক্ষৰ প্রধান সেনাপতি হয় আৰু পাণ্ডৱৰ অসংখ্য সৈন্য নাশ কৰে। যি সাত জন প্রধান ৰথীয়ে অৰ্জ্জুনৰ বীৰ পুত্র অভিমন্যুক অন্যায় যুদ্ধত বধ কৰে দ্রোণো তাৰ ভিতৰৰ এজন। দ্রুপদ ৰজাও দ্রোণৰ হাততে মৰে। সিদিনাৰ যুদ্ধতে মালব-ৰাজৰ "অশ্বত্থামা" নামৰ বিখ্যাত হাতীটোৰ মৃত্যু হয়। দ্রোণৰ মন দুৰ্ব্বল কৰাৰ অৰ্থে শ্রীকৃষ্ণই অশ্বত্থামাৰ মৃত্যু বাতৰি চাৰিওফালে প্রচাৰ কৰিলে। নিজৰ একমাত্র পুত্র অশ্বত্থামাৰ মৃত্যু হ'ল বুলি ভাবি দ্রোণে পুত্র শোকতে অস্ত্র-শস্ত্র এৰি যুদ্ধ ক্ষেত্রত বিমূঢ় হৈ থাকিল। সেই সুযোগতে দ্রুপদৰ পুত্র ধৃষ্টদ্যুম্নই পিতৃবধী দ্রোণক তৰোৱালেৰে একে ঘাপে কাটি পেলালে।

( মহাভাৰত আদি--১৩১ দ্রোণ—১৬ )

দ্রৌপদী—পাণ্ডৱ সকলৰ পত্নী। এওঁৰ পিতৃ পাঞ্চাল ৰাজ, যজ্ঞসেন আৰু দ্রুপদ এই দুই নামে বিখ্যাত আছিল। কন্যাৰ শৰীৰৰ বৰণ শ্যাম বৰণীয়া হোৱাত ৰজাই নাম থয় কৃষ্ণা বুলি; কিন্তু লোক সমাজত পাঞ্চালী, যাজ্ঞসেনী আৰু বিশেষ ৰূপে দ্রৌপদী বুলিহে তেওঁ বিখ্যাতা হয়। বিয়াৰ বয়স হোৱাত দ্রুপদে কন্যাক তৃতীয় পাণ্ডৱ মহাবীৰ অৰ্জ্জুনলৈ বিয়া দিয়াৰ মন কৰিছিল; কিন্তু সেই সময়ত পাণ্ডৱ বিলাক গৃহহীনহৈ বনে বনে ঘূৰি ফুৰিব লগা হোৱাত অৰ্জ্জুনক বিচাৰি নাপালে। এইবাবে দ্রুপদে কন্যাৰ

স্বয়ংবৰ পাতি অৰ্জ্জুনত বাহিৰে আইন বীৰে নোৱাৰা "লক্ষ্যভেদ" নামে পণ নিৰূপণ কৰিলে।

দ্ৰুপদৰ মনৰ কামনা সিদ্ধি হ'ল। ছদ্মবেশধাৰী অৰ্জ্জুনে লক্ষ্য ভেদ কৰি দ্ৰৌপদীক লাভ কৰিলে। স্বয়ংবৰলৈ দুৰ্যোধন আৰু কৰ্ণও গৈছিল। লক্ষ্য ভেদৰ শক্তি নাথাকিলেও দুৰ্যোধনে নাম যশস্যাৰ বলতে দ্ৰৌপদীক পাব বুলি ভাবিছিল; কিন্তু কৰ্ণৰ হলে লক্ষ্য ভেদৰ শক্তি আছিল আৰু সেইবাবে অৰ্জ্জুনৰ আগেয়ে কৰ্ণ লক্ষ্য ভেদ কৰিবলৈ গৈছিল। এই কথা জানি দ্ৰৌপদীয়ে সকলোৰে আগতে কৈ পেলালে "যিয়েই নকৰক সুতৰ পুত্ৰক মই কেতিয়াও স্বামীবৰণ নকৰোঁ।" বিষম লাজ আৰু অপমান পাই দুৰ্য্যোধনে সৈতে কৰ্ণ গুচি গ'ল। ইয়াৰ স্মৃতি দুয়োজনে চিৰকাললৈ মনত ৰাখিছিল। লক্ষ্যভেদ কৰি অৰ্জ্জুনে লাভ কৰিলেও বিধাতাৰ পুৰ্ব বিধানমতে আৰু ব্যাসদেৱ, কুন্তীদেবী দুয়োজনৰ আদেশত পাঁচোজন পাণ্ডৱে দ্ৰোপদীক বিয়া কৰায়।

দ্ৰৌপদীক পোৱাৰ পাছতে পাণ্ডবে আছুতীয়াকৈ ইন্দ্ৰপ্ৰস্থৰ অধিকাৰ পাই পয়োভৰে ৰাজ্যশাসন কৰিবলৈ ধৰিলে। পাঁচ ভাই ককাইৰ ভিতৰত এজনী পত্নী হোৱাত বাদ-বিসম্বাদৰ সৃষ্টি হব পাৰে বুলি নাৰদ মুনিক সাক্ষাতত ৰাখি তেওঁলোকে নিয়ম কৰিলে যেতিয়া এটা নিৰ্দিষ্ট সময়ত দ্ৰৌপদী এজনৰ ওছৰত পত্নী ভাবে থাকিব তেতিয়া অন্য কোনো তালৈ যাব নোৱাৰিব। ইয়াৰ অন্যথা যেয়ে কৰিব তেওঁ বাৰ বছৰ বনবাস কৰিব লাগিব। এৰাব নোৱাৰা কাৰণত এবাৰ অৰ্জ্জনে এই নিয়ম ভংগ কৰি সেইদৰে বনবাস খাটিব লগীয়া হৈছিল। দ্ৰৌপদীৰ সুখ হ'ল। পাঁচ পাণ্ডবৰ ঔৰসত তেওঁৰ পাঁচটি পুত্ৰও উপজিল; কিন্তু সেই সুখ সৰহ দিনলৈ নাথাকিল। কৌৰব সভালৈ দুৰ্যোধনে মাতি নি প্ৰথমবাৰ ছলনা পাশা খেলি যুধিষ্ঠিৰক পৰাজয় কৰি দ্ৰৌপদীক সভাৰ মাজতে অবৰ্ণনীয় অপমান দিলে। দ্বিতীয় বাৰ পাশা

খেলত পৰাজিত হৈ পাঁচ পাণ্ডব সুদীৰ্ঘ কালৰ বাবে বনলৈ যাবলগীয়াত পৰিল। দ্ৰৌপদীয়ে পুত্ৰ পাঁচটিক দ্বাৰকাত থৈ স্বামীসকলৰ লগত বনে বনে ঘূৰি ফুৰিবলৈ ধৰিলে।

আজন্ম সুখতে লালিতা-পালিতা ৰাজকন্যা ৰাজবধু দ্ৰৌপদীয়ে বনবাসৰ দুখ কষ্ট হেলাৰঙে সহ্য কৰি স্বামীসকলক নিজ হাতে ৰান্ধি-বাঢ়ি খুৱাই সকলো সময়তে সেৱা শুশ্ৰূষাৰে তুষ্ট কৰি ৰাখিছিল। সেই সময়তে দুৰ্যোধনে জয়দ্ৰথক লগাই দ্ৰৌপদীক এদিন হৰণ কৰি নিয়াইছিল কিন্তু পাণ্ডৱসকলে জয়দ্ৰথক নানা প্ৰকাৰে অপমান দি দ্ৰৌপদীক উদ্ধাৰ কৰি আনিলে। খাদ্য সম্ভাৰ নথকা অৱস্থাত মহাক্ৰোধী দুৰ্ব্বাসা মুনিক আলহি কৰি পঠিয়াই দুৰ্যোধনে পাণ্ডবক ব্ৰহ্ম-শাপত ভস্ম কৰিব খুজিছিল; কিন্তু দ্ৰৌপদীৰ গুণতে শ্ৰীকৃষ্ণ আহি পাণ্ডৱক দুৰ্ব্বাসাৰ শাপৰ পৰা ৰক্ষা কৰিলে। বনবাসৰ অন্তত অজ্ঞাতে থকা সময়ত দ্ৰৌপদী সৈৰিন্ধ্ৰী নমেৰে বিৰাট ৰজাৰ ৰাণীৰ ওচৰত দাসী স্বৰূপে থাকিব লগীয়া হৈছিল। সেই সময়তে ৰাণীৰ ভায়েক কীচকে তেওঁৰ নাৰী-ধৰ্ম্ম নষ্ট কৰিব ধৰিছিল; কিন্তু দ্ৰৌপদীয়ে ভীমৰ সহায়ত কীচকক বধ কৰি নিজৰ ধৰ্ম্ম ৰক্ষা কৰে।

বনবাসৰ অন্তত নিজৰ ৰাজ্য ফিৰাই নাপাই কৌৰৱৰ লগত পাণ্ডৱে যুদ্ধ কৰিব লগীয়া হ'ল। কুৰুক্ষেত্ৰ নামে ঠাইত যুদ্ধ ক্ষেত্ৰ পাতিলে। যুদ্ধৰ আৰম্ভনিৰে পৰা শেষলৈকে দ্ৰৌপদী যুদ্ধ শিবিৰতে আছিল। জয়-পৰাজয়ৰ আশা-নিৰাশাৰ ভিতৰতে দ্ৰৌপদীয়ে দিন কটাইছিল। শেহৰ ফালে যেতিয়া পাণ্ডৱৰ জয়ৰ আশা দেখা গ'ল, ঠিক সেই সময়তে কৌৰৱৰ সেনাপতি অশ্বত্থামাই চোৰৰ নিচিনাকৈ ৰাতি পাণ্ডৱ শিবিৰত সোমাই টোপনতি লাল কাল দি শুই থকা দ্ৰৌপদীৰ পাঁচটি পুত্ৰক কাটি দ্ৰৌপদীক পুত্ৰ শোক দিয়ে। যদু বংশ ধ্বংস হোৱাৰ পাছত শ্ৰীকৃষ্ণই যেতিয়া দেহ ত্যাগ কৰিলে তাৰ পাছত পাণ্ডৱসকলেও

মহাপ্ৰস্থান কৰিলে। তেতিয়াও দ্ৰৌপদী সঙ্গিনী হ'ল; কিন্তু পাঁচ স্বামীৰ ভিতৰত অৰ্জ্জুনৰ প্ৰতি অধিক অনুৰাগ থকা পাপৰ ফলত তেওঁ সশৰীৰে স্বৰ্গলৈ যাব নোৱাৰিলে, বাটতে মৃত্যু হ'ল।
(মহাভাৰত)

**দ্বিবিদ**—এজন বান্দৰ। এওঁ অশেষ বলবীৰ্য সম্পন্ন আৰু দেৱ বিদ্বেষী নৰকাসুৰৰ পৰম বান্ধৱ আছিল। শ্ৰীকৃষ্ণৰ অগ্ৰজ বলদেৱৰ হাতত দ্বিবিদৰ মৃত্যু হয়। (বিষ্ণুপুৰাণ)

## ধ

**ধন্বন্তৰী**—এওঁ এজন দেৱ চিকিৎসক। দেৱতা আৰু অসুৰবিলাক লগ লাগি সাগৰ মন্থন কৰোঁতে যিবিলাক বস্তুৰ উৎপত্তি হৈছিল তাৰ ভিতৰত ধন্বন্তৰীও লেখত পৰে। অমৃতৰ কলহ এওঁৱেই হাতত লৈ ওলাইছিল। শঙ্কৰ, গৰুড় আৰু সূৰ্য্যৰ ওচৰত ধন্বন্তৰীয়ে আয়ুৰ্ব্বেদ শিক্ষা কৰে।
(হৰিবংশ বিষ্ণু পুঃ—ব্ৰহ্মবৈঃ—মহাভাঃ আদি—১৮)

**ধৰ্ম্ম**—সৃষ্টি কাৰ্য্য সম্বন্ধে চিন্তাযুক্ত হৈ থকা সময়ত ব্ৰহ্মাৰ দক্ষিণ অঙ্গৰ পৰা পুৰুষ এজনৰ উৎপত্তি হয়। ব্ৰহ্মাই এওঁক ধৰ্ম্ম নামে অভিহিত কৰি প্ৰজা পালন কৰিবলৈ দিলে। গুণ, দ্ৰব্য, ক্ৰিয়া আৰু জাতি—ধৰ্ম্মৰ এই চাৰিখন ভৰি। বেদৰ মতে এওঁ বৃষভ ৰূপী; তিনিটি শিং, দুটা মূৰ আৰু কুণ্ডল মালা আদিৰ দ্বাৰা পৰিশোভিত। পুৰাণৰ মতে এওঁৰ পত্নীৰ নাম অহিংসা। অহিংসাৰ গৰ্ভত সনক, সনৎকুমাৰ, সনাতন, সনন্দ নামে ধৰ্ম্মৰ চাৰিটি পুত্ৰ জন্মে। চন্দ্ৰই গুৰুপত্নী তাৰাক হৰণ কৰাত ধৰ্ম্ম প্ৰপীড়িত হৈ অৰণ্যত আছিল। সেই অৰণ্য ধৰ্ম্মাৰণ্য বুলি বিখ্যাত হয়। (বৰাহপুৰাণ, বামণ পুৰাণ)

**ধৰ্ম্মধ্বজ**—মিথিলা ৰাজ্যত ৰাজত্ব কৰা সত্যযুগৰ ৰজা এজন। পঞ্চশিখ নামে ঋষিৰ ওচৰত এওঁ ধৰ্ম্মতত্ত্ব শিক্ষা লাভ কৰে। ধৰ্ম্মধ্বজ নিজে ধাৰ্ম্মিক, ধাৰ্ম্মিকৰ আশ্ৰয় আৰু ধৰ্ম্মতত্ত্ব আলোচনাকাৰী আছিল। সুতপা নামে ব্ৰহ্মচাৰিণী এজনীয়ে ভালেমান দিন এওঁৰ পৰা ধৰ্ম্মতত্ত্ব শিক্ষা কৰিছিল। নাৰী সুতপাৰ এনে ধৰ্ম্ম জ্ঞান আৰু ধৰ্ম্মতত্ত্বৰ প্ৰতি আগ্ৰহ দেখি ৰজা ধৰ্ম্মধ্বজ আচৰিত হৈছিল। (মহাভাঃ—শান্তি)

**ধৰ্ম্মব্যাধ**—মিথিলা দেশৰ এজন ধাৰ্ম্মিক ব্যাধ। এওঁ পিতৃ মাতৃৰপ্ৰতি ভক্তিযুক্ত হোৱাৰ ফলতে ধৰ্ম্মৰ তত্ত্বজ্ঞান লাভ কৰে। কৌশিক নামৰ পিতৃমাতৃত্যগী অহঙ্কাৰী তপস্বী এজনক ধৰ্ম্মপৰায়না নাৰী এগৰাকীয়ে ধৰ্ম্মব্যাধৰ ওচৰলৈ গৈ ধৰ্ম্মৰ প্ৰকৃত তত্ত্ব শিকিবলৈ উপদেশ দিয়ে। কৌশিকে সেইমতে ধৰ্ম্মব্যাধৰ ওচৰলৈ গৈ নিজৰ সমস্ত ভুল সংশোধন কৰে। এওঁৰ আন এটা নাম তুলাধাৰ।

(মহা বন ২০৬ অঃ কৌশিক দ্ৰষ্টব্য)

**ধুন্ধু**—এজন অসুৰ। ই মধুকৈটভ অসুৰৰ পুত্ৰ। ধুন্ধুৱে তপস্যাত ব্ৰহ্মাক তুষ্টকৰি অবধ্য হোৱা বৰ লয় আৰু সেই বৰৰ প্ৰভাবতে দেৱ-দানব সকলোকে পীড়ণ কৰি ফুৰে। এদিন উতঙ্ক মুনিক অত্যাচাৰ কৰাত বিষ্ণুৰ উপদেশ মতে মুনিয়ে ৰজা বৃহদাশ্বৰ পুত্ৰ কুবলয়াশ্ব ৰজাৰ আশ্ৰয় লয় আৰু ধুন্ধুক মাৰিবলৈ ৰজাক অনুৰোধ জনায়। মুনিৰ অনুৰোধ মতে পুত্ৰ একৈশ জনে সৈতে ৰজা গৈ ধুন্ধুৰ লগত যুদ্ধ দিলে। যুদ্ধত অসুৰ মৰিল কিন্তু কুবলয়াশ্ব ৰজাৰো ওঠৰ জন পুত্ৰ হানি হ'ল। অবধ্য ধুন্ধুক বধ কৰাৰ বাবে কুবলয়াশ্ব ৰজাৰ "ধুন্ধুমাৰ" নাম হয়।

(মহাঃ বন ২০০ অঃ, কুবলাশ্ব দ্ৰষ্টব্য)

**ধুমাবতী**—এসময়ত পাৰ্ব্বতীয়ে শিৱৰ পৰা খাদ্য বস্তু নাপাই পেটৰ ভোকতে স্বামীকে গ্ৰাস কৰি পেলালে; কিন্তু অমৰ শিৱ ধোঁৱা হৈ পাৰ্ব্বতীৰ গাৰে ওলাই গ'ল। তেতিয়াৰ পৰা দেবীৰ আন-

এটা নাম হ'ল ধূমাবতী। স্বামীক গ্ৰাস কৰাৰ বাবে ধূমাবতীৰ বেশ বিধবাৰ নিচিনা হ'ল।

**ধূম্ৰলোচন**—এজন দানব। এওঁ দানৱ ৰাজ শুম্ভৰ সেনাপতি আছিল। ভুবনমোহিনী অম্বিকা-ৰূপা ভগবতীক পত্নী কৰাৰ অৰ্থে ধৰি আনিবলৈ শুম্ভই ষাঠি হাজাৰ দানৱ সৈন্যৰে সৈতে ধূম্ৰলোচন সেনাপতিক হিমালয় প্ৰদেশলৈ পঠিয়াই দিছিল। দেৱী অম্বিকাই সসৈন্যে ধূম্ৰলোচনক হুঙ্কাৰ মাৰি বধ কৰি পেলায়। ( শুম্ভ দ্ৰষ্টব্য )

**ধৃতৰাষ্ট্ৰ**—(১) হস্তিনাপুৰৰ ৰজা পাণ্ডুৰ জ্যেষ্ঠ ভাতৃ। ৰজা বিচিত্ৰ বিৰ্য্যৰ দুজনী পত্নী অম্বিকা আৰু অম্বালিকা। বিচিত্ৰবীৰ্য্যৰ ৰোগগ্ৰস্ত হৈ অকাল মৃত্যু হোৱাত বংশৰক্ষাৰ কাৰণে বিচিত্ৰৰ মাতৃ সত্যবতীৰ আদেশত ব্যাসদেৱে অম্বিকা আৰু অম্বালিকাত একোটাকৈ পুত্ৰ জন্ম দিয়ে। অম্বিকাৰ পুত্ৰৰ নাম ধৃতৰাষ্ট্ৰ আৰু অম্বালিকাৰ পুত্ৰৰ নাম পাণ্ডু ৰখা হয়। ৰমন কালত ব্যাসৰ ঘোৰ মূৰ্ত্তি দেখি অম্বিকা ভয়তে দুই চকু মুদি আছিল সেইবাবে ধৃতৰাষ্ট্ৰ অন্ধ হৈ ওপজে। বিচিত্ৰবীৰ্য্যৰ মৃত্যুৰ পাছত জ্যোষ্ঠ পুত্ৰ হলেও অন্ধত্বৰ কাৰণে ধৃতৰাষ্ট্ৰৰ সলনি কনিষ্ঠ পাণ্ডু হস্তিনাৰ ৰজা হয়। ধৃতৰাষ্ট্ৰই গান্ধাৰ দেশৰ সুবল ৰজাৰ কন্যা গান্ধাৰীক বিয়া কৰায় আৰু তেওঁলোকৰ দুৰ্য্যোধনকে আদি কৰি এশটি পুত্ৰ আৰু দুঃশলা নামে কন্যা এটি ওপজে। ধৃতৰাষ্ট্ৰৰ বৈশ্যা পত্নীত জন্ম দিয়া যুযুৎসু নামৰ পুত্ৰ এটিও আছিল।

অকালতে পাণ্ডুৰ মৃত্যু হয়। তেওঁৰ দুই পত্নীৰ পৰা ওপজা পাঁচোটি পুত্ৰ নাবালক থকাত ধৃতৰাষ্ট্ৰয়ে কোনোমতে ৰাজ্য শাসন কৰে। যথাসময়ত পাণ্ডুৰ জ্যেষ্ঠ পুত্ৰ যুধিষ্ঠিৰ সৰ্ব্বসম্মতি ক্ৰমে হস্তিনাৰ যুৱৰাজ হয়। ধৃতৰাষ্ট্ৰৰ পুত্ৰ দুৰ্য্যোধন যুৱৰাজৰ যোগ্যবান হলেও পিতৃ ধৃতৰাষ্ট্ৰ নিগাজি ৰজা নোহোৱাৰ কাৰণে যুৱৰাজ পদৰ দাবী কৰিব নোৱাৰিলে। ধৃতৰাষ্ট্ৰ-পুত্ৰ

কৌৰৱ বিলাকে পাণ্ডুৰ পুত্ৰ পাণ্ডৱ পাঁচটিক সকৰে পৰা হিংসা কৰিছিল; সেই হিংসাৰ পৰিমাণ এতিয়া বেচিতে বেচি হৈ গ'ল। ·পাণ্ডৱ পাঁচজন ৰূপ গুণ বীৰত্ব ভদ্ৰতা আদিৰে সকলোৰে প্ৰিয় পাত্ৰ আৰু যশস্যা ভাজন হোৱা দেখি ধৃতৰাষ্ট্ৰৰ মনতো অসূয়া ভাবৰ উদয় হ'ল। দুৰ্যোধনে পাণ্ডৱবোৰৰ প্ৰতি হিংসা আচৰণ কৰাত ধৃতৰাষ্ট্ৰৰপৰা পাকে প্ৰকাৰে সহানুভূতি পাবলৈ ধৰিলে। পুত্ৰৰ অযথা অন্যায় স্নেহত অন্ধ ধৃতৰাষ্ট্ৰৰ বিবেক বুদ্ধিও অন্ধ হ'ল। একেখন ঠাইতে থোৱা কামোৰা কৈ মৰাতকৈ পাণ্ডৱবিলাক বাৰনাবত নগৰত থকাই ভাল বুলি দুৰ্যোধনে ধৃতৰাষ্ট্ৰক বুজালে। এই যুক্তি ভাল বুলি ভাবি যুৱৰাজৰ উপযুক্ত হিচাবে ঘৰ দুৱাৰ সজাই মাতৃৰে সৈতে পাণ্ডৱক তাতেগৈ বাস কৰিবলৈ ধৃতৰাষ্ট্ৰই আদেশ কৰিলে। ঘৰবোৰ সজাওঁতে দুৰ্য্যোধনে বুদ্ধি কৰি জতুগৃহ (লা-যুক্ত) কৰি সজোৱাই-ছিল; পাণ্ডৱবিলাক তালৈ গৈ বাস কৰিব ধৰাত দুৰ্যোধনে জুই লগাই দিয়ালে। ঘৰ পুৰি শেষ হ'ল; কিন্তু বিদুৰৰ গোপন পৰামৰ্শ আৰু দ্বিতীয় পাণ্ডৱ ভীমৰ পৰাক্ৰমৰ গুণত পাণ্ডৱ নিৰ্ব্বিঘ্নে সাৰি গ'ল। দুৰ্য্যোধন আদিৰ কুচক্ৰৰ কথা গম পাই পাণ্ডৱবিলাকে কিছুদিন বনে বনে ঘুৰি ফুৰিবলৈ ধৰিলে আৰু সেই সময়তে লক্ষ্যভেদ কৰি অৰ্জ্জুনে দ্ৰৌপদীক লাভ কৰিলে।

পাণ্ডৱৰ এই দুৰ্গতিৰ প্ৰতি সকলোৰে চকু পৰাত কথাৰ গতি বিষম দেখি ধৃতৰাষ্ট্ৰই পাণ্ডৱ বিলাকক চপাই আনিলে আৰু ৰাজ্যখন দুভাগ কৰি ইন্দ্ৰপ্ৰস্থ খণ্ডত যুধিষ্ঠিৰক ৰাজত্ব কৰিবলৈ দিলে। পাণ্ডৱ বিলাকে যদুপতি কৃষ্ণৰ সহায়ত ইন্দ্ৰপ্ৰস্থৰ উন্নতি সাধি যাগ-যজ্ঞ কৰি মহাপয়োভৱে ৰাজত্ব কৰি থকা দেখি দুৰ্যোধনৰ সহ্য নহল। ধৃতৰাষ্ট্ৰৰ অনুমতি লৈ পাশা খেলৰ ছলতে দুৰ্যোধনে ইন্দ্ৰপ্ৰস্থ কাঢ়ি ললে আৰু বাৰ বছৰ বনবাস আৰু একবছৰ অজ্ঞাত বাস কৰিবলৈ পাণ্ডৱক পঠিয়াই দিলে।

তেৰ বছৰ অন্তত পাণ্ডৱে নিজৰ ৰাজ্য ঘূৰাই খোজাত দুৰ্যোধনে দিবলৈ সম্মত নহ'ল। গতিকে পাণ্ডবে যুদ্ধৰ আয়োজন কৰিলে। ইয়াৰ ফল ভাল নহব বুলি ভাবি ধৃতৰাষ্ট্ৰই ৰাজ্য ফিৰাই দিবলৈ ক'লে ; কিন্তু দুৰ্যোধনে পিতৃৰ হাক বচন একোকে মান্য নকৰি কুৰুক্ষেত্ৰত গৈ পাণ্ডব বিলাকে সৈতে যুদ্ধ কৰিব ধৰিলে। অন্ধ ধৃতৰাষ্ট্ৰক যুদ্ধৰ সংবাদ শুনাবলৈ ব্যাসে সঞ্জয়ক দিব্যচক্ষু দান কৰিলে। দুয়োপক্ষৰে গোট খোৱা ওঠৰ অক্ষৌহিনী সৈন্যৰ বেচিভাগেই হানি হ'ল। ধৃতৰাষ্ট্ৰৰ এশ পুত্ৰ মৰিল। যুধিষ্ঠিৰ জয়ী হৈ ৰাজ্য পালে।

পুত্ৰশোকাতুৰ অন্ধ ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰী পোন্ধৰ বছৰ যুধিষ্ঠীৰ ৰজাৰ আশ্ৰয়ত থাকি ধৰ্ম্ম আচৰনৰ অৰ্থে বনলৈ গ'ল আৰু বনত দুই বছৰ কটোৱাৰ পিছত বনপোৰা জুইত পুৰি ভঁস্ম হ'ল। (মহাভাৰত)

(২) এজন নাগ। কশ্যপ মুনিৰ ঔৰসত কদ্ৰুৰ গৰ্ভত এওঁৰ জন্ম। ধৃতৰাষ্ট্ৰ নাগৰ পাণ্ডৱবিলাকে সৈতে বিদ্বেষ ভাব আছিল। যুধিষ্ঠীৰৰ অশ্বমেধৰ ঘোঁৰা লৈ অৰ্জ্জুন মণিপুৰলৈ যোৱাত নিজৰ পুত্ৰ বভ্ৰুবাহনে সৈতে যুদ্ধ কৰি অৰ্জ্জুন পৰাজিতহৈ অচেতন হয়। অৰ্জ্জুনৰ নাগ জাতীয় পত্নী উলুপীৰ পৰামৰ্শ মতে বভ্ৰুবাহন সঞ্জীবনী মণি অনাৰ উদ্দেশ্যে পাতাললৈ গ'ল ; কিন্তু ধৃতৰাষ্ট্ৰ নাগৰ পৰামৰ্শমতে বাসুকিয়ে মণি দিবলৈ সম্মত নহ'ল। বভ্ৰুবাহনে যুদ্ধ কৰি বাসুকিৰ পৰা মণি নিয়া দেখি ধৃতৰাষ্ট্ৰই তেওঁৰ পুত্ৰ দুজনক পঠিয়াই মায়া কৰি অৰ্জ্জুনৰ মূৰটো হৰণ কৰালে। মণি অনাৰ গুণ একো নোহোৱা হ'ল, সকলো নিৰু-পায়ত পৰিল। শেহত কৃষ্ণৰ সহায়ত ধৃতৰাষ্ট্ৰৰ পুত্ৰ দুজনক মাৰি অৰ্জ্জুনৰ মূৰ উদ্ধাৰ কৰা হ'ল আৰু মণিৰ প্ৰভাবত মৃতপ্ৰায় অচৈতন্য অৰ্জ্জুনে জীৱন পালে।

(জৈমিনী ভাৰত)

**ধৃষ্টকেতু**—এওঁ সুবিখ্যাত চেদিৰাজ শিশুপালৰ পুত্ৰ। পিতৃৰ মৃত্যুৰ পাছতে এওঁ চেদিৰাজ্যৰ ৰজা হয়। তেওঁৰ ৰাজধানী শুক্তিমতী নগৰ। ধৃষ্টকেতু পাণ্ডৱবিলাকৰ পক্ষপাতী আছিল আৰু তওঁলোক বনবাসত থকাতো গৈ মাজে-সময়ে দেখা কৰিছিল। কুৰুক্ষেত্ৰ যুদ্ধতো তেওঁ পাণ্ডৱৰ হৈ যুঁজি দ্ৰোণৰ হাতত হানী হয়।

(মহাভাঃ—দ্ৰোণ)

**ধৃষ্টদ্যুম্ন**—দ্ৰুপদ ৰজাৰ পুত্ৰ। দ্ৰোণ বধৰ উপযুক্ত পুত্ৰৰ কাৰণে যজ্ঞ কৰি দ্ৰুপদে এওঁক পুত্ৰ পায়। দ্ৰৌপদীক লক্ষ্যভেদ কৰি নিয়া দিনৰে পৰা ধৃষ্টদ্যুম্ন পাণ্ডৱসকলৰ লগত আছিল আৰু বনবাসৰ সময়তো গৈ তেওঁলোকৰ সঙ্গ লৈছিল। কুৰুক্ষেত্ৰ যুদ্ধত তেওঁ পাণ্ডৱৰ হৈ যুঁজি কৌৰবৰ ঢেৰ সৈন্য হানি কৰে। একমাত্ৰ পুত্ৰ অশ্বত্থামাৰ মৃত্যুৰ মিছা বাতৰি শুনি কৌৰবৰ সেনাপতি দ্ৰোণাচাৰ্য যেতিয়া অস্ত্ৰ ত্যাগকৰি বিমূঢ় হৈ যুদ্ধক্ষেত্ৰত থাকে সেই সময়তে ধৃষ্টদ্যুম্নই শোকাতুৰ বুঢ়া দ্ৰোণৰ শিৰশ্ছেদ কৰি পিতৃ দ্ৰুপদৰ অপমানৰ প্ৰতিশোধ লয়। অথচ ধৃষ্টদ্যুম্নই দ্ৰোণাচাৰ্যৰ ওচৰতে অস্ত্ৰ-শস্ত্ৰ প্ৰয়োগ শিক্ষা কৰিছিল। কুৰুক্ষেত্ৰ যুদ্ধৰ শেষ ভাগত দ্ৰোণৰ পুত্ৰ অশ্বত্থামাই পাণ্ডৱ শিবিৰত ৰাতি শুই থকা অৱস্থাত ধৃষ্টদ্যুম্নক নিৰ্দ্দয় ভাবে হত্যা কৰি পিতৃ বধৰ প্ৰতিফল দিয়ে। (দ্ৰুপদ—দ্ৰষ্টব্য,—মহাভাৰত)

**ধেনুক**—এজন অসুৰ। বৃন্দাবনৰ ওচৰত ইয়াৰ বাসস্থান আছিল। নন্দ আদি গোপবিলাক বৃন্দাবনত গৈ বসতি কৰাত ধেনুকে তেওঁলোকক ৰৰকৈ পীড়া দিছিল। সেইকথা গম পাই বলৰামে ধেনুকক বিনাশ কৰে। (শ্ৰীমদ্ভাঃ—১০ ম ১৫ অঃ)

**ধৌম্য**—এজন মুনি। এওঁ অসিত মুনিৰ পুত্ৰ। এওঁৰ জ্যেষ্ঠ ভাতৃৰ নাম দেৱল। উৎকোচক নামে তীৰ্থত এওঁ আশ্ৰম পাতি তপস্যা কৰিছিল। সৰ্ব্ববিষয়তে সৎপাত্ৰ বিবেচনা কৰি পাণ্ডৱবিলাকে ধৌম্য মুনিক কুল পুৰোহিত স্বৰূপে বৰণ কৰি লৈছিল। ধৌম্যই

শিকোৱা সূৰ্য্যস্তৱৰ প্ৰভাৱতে দ্ৰৌপদীয়ে "অক্ষয়স্থালী" লাভ কৰিছিল। পাণ্ডৱবিলাকে অজ্ঞাত বাস কৰা সময়ত তেওঁ বাধ্য হৈ দ্ৰুপদ ৰজাৰ ওচৰত আছিল; নহলে ৰাজ্যবাস বা বনবাস কোনো কালতে ধৌম্যই পাণ্ডৱৰ সঙ্গ এৰা নাছিল আৰু সদায় তেওঁলোকক সৎউপদেশ দি উপকাৰ সাধিছিল।

(মহাভাৰত—বন)

**ধ্ৰুৱ**—এজন হৰিভক্ত অতি সুবিখ্যাত ৰজা। এওঁৰ পিতৃ মহাৰাজ উত্তানপাদ। মাতৃ সুনীতি আৰু মাহীমাক সুৰুচি। উত্তানপাদ সুৰুচিৰ প্ৰতি বেচি অনুৰাগী আছিল। এদিন মাহীমাকৰ পুত্ৰ উত্তমক পিতৃৰ কোলাত দেখা পাই ধ্ৰুৱেও পিতৃৰ কোলাত উঠিবলৈ গৈছিল; কিন্তু মাহীমাকে সুনীতিৰ নিন্দা কৰি সেই সূত্ৰতে ধ্ৰুৱক পিতৃৰ কোলাত উঠাত বাধা দিলে। পাঁচ বছৰীয়া শিশু ধ্ৰুৱই বৰ বেজাৰ কৰি সেই কথা মাতৃ সুনীতিক জনোৱাত মাকে ভগৱন্ত হৰিত আশ্ৰয় লবলৈ তেওঁক উপদেশ দিয়ে। সেই উপদেশমতে শিশু ধ্ৰুৱই আশ্ৰয় লোৱাৰ কাৰণে ভগৱন্ত হৰিক বিচাৰি ফুৰিব ধৰিলে। এদিন নাৰদ মুনিয়ে তেওঁক গভীৰ অৰণ্যৰ মাজত লগ পাই হৰিক লগ পোৱাৰ মন্ত্ৰ-কৌশল শিকাই দিলে। সেই হৰিমন্ত্ৰ জপকৰি ধ্ৰুৱই হৰিৰ কৃপা পালে আৰু যথোচিত বৰ লাভ কৰি ঘৰলৈ ফিৰি আহিল।

ভগৱন্ত হৰিৰ কৃপাত ধ্ৰুৱই সকলো বিষয়তে সিদ্ধি লাভ কৰিলে। পিতৃ উত্তানপাদ আৰু মহীমাক সুৰুচি প্ৰসন্ন হ'ল। যথা সময়ত পিতৃ সিংহাসন পাই শিশুমাৰৰ কন্যা "ভ্ৰমি"ক বিয়া কৰালে আৰু ৰাজধৰ্ম্ম, গৃহ-ধৰ্ম্ম আচৰণৰ লগে লগে ভগৱন্ত হৰিৰ ভক্তিত বেচিকৈ মন দিলে। ধ্ৰুৱ "শিষ্ট" আৰু "ভব্য" নামে দুটি পুত্ৰৰ পিতৃ হ'ল। এওঁলোকৰ নাম "কল্প" আৰু "বৎসৰ" বুলিও উল্লেখিত আছে। ধ্ৰুৱৰ আন এটি পত্নীৰ নাম ইলা। এওঁৰ পৰা ওপজা ধ্ৰুৱৰ পুত্ৰৰ নাম "উৎকল"।

মাহীমাকৰ পুত্ৰ উত্তম মৃগয়ালৈ গৈ যক্ষৰ হাতত মৰে। এই কাৰণে যক্ষবিলাকৰ সৈতে ধ্ৰুৱৰ ভালেমান দিন বিয়পি যুদ্ধ হয়। পিতামহ মনুৰ উপদেশ মতে ধ্ৰুৱই যুদ্ধ ত্যাগ কৰাত যক্ষপতি কুবেৰে তেওঁক হৰিভক্তিৰ তত্ত্বজ্ঞানী হবলৈ বৰ দিলে। বহুকাল ৰাজ্যভোগ কৰি ধ্ৰুৱ পৰলোকগামী হয়। তেওঁৰ থাকিবৰ কাৰণে "ধ্ৰুবলোক" নামে সুস্থান এখনি নতুনকৈ সৃজন কৰা হৈছিল বুলি কোৱা আছে। (শ্ৰীমদ্ভাগঃ, বিষ্ণুপুঃ, লিঙ্গপুঃ)

## ন

**নকুল**—পঞ্চপাণ্ডৱৰ চতুৰ্থ জন। পাণ্ডুৰজাৰ পত্নী মাদ্ৰীৰ গৰ্ভত অশ্বিনী কুমাৰৰ ঔৰসত নকুলৰ জন্ম। সহদেৱ এওঁৰ সহোদৰ ভায়েক। মাদ্ৰী স্বামীৰ লগত সহমৃতা হোৱাৰ সময়ত সপত্নী কুন্তীক নকুল সহদেৱক পালন কৰিবলৈ দি যায়। কৃপাচাৰ্য্য আৰু দ্ৰোণাচাৰ্য্যৰ ওচৰত নকুলে অস্ত্ৰবিদ্যা শিক্ষা কৰে। তৰোৱাল চালনাত এওঁ প্ৰসিদ্ধ আছিল আৰু গো পৰিচৰ্য্যা বিদ্যা ভালকৈ জানিছিল। অজ্ঞাত বাস কৰা সময়ত তেওঁ গো-বিদ্যা বিশাৰদ ৰূপে বিৰাট ৰজাক পৰিচয় দিছিল। দ্ৰৌপদীৰ গৰ্ভত নকুলৰ সতানীক নামে পুত্ৰ জন্ম হয়। চেদিৰাজ কন্যা "কৰেণুমতী" তেওঁৰ আন এজনী পত্নী। এই পত্নীৰপৰা নকুলৰ "নিৰমিত্ৰ" নামে পুত্ৰ ওপজে। কুৰুক্ষেত্ৰ যুদ্ধত নকুলে অশেষ বীৰত্ব দেখুৱাই ভালেমান কৌৰৱ সেনা বিনাশ কৰে; কিন্তু মহাবীৰ কৰ্ণৰ ওচৰত পৰাজিত হয়। যুদ্ধৰ অন্তত কিছুকাল ৰাজ্যভোগ কৰি যেতিয়া যুধিষ্ঠিৰে মহাপ্ৰস্থান কৰে তেতিয়া নকুলো তেওঁৰ সঙ্গী হয়; কিন্তু নিজক ৰূপৱান বুলি অহংকাৰ থকাৰ কাৰণে তেওঁ সশৰীৰে স্বৰ্গলৈ যাব নোৱাৰিলে।

(মহাভাৰত)

**নগ্নজিত**—কোশল দেশৰ ৰজা। এওঁৰ কন্যা "নগ্নজিতী।" নাগ্নজিতে সাতোটা ষাঁড় গৰু পুহি-পালি বঢ়াই থৈছিল আৰু যেয়ে এই ষাঁড় সাতোটাক বলে পাৰিব তাকে নাগ্নজিতীক বিয়া দিব বুলি প্ৰতিজ্ঞা কৰিছিল। এই কথাশুনি মহামতি কৃষ্ণই প্ৰতিজ্ঞা পুৰণ কৰি নাগ্নজিতীক বিয়া কৰায়। (শ্ৰীমদ্ভাগবত)

**নন্দ**—শ্ৰীকৃষ্ণৰ পালক পিতা। এওঁ মথুৰা ৰাজ্যৰ "গোকুল" অঞ্চলৰ "ব্ৰজ" নামে গাওঁৰ গোপালবোৰৰ অধিপতি আছিল। নন্দৰ পত্নীৰ নাম যশোদা। শ্ৰীকৃষ্ণৰ পিতৃ বসুদেৱৰ এওঁ পৰম বান্ধৱ আছিল; সেই আপাহতে বসুদেৱে কৃষ্ণক কংসৰ ভয়তে কাৰাগাৰৰ পৰা পলুৱাই নি নন্দৰ কন্যাৰ লগত সলনি কৰিব পাৰিছিল। কৃষ্ণক বধিবৰ বাবে কংস ৰজাই যি হিংসাত্মক কাৰ্য্য চলাইছিল তাৰ পীড়নত ৰব নোৱাৰি নন্দই ব্ৰজপুৰ এৰি বৃন্দাবন অঞ্চলত গৈ আশ্ৰয় লৈছিল। নন্দ আৰু যশোদাই কৃষ্ণক পুত্ৰৰো অধিক যত্নেৰে পালন কৰিছিল। নন্দ অতিশয় ধাৰ্ম্মিক পুৰুষ আছিল। গোটেই জীৱন তেওঁ ন্যায় আৰু ধৰ্ম্মৰ অনুসৰণ কৰিয়েই কটায়।

মথুৰা অধিপতি কংসক বধ কৰাৰ পাছত কৃষ্ণই পিতৃ-মাতৃ বসুদেৱ দৈৱকীৰে সৈতে মথুৰাতে থকা কৰে। এই কাৰণতে নন্দ-যশোদাই জীৱনৰ বাকীডোখৰ দুখতে কটাবলগা হয়; কিন্তু ঘটনা বিশেষত এওঁলোকৰ মাজে সময়ে দেখা সাক্ষাৎ হৈছিল। অষ্টবসুৰ "দ্ৰোণবসু" আৰু তেওঁৰ পত্নী "ধৰা"ই নন্দ যশোদা ৰূপে জন্ম লোৱা বুলি কোৱা আছে।

(শ্ৰীমদ্ভা:—বিষ্ণুপু:—লিঙ্গপুৰাণ)

**নন্দিনী**—বশিষ্ঠ মুনিয়ে আশ্ৰমত পুহি পালি ৰখা এজনী হোমধেনু। মুনিৰ উপদেশমতে এওঁক শুশ্ৰূষা কৰিয়েই মহাৰাজ দিলীপ আৰু তেওঁৰ পত্নী সুদক্ষিণাই পুত্ৰ লাভ কৰে। "দ্যু" নামে বসুবিলাকৰ পত্নী এগৰাকীয়ে নন্দিনীক পাবলৈ আগ্ৰহ কৰাত

বসুবিলাকে আশ্ৰমৰ পৰা নন্দিনীক চুৰ কৰি নিয়ে। সেই অপৰাধতে বশিষ্ঠৰ শাপত বসু বিলাক মনুষ্যৰূপে পৃথিবীত উপজিব লগা হয়। ৰজা বিশ্বামিত্ৰ সসৈন্যে এদিন বশিষ্ঠৰ আশ্ৰমলৈ অহাত নন্দিনীৰ সহায়তে মুনিয়ে আটাইকে ভোজন কৰায়। এই মাহাত্ম্য দেখি ৰজাই নন্দিনীৰ কাৰণে মুনিত প্ৰাৰ্থনা কৰে। কিন্তু মুনি সন্মত নহোৱাত বিশ্বামিত্ৰই সৈন্য লগাই কাঢ়ি নিব খুজিলে। তেতিয়া মুনিয়ে কামধেনু নন্দিনীৰ দ্বাৰাই অসংখ্য সৈন্য সৃষ্টি কৰি ৰজাক সসৈন্যে খেদি দিলে। বিশ্বামিত্ৰ ৰজাই ভালদৰে বুজি পালে যে—ব্ৰহ্মতেজৰ আগত অস্ত্ৰবল অতি নগন্য। গতিকে বিশাল ৰাজ্যৰ অধিপতি হোৱাতকৈ দীন-দৰিদ্ৰ বামুন হোৱাহে শ্ৰেয়।

( বিশ্বামিত্ৰ দ্ৰষ্টব্য—স্কন্দপুৰাণ—নাগৰ খঃ )

**নন্দী**—এওঁ শৈলাদ মুনিৰ পুত্ৰ। মৰুত্তৰ কন্যা সুযশা নন্দীৰ পত্নী। এওঁ শিৱৰ প্ৰধান অনুচৰ। শিৱভক্ত দধীচি মুনিৰপৰা শিৱ মন্ত্ৰত দীক্ষিত হৈ নন্দী শিৱলোকত বাস কৰাৰ যোগ্য হয়। দক্ষ-যজ্ঞলৈ এওঁ সতীৰ দেহ ৰক্ষী হৈ গৈছিল। তাতে দক্ষই শিৱক নিন্দা কৰা শুনি নন্দীয়ে দক্ষক ছাগলীমুৰা বুলি গালি পাৰে। সেই গালিয়েই শাপ হৈ ঘটনা ক্ৰমত দক্ষ ছাগলীমুৰা হবলগীয়া হ'ল। ( স্কন্দপুঃ—লিঙ্গপুঃ—৪২-৪৫ অঃ)

**নভগ**—এওঁ বৈবস্বত মনুৰ পুত্ৰ। নিজৰ চৰিত্ৰৰ গুণত এওঁ মুনিৰ নিচিনা সন্মান পাইছিল। এওঁ বহুকাল গুৰুগৃহত কটোৱাত ভায়েকবোৰে পিতৃ সম্পত্তি ভগাই নিলে। তেওঁ গুৰুগৃহৰপৰা ঘূৰি আহি নিজৰ ভাগ খোজোঁতে মনুৱে নভগক অঙ্গিৰা ঋষিৰ যজ্ঞলৈ গৈ বিশ্বদেৱক স্তুতি কৰিবলৈ আদেশ দিলে। নভগে তাকে কৰাত যজ্ঞলৈ অহা আন ঋষি-মুনিসকলে তেওঁক ৰুদ্ৰ দেৱতালৈ থকা যজ্ঞ ভাগ নিবলৈ ক'লে। নভগে ৰুদ্ৰৰ ভাগটো সামৰি লোৱাৰ পাছত ৰুদ্ৰ আহি উপস্থিত হৈ নিজৰ ভাগ

খুজিলে। নভগে কিঞ্চিৎমানো মনত ক্ষোভৰ ভাব নানি অতি বিনীতভাবে সমস্তকে ৰুদ্ৰক প্ৰত্যৰ্পন কৰাত ৰুদ্ৰ পৰম সন্তুষ্ট হৈ নিজৰ প্ৰাপ্য সমস্ত যজ্ঞ ভাগকে নভগক দান কৰিলে।

( শ্ৰীমদ্ভাগৱত )

**নমুচি**—এই দৈত্যৰ কাশ্যপৰ ঔৰসত দনুৰ গৰ্ভত জন্ম। এদিন ইন্দ্ৰ নমুচিৰ হাতত পৰাজিত আৰু বন্দী হৈ "দিন বা ৰাতি কোনো সময়তে বধ নহব"—বুলি বৰ দি কোনো মতে মুক্ত হয়। বৰ পাই দৈত্যৰ উপদ্ৰৱ বাঢ়ি যোৱাত দিন আৰু ৰাতিৰ সন্ধিক্ষণত সন্ধ্যা-বেলিকা বৰ কৌশল কৰি ইন্দ্ৰই নমুচিক বধ কৰে। অবধ্য কৰি বৰ দি আকৌ নিজেই নমুচিক বধ কৰাই ইন্দ্ৰ ব্ৰহ্মবধৰ সমান পাতকী হৈছিল। ব্ৰহ্মাৰ উপদেশত অৰুণা নদীত স্নান আৰু যজ্ঞ কৰিহে তেওঁ পাপ মুক্ত হয়। ( মহাভাৰত—শল্য ৪৩ )

**নৰক**—এজন অসুৰৰ ৰজা। বৰাহৰূপী বিষ্ণুৰ ঔৰসত বসুমতীৰ ( পৃথিবী ) গৰ্ভত নৰকৰ জন্ম হয়। তেওঁ উপজিয়েই মৰা মানুহৰ মূৰৰ অস্থি এডাখৰত মূৰ শিতান দি কান্দি আছিল। সেই বাবে "নৰক" নাম হয়। এওঁ মিথিলাৰ ৰজা জনকৰ ঘৰত ডাঙৰ-দীঘল হয়। যথা সময়ত মাতৃ বসুমতীৰ অনুৰোধমতে পিতৃ বিষ্ণুৱে এওঁক কামৰূপ ৰাজ্যৰ অধিপতি পাতে আৰু অন্যৰ অজেয় হবলৈ বৰ দিয়ে। নৰক ৰজাই কামৰূপ ৰাজ্যৰ প্ৰাগ্-জ্যোতিষ পুৰত ( এতিয়াৰ গুৱাহাটী ) ৰাজধানী পাতি বিদৰ্ভ ৰজাৰ কন্যা মায়া দেবীক বিয়া কৰায় আৰু মহা পয়োভৰে সৈতে ৰাজত্ব কৰিবলৈ ধৰে।

বিষ্ণুৰপৰা বৰ পাই অজেয় হোৱাত, নৰক ক্ৰমে অত্যাচাৰী হৈ উঠিল আৰু শোণিতপুৰৰ বান, মথুৰাৰ কংস প্ৰভৃতি দৈত্য ৰজাবোৰৰ সৈতে মিত্ৰতা কৰি সাধু সজ্জনসকলক পীড়া কৰিবলৈ ধৰিলে। দেবতা গন্ধৰ্ব্ব আদিৰ ভালেমান আবিয়ৈ ছোৱালী বলে ধৰি আনিৰ বিয়া কৰাবৰ উদ্দেশ্যে নিজৰ পুৰীত বন্দিনী

কৰি ৰাখিলে। সংসাৰৰ যাৰে য'তে ভাল বস্তু আছে বলেৰে কাঢ়ি-খুঁহি আনি নিজৰ ৰাজভঁৰালত সুমুৱাবলৈ ধৰিলে। আন-চাৰি দেৱমাতৃ অদিতিৰ মহা-মাহাত্ম্যযুক্ত কাণৰ কুণ্ডল যোৰাও নৰকে কাঢ়ি লৈ আহিল। এনেদৰে পাপ আৰু অত্যাচাৰ পূৰ্ণ হোৱাত কৃষ্ণৰূপে অৱতাৰ হৈ ভগবান বিষ্ণুৱে নৰকক বিনাশ কৰিলে। কুৰুক্ষেত্ৰৰ সুবিখ্যাত যোদ্ধা মহাবীৰ ভগদত্ত ৰজা নৰকৰ পুত্ৰ। ( কালিকা পুৰাণ )

**নৰনাৰায়ণ**—১। দুজন ঋষি। ধৰ্ম্ম ৰজাৰ ঔৰসত তেওঁৰ পত্নী মুক্তিৰ গৰ্ভত বিষ্ণুৰ অংশ লৈ এই ঋষি দুজন ওপজে। এওঁলোকৰ শৰীৰ বেলেগ হলেও সৰ্ব্বতিকালে এক প্ৰাণৰ নিচিনা। একে ঠাইতে বাস কৰিছিল আৰু একে কাৰ্য্যতে ব্ৰতী হৈছিল। সেই বাবে এওঁলোকক এক নাম কৰি লোকে একেলগে উল্লেখ কৰিছিল। বদৰিকাশ্ৰমত দুয়োজন ঋষিক দুৰ্ঘোৰ তপস্যা কৰা দেখি দেৱতাবিলাকে কামদেৱে সৈতে অপ্সৰা দল এটিক নৰনাৰায়ণৰ তপ-ভঙ্গ কৰিবলৈ পঠিয়ালে। দেৱতাৰ ক্ষমতা-গৰ্ব্ব আৰু অপ্সৰাৰ ৰূপ-গৰ্ব্ব খৰ্ব্ব কৰিবলৈ নৰনাৰায়ণে উৰ্ব্বশী নামে পৰমা সুন্দৰী নাৰী এটি স্ৰজন কৰি স্বৰ্গলৈ পঠিয়াই দিয়াত দেৱতাবিলাক মহা লাজত পৰিছিল। এই মহাতপস্বী নৰ-নাৰায়ণেই দ্বাপৰ যুগৰ কৃষ্ণ আৰু অৰ্জ্জুন ৰূপে জন্মা বুলি উল্লেখিত হয়। ( শ্ৰীমদ্ভাগৱত—মহাভাৰত )

২। নৰসিংহৰূপী ভগৱানক মহাদেৱে শৰভৰূপে দাঁতেৰে দুডাখৰ কৰে। মানুহ আকৃতি খণ্ডৰপৰা নৰ আৰু সিংহ আকৃতিৰপৰা নাৰায়ণ উৎপত্তি হয়। ( কালিকা পুৰাণ )

ব্ৰহ্মাৰ হৃদয়ৰপৰা উৎপন্ন ধৰ্ম্ম মুনিয়ে দক্ষ প্ৰজাপতিৰ দুটি কন্যাক বিয়া কৰায়। নৰ আৰু নাৰায়ণ মুনি সেই কন্যাৰ পৰা উপজি বদৰিকাশ্ৰমত দুৰ্ঘোৰ তপস্যা কৰে।

( দেৱী ভাগৱত )

**নৰসিংহ**—বিষ্ণুৰ চতুৰ্থ অৱতাৰ। দৈত্যৰাজ হিৰণ্যকশিপু ব্ৰহ্মাৰ বৰ পাই জগতত অবধ্য হয় আৰু অতিশয় বিষ্ণুদ্বেষী হয়। নিজৰ পুত্ৰ প্ৰহ্লাদক বিষ্ণুভক্ত হোৱা দেখি তেওঁ নানাৰূপে নিৰ্য্যাতন কৰিও স্বভাৱৰ পৰিবৰ্ত্তন কৰাব নোৱাৰি পুত্ৰই কোৱা মতে সৰ্ব্বব্যাপি হৰি ৰাজসভাৰ স্ফটিকৰ খুটাটোত আছে নে সুধিলে। প্ৰহ্লাদে থকা বুলি কোৱাত হিৰণ্যকশিপৱে ভুকু মাৰি খুটাটো ভাঙি পেলালে। ভক্তাধীন ভগবন্তই ভক্তৰ কথা ৰখাৰ অৰ্থে তেতিয়াই সেই ভঙা খুটাৰপৰা নৰসিংহ (ভৰিৰ ফালে নৰ আৰু মুৰৰফালে সিংহ) মুৰ্ত্তি ধৰি আবিৰ্ভাৱ হ'ল। আৰু দৈত্যৰাজ হিৰণ্যকশিপুক বধ কৰিলে। (শ্ৰীমদ্ভাগৱত)

**নল**—নিষধ দেশৰ ৰজা। এওঁৰ পিতৃৰ নাম বীৰসেন। মহাৰাজ ৰূপৱান, গুণৱান, ধৰ্ম্মপৰায়ণ, সত্যাশ্ৰয়ী আৰু দৃঢ়ব্ৰতী ৰজা আছিল। সেই বাবে তেওঁক পুণ্যশ্লোক নলৰাজা বুলিছিল। বিদৰ্ভৰাজৰ কন্যা দময়ন্তীৰ ৰূপ গুণৰ খ্যাতি শুনি পোহনীয়া হাঁহ এটিক দূত কৰি পাঠিয়াই নলে ভাবৰ আদান-প্ৰদান কৰে আৰু বিদৰ্ভ ৰজাই দময়ন্তীৰ সয়ংবৰ পতাত দময়ন্তী লাভৰ অৰ্থে নল বিদৰ্ভলৈ যায়। দেৱতা বোৰেও দময়ন্তী লাভৰ কাৰণে বিদৰ্ভলৈ আহিছিল। তেওঁলোকে নলক উপযুক্ত বুলি বিবেচনা কৰি তেওঁকে দেবদূত কৰি দময়ন্তীৰ ওচৰলৈ পঠিয়ালে। পৰৰ কাৰণে এনে নিজৰ স্বাৰ্থ ত্যাগ কৰা দেখি দেৱতাবিলাক সন্তুষ্ট হল আৰু সেই সৎগুণৰ কাৰণে মুগ্ধা দময়ন্তীয়ে নলক স্বামী বৰণ কৰিলে। দময়ন্তীক লৈ নল নিজৰ নিষধ দেশলৈ আহিল। তেওঁলোকৰ ইন্দ্ৰসেন আৰু ইন্দ্ৰসেনা নামৰ দুটি লৰা-ছোৱালী উপজিল।

দৈৱ-দুৰ্বিপাকৰ ফালত এক অশুভ কালত নলৰ শৰীৰত কলি প্ৰবেশ কৰিলে। নিজৰ ভায়েক পুষ্কৰৰ লগত পাশা খেলি কলিৰ প্ৰভাৱত ৰাজ্যধন সকলোকে হেৰুৱাই নলৰজা দময়ন্তী

ৰাণীৰে সৈতে বনবাসী হ'বলগীয়াত পৰিল। তাৰ পাছত অন্ন-বস্ত্ৰৰ দুৰ্ব্বহ জ্বালা সহ্য কৰিব নোৱাৰি ৰাজকন্যা ৰাজবধূ দময়ন্তীক বনৰ মাজত টোপনিতে এৰি অন্য এখন বনলৈ নল গুচি গল। সেই বনত কৰ্কোটক নামে নাগে কামুৰি তেওঁক বিবৰ্ণ বিৰূপ কৰি পেলালে। দময়ন্তীয়ে স্বামীক বিচাৰি নেপাই বহুকষ্টে ভালে-মান দিনৰ মুৰত গৈ পিতৃৰাজ্যত ওলাল আৰু পিতৃক সমস্ত কথা কলে। সাঙ্কেতিক পত্ৰ লেখি দময়ন্তীয়ে নলক বিচাৰি চাৰিও-ফালে পত্ৰবাহী দূত পঠিয়াই দিলে।

ঘুৰি-পকি নল গৈ অযোধ্যাৰ ঋতুপৰ্ণ ৰজাৰ বাহুক নামে অশ্বাধ্যক্ষ হল। দময়ন্তীৰ দূতে তাতে তেওঁক পাই পত্ৰ দিয়াত নলে তাৰ সাঙ্কেতিক উত্তৰ দি পঠিয়ালে। এনেদৰে দুয়ো দুয়োৰো বৰ্ত্তমান অৱস্থা বুজি লৈ দময়ন্তীয়ে পিতৃৰ হতুৱাই নিজৰ আকৌ সয়ংবৰ ঘোষণা কৰালে। ঋতুপৰ্ণ ৰজাৰ ৰথৰ সাৰথি স্বৰূপে নল সয়ংবৰলৈ আহিল। বিৰূপ বিকৃতি হলেও নলৰ বিশেষ গুণবিলাকৰ পৰীক্ষা নিৰীক্ষা কৰি দময়ন্তীয়ে নলক চিনি পালে। নলৰ প্ৰকৃত পৰিচয় প্ৰকাশিত হল। নল-দময়ন্তীৰ পুনৰ্মিলন ঘটিল। অক্ষবিদ্যা বিশাৰদ ঋতুপৰ্ণৰ ওচৰত নলে পাশা খেলাৰ কিটিপবোৰ শিকিলে। তেওঁ কলিৰ প্ৰভাৱৰ পৰা মুক্ত হ'ল। শৰীৰৰ আকৌ স্বাভাবিক ৰূপ পালে। দময়ন্তীৰ সৈতে নিজৰ ৰাজ্য নিষধলৈ আহিল আৰু পুষ্কৰক পাশা খেলত হেৰুৱাই আকৌ নিজ ৰাজ্যত ৰাজত্ব কৰি সুখতে দিন কটালে।

(মহাভাৰত—বন পৰ্ব্ব ৫৩অ:)

**নলকুবৰ**—এওঁ ধনাধিপ কুবেৰৰ পুত্ৰ। নলকুবৰে এদিন তেওঁৰ ভায়েক মণিগ্ৰীবে সৈতে সুৰাপান কৰি উলঙ্গ হৈ নাৰীবোৰক লগত লৈ জলক্ৰীড়া কৰিছিল। নাৰদ মুনিক সেই সময়ত দেখি তেওঁলোকে উপযুক্ত সন্মান নকৰিলে। এই দোষত নাৰদৰ শাপত দুয়ো বৃন্দাবনত যমল-অৰ্জ্জুন হৈ উপজি কৃষ্ণৰ কৃপাত পাছত

শাপমুক্ত হয়। এদিন স্বৰ্গৰ ৰম্ভা অপ্সৰা নল-কুবৰৰ ওচৰলৈ যাওঁতে বাটতে ৰাবণ ৰজাই ৰম্ভাক অনুচিত বল প্ৰয়োগ কৰিলে। ৰম্ভাৰ মুখত এই কথা শুনি "অনিচ্ছাত কোনো নাৰীক আগলৈ এই দৰে বল প্ৰয়োগ কৰিলে ততালিকে মৃত্যু হব" এই বুলি নল-কুবৰে ৰাবণক অভিশাপ দিয়ে।

( ৰামায়ণ উত্তৰ—শ্ৰীমদ্ভাগৱত—১০ম )

**নহুষ**—এজন চন্দ্ৰ বংশীয় ৰজা। এওঁৰ পিতৃৰ নাম আয়ু। অশোক-সুন্দৰী নামে পত্নীৰ গৰ্ভত নহুষৰ যযাতিকে আদিকৰি ছয়টি পুত্ৰৰ জন্ম হয়। এওঁ শৌৰ্য্য বীৰ্য সম্পন্ন পৰম ধাৰ্ম্মিক আদৰ্শ নৰপতি আছিল। নহুষে ইন্দ্ৰিয় বৃত্তি সমূহৰ এনেদৰে সংযম কৰিছিল যে অতুল ঐশ্বৰ্যৰ গৰাকী হৈও কোনোপ্ৰকাৰ ভোগ-বাসনাৰ অধীন নাছিল। তুণ্ড নামে দৈত্যক বধ কৰি তেওঁ জগতৰ উপকাৰ সাধিছিল। অজ্ঞানতে এদিন গোবধ কৰি নহুষ পাতকী হয়। কিন্তু ঋষিবিলাকে তেওঁক পূৰ্ব্বাৰ্জিত পুণ্যৰ বাবে পাতক মুক্ত কৰে।

এসময়ত দেৱৰাজ ইন্দ্ৰই ব্ৰহ্মবধ কৰি লাজ আৰু ভয়তে লুকাই ফুৰিছিল। ৰজাৰ অবিহনে স্বৰ্গৰাজ্যত বিশৃঙ্খলতা ঘটা দেখি সৰ্ব্ব প্ৰকাৰে যোগ্যবান নহুষকে নি দেৱতাবিলাকে দেৱৰাজ পাতে। এই পদোন্নতিতে নহুষৰ অধোগতিৰ সূত্ৰপাত হয়। তেওঁৰ চিত্ত কলুষিত হৈ ভোগ-বিলাসত ডুবি স্বভাবৰ এনে পৰিবৰ্ত্তন ঘটিল যে—পূৰ্ব্ব দেৱৰাজৰ পত্নী শচীদেৱীক নিজৰ পত্নী স্বৰূপে পাবলৈ ইচ্ছা কৰিলে। বৃহস্পতিৰ পৰামৰ্শ মতে শচীয়ে কেইদিনমানৰ সময় লৈ কোনোমতে নাৰী ধৰ্ম্ম ৰক্ষা কৰিলে। ইয়াৰ পাছত নহুষে যেতিয়া ঋষি-মুনিসকলৰ দ্বাৰা, নিজৰ উঠি ফুৰা দোলা বোৱাব ধৰিলে তেতিয়া তেওঁৰ অধোগতি অপকৰ্ম্ম গৈ শেষ সীমা পালে। এদিন অগস্ত্য মুনিয়ে কান্ধত দুখ পাই অজগৰ যেন গধুৰ বুলি কোৱা মাত্ৰে নহুষ অজগৰ হৈ স্বৰ্গৰপৰা দৈৱত বনত গৈ থকা কৰিলে। সুদীৰ্ঘকাল পাপৰ ফল ভোগ কৰাৰ

পাছত পাণ্ডৱবিলাকে বনবাস কৰাৰ সময়ত যুধিষ্ঠিৰৰ লগত কথা-বতৰা পাতি নহুষ শাপমুক্ত হয়।

( মহাভাৰত-আদি ৭৫ অঃ—বন ১৭৯ অঃ উদ্যোগ—১০ )

**নচিকেতা**—এই নামৰ দুজন লোক পোৱা যায়। মূল আখ্যান ভাগৰ মিল থাকিলেও এওঁলোকৰ পৰিচয় ভিন্ ভিন্।

১। কঠোপনিষদ্—ৰাজশ্রবা ৰজাৰ পুত্র নচিকেতা। ৰজাৰ অন্য এটা নাম গৌতম। ৰাজশ্রবাই বিশ্বজিৎ যজ্ঞ কৰি সৰ্ব্বস্ব ব্রাহ্মণক দান কৰিলে। নচিকেতাই সুধিলে—“পিতা মোকো কাৰবাক দান কৰিলা নেকি?” পিতৃৰ পৰা একো সমিধান নাপাই নচিকেতাই আকৌ দুবাৰ সেই কথা সুধিলে। শেষ বাৰত ৰাজশ্রবাৰ খং উঠিকলে।” “পুত্র নচিকেতা! তোমাক যমক দিলো।” কথাষাৰ খঙতে কলেও ৰজাই তাকে কৰিবলগীয়া হ’ল আৰু নচিকেতাক যমৰ ওচৰলৈ পঠাই দিলে। সেই সময়ত যম ব্রহ্মলোকত আছিল। গতিকে নচিকেতা লঘোনে-ভোকে তিনি দিন ৰখি বহি থাকিল। যম আহি নচিকেতাৰ ইতিহাস শুনি ক’লে, “তোমাক পিতৃয়ে দান কৰিলেও মই মৃত্যুৰ আগত কাকো ৰাখিব নোৱাৰো। গতিকে তুমি ঘৰলৈ যোৱা। বামুণৰ ল’ৰা তুমি তিনি দিন লঘোনে-ভোকে মৌলৈ বৈ আছা, এই কষ্টৰ সলনি তুমি তিনিটি বৰ প্রার্থনা কৰা।” যমৰ কথা শুনি নচিকেতাই প্রার্থনা কৰি ক’লে—

(ক) ধৰ্ম্মৰাজ! মই যে আপোনাৰ তালৈ আহিছিলো—এই কথা মোৰ পিতৃয়ে জানক আৰু তেওঁ মোৰ প্রতি সন্তুষ্ট হওঁক।

(খ) স্বৰ্গগামী প্রাণীসকল মৰ্ত্ত্যৰ নিচিনা ভোক-পিয়াহ, জৰা, মৃত্যু, শোক, তাপৰপৰা আঁতৰি সুখত থাকক।

(গ) কোনোৱে কয় মৃত্যুৰ পাছত ইন্দ্রিয় যুক্ত শৰীৰ, মন, বুদ্ধি, নষ্ট হয়—জীৱাত্মা থাকে। আকৌ কোনোৱে কয়

জীৱাত্মাও নেথাকে। এই দুই মতৰ কোনোটো সত্য মোক জনাওক।

নচিকেতাৰ তৃতীয় প্ৰশ্নৰ সলনি যমে ধন ঐশ্বৰ্য দিব খুজিলে। কিন্তু নচিকেতাই উত্তৰহে খুজিলে। তেতিয়া যমে জীৱাত্মাৰ বিষয়ে নানা প্ৰকাৰ তত্ত্বকথা কৈ তেওঁক ঘৰলৈ পঠিয়াই দিলে।

২। মহাভাৰত ঃ—

নচিকেতা মহাতপা উদ্দালক মুনিৰ পুত্ৰ। এদিন উদ্দালকে তৰ্পনৰ সজুঁলিবোৰ নৈৰ পাৰত পাহৰি এৰি আহি পুত্ৰ নচিকেতাক আনিবলৈ পঠিয়ালে। নচিকেতা সুদা হাতে আহি ক'লে—"পিতা! মই নৈৰ পাৰত আপোনাৰ তৰ্পণৰ পাত্ৰবোৰ দেখা নেপালো।" খং উঠি উদ্দালকে ক'লে "তেনেহলে তুমি যমক দেখা পোৱাগৈ।" পিতৃয়ে এনেদৰে কোৱামাত্ৰ নচিকেতা পৰিয়েই মৰি গল। উদ্দালকে মহা অনুতাপ কৰি শটো লৈ এদিন এৰাতি বহি থাকিল। পিচদিনা নচিকেতা প্ৰাণ পাই উঠি বহিল আৰু উদ্দালকে সোধাত ক'লে—

"পিতা! আপোনাৰ উপদেশমতে মই যমলোকত গৈ যমক দেখা কৰিলো। যমে কলে—"পিতৃৰ আদেশ পালন কৰা হ'ল, তুমি মোক দেখা পালা, এতিয়া ঘৰলৈ যোৱা।" মোৰ অভিলাষ বুজি পাই তেওঁ মোক দিব্যৰথত তুলি পুণ্যৱান সকল বাস কৰা ঠাইবোৰ দেখুৱাই ঘৰত থৈ দিয়ালে। আটাইবোৰ ঠাইৰ ভিতৰত "ধেনু দান" কৰি পোৱা ঠাইয়েই অতি মনোহৰ আৰু পৰম সুখৰ ঠাই বুলি মোৰ ধাৰণা হ'ল।"

**নাভাগ**—মহাৰাজ করুষৰ নাতি। মহাৰাজ দিষ্টৰ পুত্ৰ। ঘটনাক্ৰমে এওঁ বৈশ্য জাতিৰ কন্যা বিয়া কৰাই দোষযুক্ত হয়। কিন্তু মুনি এজনৰ কৃপাত আকৌ ক্ষত্ৰিয়ত্ব লাভ কৰে।

( মাৰ্কেণ্ডেয় পুৰাণ—১১৩ )

**নাৰদ**—এজন দেৱৰ্ষি। এওঁ ব্ৰহ্মাৰ মানসপুত্ৰ। অইনবিলাক মানসপুত্ৰৰ নিচিনাকৈ এওঁকো ব্ৰহ্মাই প্ৰজা সৃষ্টি কৰিবলৈ আদেশ দিলে। কিন্তু জপ, তপ আৰাধনা আৰু ভগবৎ চিন্তাত ব্যাঘাত হব বুলি নাৰদে আপত্তি কৰিলে। তদুপৰি দক্ষ প্ৰজাপতিৰ পাঁচ হাজাৰ পুত্ৰক যোগ শাস্ত্ৰ শুনাই সৃষ্টি বিৰোধী আৰু নিৰুদ্দেশ কৰি পেলালে। এই দোষতে ব্ৰহ্মাই নাৰদক শাপ দিলে। শাপৰ ফলত নাৰদ গন্ধৰ্ব্ব আৰু মানৱ যোনিত জন্মিব লগীয়া হৈছিল। এওঁ অতিশয় হৰিভক্ত আৰু "কামচৰ" অৰ্থাৎ ইচ্ছামতে য'কে ত'কে যেতিয়াই তেতিয়াই যাব পাৰিছিল। সেই বাবে ত্ৰিভুবনৰ সকলো সংবাদ নাৰদে জানিছিল। হৰ-পাৰ্ব্বতীৰ বিয়াৰ ঘটক নাৰদ, নিমন্ত্ৰণকাৰীও তেওঁৰেই। দক্ষযজ্ঞত সতী প্ৰাণত্যাগ কৰা সংবাদো নাৰদেই গৈ মহাদেৱক দিয়ে। হৰিভক্ত ধ্ৰুৱে নাৰদৰ পৰায়ে হৰি মন্ত্ৰ লাভ কৰে। শোণিতপুৰত উষাৰ মন্দিৰত অনিৰুদ্ধ বন্দী হৈ থকা বাতৰি দ্বাৰকাত গৈ নাৰদেই জনায়। এজনী দ্ৰৌপদীয়ে পাচজন স্বামীক বিৰোধ হীন ভাবে কেনেকৈ ভজিব তাৰো নীতি নিয়ম নাৰদেই নিৰ্দ্ধাৰণ কৰি দিয়ে।

তাৰ উপৰি দেৱতা-সজ্জনৰ অহিতকাৰী দৈত্য, দানব, অসুৰ আদিৰ বিনাশ কাৰ্যটো লাগি যাচি নাৰদেই দেৱতাবিলাকক সহায় কৰিছিল। আন পাকে ইঘৰৰ কথা সিঘৰত লগাই নাৰদে ধেমালিৰ সৃষ্টি কৰিছিল। আৰু কেতিয়াবা তাৰপৰা অনৰ্থও ঘটিছিল।

নাৰদ অতিশয় সঙ্গীতপ্ৰিয় আছিল। ব্ৰহ্মা, বিষ্ণু আৰু উলূকৰ ওচৰত তেওঁ সঙ্গীত বিদ্যা, "গানযোগ" আৰু গন্ধৰ্ব্ব বিদ্যা শিকি মনে মনে কিছু অহঙ্কাৰীও হৈছিল। দৰ্পহাৰী ভগবান-বিষ্ণুৱে নাৰদৰ সেই গৰ্ব্ব এসময়ত খৰ্ব্ব কৰে। আকৌ বিষ্ণুৱে কৃষ্ণ অৱতাৰত তেওঁৰে পৰা গান যোগ শিক্ষা কৰে। বীণা যন্ত্ৰ

নাৰদৰে সৃষ্টি "নাৰদ পঞ্চৰাত্ৰ" "নাৰদীয় স্মৃতি" আৰু "নাৰদীয় পুৰাণো" দেৱৰ্ষি নাৰদৰ মুখে বিবৃত হোৱা বুলি বৰ্ণিত আছে। নাৰদৰ জন্ম আৰু কৰ্ম্ম বৃত্তান্ত সম্বন্ধে নানা পুৰাণত নানা প্ৰকাৰে উল্লেখ থকা দেখা যায়। মহাঃ শান্তি[৩০] অধ্যায়ত সৃঞ্জয় ৰজাৰ কন্যা সুকুমাৰীক বিয়া কৰাই কিছুকাল নাৰদ পৃথিবীত বাস কৰা উল্লেখ আছে।

( শ্ৰীমদ্ভাগৱত—১।১৬—ব্ৰহ্ম বৈঃ ব্ৰহ্মখণ্ড,—ব্ৰহ্মাণ্ড পুঃ—বিষ্ণু পুঃ
( হৰিবংশ—১/৩ মহাভাঃ—শল্য )

**নাৰায়ণ**—দস্যু অজামিলৰ বেশ্যাৰ গৰ্ভত ওপজা কনিষ্ঠ পুত্ৰ। এই পুত্ৰটিক অজামিলে অতিশয় স্নেহ কৰিছিল আৰু নাৰায়ণ নাম থৈছিল। মৃত্যু কালত এই প্ৰিয় পুত্ৰক ঘনাই মাতোতে অজামিলৰ মন প্ৰকৃততে ভগবান নাৰায়ণৰ প্ৰতি আকৃষ্ট হয় আৰু সেই কাৰণেই মুক্তি লাভ কৰে।

**নিকুম্ভ**—১। এজন অসুৰ। এওঁ ত্ৰিপুৰ নামক সুবিখ্যাত অসুৰৰ সহোদৰ ভ্ৰাতৃ। ত্ৰিপুৰৰ মৃত্যুৰ পাছত তপস্যা কৰি ব্ৰহ্মাৰ বৰত নিকুম্ভ দেৱৰো অবধ্য হয় আৰু তাৰে প্ৰভাৱতে মহা অত্যাচাৰী হৈ পৰে। সেই বাবে বিষ্ণুৰ নৰৰূপী অৱতাৰ শ্ৰীকৃষ্ণৰ হাতত নিকুম্ভ নিহত হয়।

২। এজন দৈত্য। এওঁ দৈত্যৰাজ বজ্ৰনাভৰ ভায়েক। যাদব বিলাকে বজ্ৰনাভক বিনাশ কৰাই তাৰে প্ৰতিফল দিয়াৰ অৰ্থে নিকুম্ভ দৈত্যই যাদব বীৰসকলৰ অনুপস্থিতিত যাদববিলাকৰ ভানুমতী নামৰ কন্যা এজনীক হৰণ কৰি নিয়ে। ইয়াকে লৈ যাদব-বিলাকৰে সৈতে নিকুম্ভৰ তুমুল যুদ্ধ হয়। শ্ৰীকৃষ্ণই কোনোমতে চক্ৰ আঘাতেৰে দৈত্যক বিনাশ কৰি ভানুমতীক উদ্ধাৰ কৰে।

৩। এজন ৰাক্ষস। এওঁৰ পিতৃ ৰাক্ষসবীৰ কুম্ভকৰ্ণ আৰু মাতৃ বজ্ৰজ্বালা। লঙ্কা যুদ্ধত এই ৰাক্ষসৰ মৃত্যু হয়।

( ৰামায়ণ—লঙ্কা ৭৫ )

**নিবাত কবচ**—মহা পৰাকান্ত ৩ কোটি অসুৰৰ এটা দল। ইহঁত হিৰণ্যকশিপুৰ নাতি। ইহঁতে দেৱতাৰ অবধ্য বৰ লাভ কৰি সাগৰৰ তলিত দুৰ্গ নিৰ্ম্মাণ কৰি তাতে বাস কৰিছিল। আৰু সময়ে সময়ে দেৱতাবিলাকক পীড়া দিছিল। অৰ্জ্জুন স্বৰ্গলৈ অস্ত্ৰবিদ্যা শিক্ষা কৰিবলৈ যাওঁতে ইন্দ্ৰই এই দেৱৰ অবধ্য অসুৰবোৰক অৰ্জ্জুনৰ হতুৱাই বধ কৰায়।

( ৰামায়ণ—সুন্দৰ, মহাভাৰত বন—১৭৩ )

**নিমি**—১। এজন চন্দ্ৰ বংশীয় ৰজা। এওঁ মহাৰাজ ঈক্ষাকুৰ পুত্ৰ। নিমি ৰজা ধাৰ্ম্মিক আৰু ধৰ্ম্মকাৰ্যপৰায়ণ আছিল। এদিন যজ্ঞ এটি পাতি তেওঁ বশিষ্ঠ মুনিক হোতা হবলৈ নিমন্ত্ৰণ কৰিবলৈ গৈছিল। মুনি দেবৰাজ ইন্দ্ৰৰ যজ্ঞত আগধৰি নিয়োজিত হোৱাই নিমিক কিছুদিন অপেক্ষা কৰিবলৈ কলে। কিন্তু ইন্দ্ৰৰ যজ্ঞতে বশিষ্ঠৰ বহুকাল লগাত নিমিয়ে অগস্ত্য আদি ঋষিৰ হতুৱাই যজ্ঞ আৰম্ভ কৰি দিলে। সেই সময়তে বশিষ্ঠ তালৈ আহি যজ্ঞ আৰম্ভ হোৱা দেখিলে আৰু অপমানিত বিবেচনা কৰি পতন হবলৈ নিমিক অভিশাপ দিলে।

২। সীতা দেবীৰ পালক পিতৃ সিৰধ্বজ জনকৰ উপৰি পুৰুষ। এওঁৰ পুত্ৰ মিথি ৰজাই মিথিলা "নগৰ" স্ৰজন কৰে। নগৰৰ জনক ( স্ৰষ্টা ) বুলিয়েই মিথিৰ আৰু মিথিৰ অধস্তন পুৰুষ সকলোৰে "জনক" উপাধি হয়। ( ৰামায়ণ—আদি )

**নিশুম্ভ**—এজন বলদৰ্পী দৈত্য। কাশ্যপৰ ঔৰসত দনুৰ গৰ্ভত উৎপত্তি। এওঁৰ জ্যেষ্ঠ ভাতৃৰ নাম শুম্ভ। দেৱতাৰ অনুৰোধত ভগৱতীয়ে অম্বিকা নামে ষোড়শী যুৱতী ৰূপ ধৰি দুয়োজন দৈত্যকে বধ কৰে। ( অম্বিকা চোৱা )

**নীল**—১। মহিষ্মতী পুৰৰ এজন ৰজা। এওঁৰ পৰমা সুন্দৰী কন্যাক অগ্নি দেৱে বিয়া কৰাই ৰজাক বৰ দিয়ে—"যেয়ে মহিষ্মতীপুৰ আক্ৰমণ কৰিব সেয়ে পুৰি মৰিব"। যুধিষ্ঠিৰৰ ৰাজস্যুয় যজ্ঞৰ

সময়ত অগ্নিক তুষ্ট কৰি অৰ্জ্জুনে নীল ৰজাৰ ৰাজ্য আক্ৰমণ কৰে আৰু যজ্ঞৰ "কৰ ভাৰ" আদায়কৰিনিয়ে। (মহাভাৰত)

২। সুগ্ৰীবৰ এজন বান্দৰ সেনাপতি। সেতু বন্ধন কৰাত এওঁ ৰামৰ প্ৰধান সহায় আছিল। (ৰামায়ণ—লঙ্কা)

# প

**পঞ্চজন**—এজন অসুৰ। হিৰণ্যকশিপুৰ পুত্ৰ সংহ্লাদৰ ঔৰসত ক্ৰতুৰ গৰ্ভত এই অসুৰৰ জন্ম। এওঁ শঙ্খ ৰূপ ধৰি সাগৰত বাস কৰিছিল। শ্ৰীকৃষ্ণৰ গুৰু সন্দিপনীৰ পুত্ৰ প্ৰভাস তীৰ্থত গা ধোওঁতে পঞ্চজনে সাগৰৰ তলিলৈ ধৰি নিয়ে। কৃষ্ণই গুৰু দক্ষিণা দিয়াৰ সময়ত সন্দিপনীয়ে পুত্ৰক বিচাৰি আনিবলৈ কৃষ্ণক অনুৰোধ জনায়। সেইমতে কৃষ্ণই পঞ্চজনক বধ কৰি গুৰু পুত্ৰক উদ্ধাৰ কৰে। আৰু অসুৰৰ মৃতদেহৰ অস্থিৰে নিজৰ ব্যৱহাৰৰ "পাঞ্চজন্য" শঙ্খটো নিৰ্ম্মাণ কৰি লয়।

**পঞ্চশিখ**—এজন দাৰ্শনিক মুনি। ধৰ্মৰাজৰ ঔৰসত হিংসাৰ গৰ্ভত এওঁৰ জন্ম। তপস্যা কৰি এওঁ মোক্ষজ্ঞানী হয়। মিথিলাৰ ৰজা জনকে এওঁক আচাৰ্য্য বৰণ কৰে। পঞ্চশিখ মিথিলাত দীৰ্ঘকাল বাস কৰি জনকক ধৰ্মতত্ত্ব শিক্ষা দিয়ে। সাংখ্য দৰ্শন প্ৰণেতা কপিল মুনিৰ শিষ্য মহাত্মা আসুৰি মুনি। আসুৰিৰ শিষ্য আছিল পঞ্চশিখ। আসুৰিৰ পত্নী কপিলাৰ স্তন পান কৰাৰ বাবে পঞ্চশিখক কপিলাৰ পুত্ৰ বুলিছিল।

(মহাভাৰত—শান্তি)

**পতঞ্জলি**—এজন মুনি। এওঁ ব্যাকৰণকাৰ পানিনি মুনিৰ হাতৰ আঁজলিত সৰ্পৰূপে স্বৰ্গৰপৰা পৰিছিল বুলি কোৱা হয়। পতঞ্জলি পানিনি ব্যাকৰণৰ ভাষ্যকাৰ আৰু পাতঞ্জল দৰ্শনৰ

প্ৰণেতা। কাৰো কাৰো মতে এই দুই শাস্ত্ৰৰ প্ৰণেতা বেলেগে দুজন পতঞ্জলি আছিল। বৈয়াকৰণ পতঞ্জলিৰ আনুমানিক সময় খৃঃ পূঃ ১৫০ বুলি কোৱা হয়।

**পদ্মবৰ্ণ**—এজন ধৰ্মপৰায়ণ নাগ। এওঁ গোমতী নদীৰ পাৰৰ নাগপুৰ নামে পুৰীত থাকি সকল প্ৰাণীৰে হিত চিন্তা কৰিছিল। সেই পুণ্যৰ ফলত তেওঁ বছৰত এদিন সূৰ্যৰ ৰথত উঠি ভূ প্ৰদক্ষিণ কৰিবলৈ সমৰ্থবান হৈছিল। এদিন ধৰ্মাৰণ্য নামে ব্ৰাহ্মণ এজনে পদ্মনাভত সূৰ্য্যলোকৰ বিবৰণ সোধাত উঞ্ছবৃত্তিত ব্ৰতী হলেহে সেইলোকৰ কথা জানিব আৰু পাব পাৰি বুলি নাগে জনালে। তেতিয়া ধৰ্মাৰণ্য চ্যবন মুনিৰ ওচৰলৈ গৈ উঞ্ছবৃত্তি গ্ৰহণ কৰি সূৰ্যলোকলৈ গমনৰ কাৰণে যোগ্য হল।

**পদ্মনাভ**—মহাৰাজ যদুৰ পুত্ৰ। এওঁ মুচুকুন্দা নামে এগৰাকী নাগ কন্যাৰ গৰ্ভত জন্ম লাভ কৰে। (হৰি বংশ—৯৩)

**পৰশুৰাম**—এজন মুনি। এওঁৰ আচল নাম "ৰাম" কিন্তু পৰশু (কুঠাৰ) অস্ত্ৰ সদায় ধাৰণ কৰিছিল বুলি পৰশুৰাম নামে বিখ্যাত হয়। এওঁৰ পিতৃ ঋচিক মুনিৰ পুত্ৰ জমদগ্নি মুনি আৰু মাতৃ প্ৰসেনজিত ৰজাৰ কন্যা ৰেণুকা।

জমদগ্নিৰ পাঁচটি পুত্ৰ। ৰাম আটাইতকৈ সৰু। তেওঁ সহ্যদ্ৰি নামে পৰ্বতত তপস্যা কৰি সিদ্ধি লাভ কৰে। পৰশুৰামে প্ৰথমে পিতৃ জমদগ্নিৰ ওচৰত ধনুৰ্ব্বেদ শিক্ষা কৰে। তাৰ পিচত মহাদেৱৰ পৰা আন অস্ত্ৰ-শস্ত্ৰৰ লগতে তেজোময় ভীষণ "পৰশু অস্ত্ৰ" লাভ কৰে।

এদিন পৰশুৰাম আশ্ৰমত নথকা অৱস্থাত ৰেণুকা স্নান কৰিব গৈছিল। নদীত চিত্ৰৰথ গন্ধৰ্বক ভাৰ্যাসকলে সৈতে জলবিহাৰ কৰা দেখি কলুষিত চিত্তে ৰেণুকা আশ্ৰমলৈ আহিল। জমদগ্নিয়ে ধ্যানতে সেই কথা জানি পুত্ৰ চাৰিজনক মাতৃক বধ কৰিবলৈ কলে। কিন্তু তেওঁলোক এজনো সন্মত নহল।

তেতিয়া জমদগ্নিয়ে চাৰিও পুত্ৰকে জড়বৎ হবলৈ অভিশাপ দিলে। সেই সময়তে পৰশুৰাম আহি পালে আৰু পিতৃয়ে আদেশ দিয়া মাত্ৰে বিনা বিচাৰে পৰশু অস্ত্ৰৰে মাতৃ ৰেণুকাৰ শিৰশ্চেছদ কৰি পেলালে। জমদগ্নিয়ে সন্তুষ্ট হৈ বৰ লবলৈ কোৱাত তেওঁ মাতৃৰ জীৱন আৰু ভ্ৰাতৃসকলৰ জড়তা নাশ প্ৰাৰ্থনা কৰাত পিতৃয়ে সেই বৰকে দিলে। সকলো আগৰে নিচিনা হ'ল। কিন্তু মাতৃ বধ পাপৰ ফলত পৰশুৰামৰ হাতৰ পৰশু ( কুঠাৰ ) অস্ত্ৰ হাততে লাগি ধৰিলে। অস্ত্ৰমুক্ত হবলৈ তেওঁ সমস্ত তীৰ্থ পৰ্য্যটন কৰি শেহত ব্ৰহ্মপুত্ৰ নদৰ জন্মস্থান মানস সৰোবৰত স্নান কৰাৰ ফলতহে তেওঁৰ অস্ত ত্যাগ হয়। পৰশুৰামেই সেই পুণ্য জলৰ নিৰ্গম-পথ কুঠাৰেৰে মুকলি কৰি দি ৰাজ্যেৰে বোৱাই দিয়ে। সেই দৰেই ব্ৰহ্মপুত্ৰ নদৰ উৎপত্তি হয়।

পৰশুৰামে পুষ্কৰ তীৰ্থত তপস্যা কৰি থকা সময়ত কাৰ্ত্তবীৰ্য্য অৰ্জ্জুন নামে হৈহয় দেশৰ ক্ষত্ৰিয় ৰজা এজনে জমদগ্নি মুনিৰ আশ্ৰমলৈ আহি মুনিৰ হোমধেনু গাইটি প্ৰাৰ্থনা কৰে। মুনি দিবলৈ সন্মত নোহোৱাত ৰজাই মুনিক বধ কৰি আৰু ৰেণুকাক একুইশটা প্ৰহাৰ কৰি গাই জনী লৈ গ'ল। ভাগ্যক্ৰমে পৰশুৰাম সেইদিনাই আশ্ৰমলৈ ঘুৰি আহিল। মাকে তেওঁক সকলো কথা জনাই স্বামীৰ লগত সহ-মৃতা হ'ল। ৰামে পিতৃ মাতৃৰ অন্ত্যেষ্টিক্ৰিয়া সমাপন কৰি কাৰ্ত্তবীৰ্য্যাৰ্জ্জুনক সপুত্ৰ বান্ধৱে নিধন কৰিবলৈ যাত্ৰা কৰিলে আৰু ৰেণুকাৰ প্ৰহাৰৰ সংখ্যা অনুসৰি একৈশবাৰ ঘুৰি ঘুৰি কাৰ্ত্তবীৰ্য্যাৰ্জ্জুন সমন্বিতে সমস্ত ক্ষত্ৰিয়-কুল মাৰি শেষ কৰিলে। এই কাৰ্য্য সমাধা কৰি ৰামে অস্ত্ৰ গুৰু শিৱক কৃতজ্ঞতা জনাবলৈ গ'ল। কিন্তু শিৱৰ দ্বাৰা ৰক্ষক গনেশে তেওঁক অপেক্ষা কৰিবলৈ কলে। এই হেতুকে গনেশৰ লগত ৰামৰ বিবাদ হ'ল আৰু পৰশুৰে আঘাত কৰি ৰামে শিৱৰ পুত্ৰ গনেশৰ দাঁত এটা ভাঙি দিলে।

পৰশুৰামে সমন্তপঞ্চক তীৰ্থত ক্ষত্ৰিয়ৰ তেজেৰে পাঁচটি সৰোবৰ সৃজন কৰিলে। অশ্বমেধ যজ্ঞ কৰি পিতৃ পুৰুষ সকলক তুষ্ট কৰে আৰু ক্ষত্ৰিয় নিধন কৰি পোৱা বসুমতীৰ অংশ কশ্যপমুণিক দান কৰি মহেন্দ্ৰ পৰ্ব্বতলৈ তপস্যাৰ অৰ্থে গুচি যায়। সেই সময়তে অস্ত্ৰগুৰু শিৱৰ ধনু ভঙ্গ কৰি ৰামচন্দ্ৰই শ্ৰেষ্ঠ বীৰত্ব অৰ্জ্জন কৰা শুনি গুৰুৰ অপমান হোৱা বোধ কৰি ৰামচন্দ্ৰক অযোধ্যা গমনৰ বাটত আহি আগভেটা দি ধৰে। আৰু বৈষ্ণৱ ধনু এখন দি তাতে গুণ লগাবলৈ কৈ ৰামচন্দ্ৰক বীৰত্বৰ প্ৰমান কৰিবলৈ কয়। ৰামচন্দ্ৰই বৈষ্ণৱ ধনুত গুণ লগোৱাৰ উপৰিও পৰশুৰামে তপস্যাৰে অৰ্জ্জন কৰা শুভলোক গমনৰ পথ বন্ধ কৰি দিয়ে। এই কাৰ্য্যৰ ফলত পৰশুৰাম হতমান আৰু হতদৰ্প হৈ মহেন্দ্ৰ পৰ্ব্বতলৈ গুচি যায়। জীৱনৰ একালত এনেদৰে হতমান হব লগীয়া হলেও পৰশুৰাম শ্ৰেষ্ঠ ধনুৰ্ব্বেদবিশাৰদ আৰু ভীষ্মদ্ৰোণ কৰ্ণ আদি মহাবীৰ সকলৰ ধনুৰ্ব্বেদ-শিক্ষক।

(মহাভাঃ আদি ১৮৮ বন ১১৫ স্কন্দপুঃ নাগৰ ১৬৫—জমদগ্নি দ্ৰষ্টব্য)

**পৰ্ব্বত**—নাৰদ আৰু পৰ্ব্বতমুনি-সম্বন্ধত দুয়ো মোমাই-ভাগিন আৰু লগৰীয়া। স্বৰ্গৰ ভোগ খাই আমনি লাগি দুয়োৰো ঘিউ ভাত খাই কিছুদিন পৃথিৱীত থকাৰ মন হল। কাৰো মনৰ ভাৱ কেতিয়াও লুলুকাও বুলি কথা বান্ধি দুয়ো আহি পৃথিৱীৰ সৃঞ্জয় ৰজাৰ ঘৰত আলহী সোমাল। ৰজাই নিজৰ কন্যা সুকুমাৰীক আলহীৰ শুশ্ৰুষাকাৰিনী কৰি দিলে। কিছুদিনৰ পাছতে নাৰদ সুকুমাৰীৰ প্ৰতি মনে মনে আসক্ত হল; কিন্তু পৰ্ব্বতত ব্যক্ত নকৰিলে। তপৰ-বলতে পৰ্ব্বতে গম পাই প্ৰতিজ্ঞাভঙ্গ দোষত বিয়াৰ পাছতে বান্দৰমুৰা হবলৈ অভিশাপ দিলে। নাৰদেও পৰ্ব্বতক অভিশাপ দি স্বৰ্গগতি বন্ধ কৰি পেলালে। পৰ্ব্বতে সৃঞ্জয় ৰজাক সুবৰ্ণ উৎপাদনকাৰী পুত্ৰ এটি পোৱাৰ বৰ দি পৃথিৱীত

ঘূৰি ফুৰিব ধৰিলে। পৰ্ব্বতৰ অভিশাপ মতে নাৰদো বিয়াৰ পাছতে বান্দৰমুৰা হল। তেনেদৰে কিছুকাল কটোৱাৰ পাছত দুয়ো দুয়োৰো অভিশাপ তুলি লৈ আকৌ আগৰ নিচানা হল।

( মহাভাঃ শান্তি—৩০ অধ্যায়; সৃঞ্জয় দ্ৰষ্টব্য )

**পৰাশৰ**—এজন সুবিখ্যাত ঋষি। বশিষ্ঠ তনয় শক্ত্রি মুনিৰ ঔৰসত অদৃশ্যন্তীৰ গৰ্ভত এওঁৰ জন্ম। সুকঠোৰ তমস্যা কৰি এওঁ সিদ্ধি লাভ কৰে। পিতৃ শক্ত্রি মুনিক ৰাক্ষসে বধ কৰিছিল। সেই-বাবে পিতৃ হন্তা ৰাক্ষসবিলাকৰ বিনাশৰ অৰ্থে "ৰাক্ষস যজ্ঞ" কৰি পৰাশৰে অসংখ্য ৰাক্ষস বিনাশ কৰে। শেষত পুলস্ত্য মুনিৰ অনুৰোধত যজ্ঞ ৰহিত হয় আৰু বাকী ৰাক্ষস ৰক্ষা পৰে। পুলস্ত্যৰ পৰা "বিষ্ণুপুৰাণ" শুনি সেই পুৰাণ পৰাশৰে মৈত্ৰেয় মুনিৰ আগত কয়। পৰাশৰে প্ৰণয়ন কৰা "পৰাশৰ সংহিতা" এখন প্ৰসিদ্ধ স্মৃতি গ্ৰন্থ। তাত কলি কালত ব্যৱহাৰৰ উপযোগী বিধি-বিধানবোৰ নিৰ্দ্ধাৰণ কৰি দিয়া আছে। ধীবৰ ৰাজৰ পালিতা কন্যা আবিয়ৈ "মৎস্যগন্ধাৰ" গৰ্ভত পৰাশৰে সুপ্ৰসিদ্ধ বেদ-ব্যাসক জন্ম দিয়ে। পৰাশৰৰ কৃপাতে মৎস্যগন্ধাৰ শৰীৰৰ পৰা মাছৰ গোন্ধ গুচি পদ্ম ফুলৰ গোন্ধ হয় আৰু মৎস্যগন্ধা "সত্যৱতী" নামে বিখ্যাত হয়।

( মহাভাঃ আদি— ৮৮ অঃ; শান্তনু, সত্যবতী, ব্যাস দ্ৰষ্টব্য )

**পৰীক্ষিত**—চন্দ্ৰ বংশীয় এজন ৰজা। দ্বাপৰ যুগৰ শেষৰ কাল ডোখৰত এওঁ ৰাজত্ব কৰে। তৃতীয় পাণ্ডৱ মহাবীৰ অৰ্জ্জুনৰ পুত্ৰ অভিমন্যুৰ ঔৰসত বিৰাট ৰজাৰ কন্যা উত্তৰাৰ গৰ্ভত পৰীক্ষিতৰ জন্ম হয়। পাণ্ডৱক নিৰ্ম্মূল কৰাৰ অৰ্থে অশ্বত্থামাই প্ৰয়োগ কৰা ব্ৰহ্ম অস্ত্ৰই এওঁক মাতৃ গৰ্ভতে মাৰি পেলাইছিল। শ্ৰীকৃষ্ণই যোগবলেৰে গৰ্ভতে আকৌ পুনৰ্জ্জীৱিত কৰে। পাণ্ডৱ বংশ ক্ষয় ( ক্ষীণ ) পোৱা অৱস্থাত ওপজে সেই বাবে কৃষ্ণই এওঁৰ নাম পৰীক্ষিত থয়। পাণ্ডৱ বিলাক মহা প্ৰস্থানলৈ যাত্ৰা কৰা সময়ত

পৰীক্ষিতৰ নিচেই শিশুকাল ; তথাপি তেওঁকে সিংহাসনত বহুৱাই পাণ্ডৱসকলে কৃপাচাৰ্য্যক ৰক্ষক কৰি থয় আৰু প্ৰতিনিধি হিচাপে হস্তিনা ৰাজ্য শাসন কৰিবলৈ দিয়ে।

কৃপাচাৰ্য্যৰ পৰা যাৱতীয় শিক্ষা-দীক্ষা পাই যথা সময়ত পৰীক্ষিতে ৰাজ্য শাসন কৰিবলৈ ধৰে আৰু আচাৰ্য্যকে গুৰু বৰণ কৰি অশ্বমেধ যজ্ঞ এটি কৰায়। এওঁ জন্মেজয়কে আদি কৰি চাৰিজন পুত্ৰৰ পিতৃ।

এদিন গাভীৰূপা পৃথিৱী আৰু এঠেঙীয়া ষাঁড়ৰূপী ধৰ্ম্মক ৰাজবেশ পিন্ধা কলিয়ে খেদি আনি ৰাজ্যত সোমোৱা বুলি শুনি ৰজাই কলিক বধ কৰিবলৈ যাত্ৰা কৰিলে! প্ৰাণৰ ভয়ত কলি ৰজাৰ শৰণাগত হয় আৰু থকা ঠাই এডুখৰি বিচাৰি কাকুতি কৰিবলৈ ধৰিলে। দয়াৰ বশ হৈ ৰজা পৰীক্ষিতে দ্যূত, মদ্য, স্ত্ৰী আৰু হিংসা এই চাৰি ঠাইত কলিক থাকিবলৈ আদেশ কৰিলে। এই অনুক্ৰমে তেতিয়াৰ পৰা পৃথিৱীত কলিৰ প্ৰবেশ হ'ল।

( শ্ৰীমদ্ভাঃ—১৭ অঃ )

এদিন মৃগয়া কৰিবলৈ গৈ ভূপৰীয়াৰ ভোকে পিয়াহে আশ্ৰমলৈ গৈ শমীক মুনিত আহাৰ-পানী পুনঃ পুনঃ প্ৰাৰ্থনা কৰে। তপস্যাত বাহ্য জ্ঞান ৰহিত মুনিয়ে একো উত্তৰ নিদিয়াত অপমানিত হৈ খঙতে ৰজাই মৰা সাপ এডাল মুনিৰ গলত আৰি দি গুচি গ'ল। শমীকৰ পুত্ৰ শৃঙ্গী মুনিয়ে আশ্ৰমলৈ আহি পিতৃক এনে অৱস্থাত দেখা পাই খঙতে জ্বলি উঠিল। "যাৰ দ্বাৰা এনে ঘৃণিত কাৰ্য্য কৰা হৈছে তাৰ সপ্তাহৰ ভিতৰতে তক্ষকৰ দংশনত মৃত্যু হওঁক"—বুলি শৃঙ্গীয়ে শাপ দিলে।

যথা সময়ত পৰীক্ষিতে এই অভিশাপৰ কথা শুনি মৃত্যুলৈ সাজু হ'ল। মহাত্মা শুকদেৱৰ মুখে হৰি-কথা শুনি শেষ দিনলৈ অপেক্ষা কৰি থাকিল। ছয় দিন পাৰ হ'ল। সাত দিনৰ দিনা ৰজাই ঋষি এজনে দিয়া মনোহৰ ফল এটি কামোৰ মৰা মাত্ৰে

সূতা যেন সাপ এটি ফলৰ পৰা ওলাল আৰু চকুৰ নিমিষতে তক্ষক ৰূপ ধৰি ৰজাক দংশন কৰিলে। ঋষি বাক্য ফলিল। পৰীক্ষিতৰ মৃত্যু হ'ল।

( বিষ্ণু পুঃ ; দেৱী ভাগৱত ২য়—মহাভাৰত আদি—৫০ অঃ )

**পৱন**—উনপঞ্চাশ প্ৰকাৰ মৰুতৰ ( বায়ু ) অধিপতি দেৱতা। দেৱতা সকলৰ ভিতৰত এওঁ অধিক বলশালী। পৱনৰ ঔৰসত অঞ্জনাৰ গৰ্ভত হনুমান আৰু কুন্তীৰ গৰ্ভত ভীমৰ জন্ম হয়।

**পাণিনি**—এজন মুনি। এওঁৰ মাতৃৰ নাম দ্ৰাক্ষা দেৱী। প্ৰথমে পাণিনিয়ে পাটলিপুত্ৰ নগৰৰ বৰ্ষ উপাধ্যায়ৰ ওচৰত অধ্যয়ন কৰে। তাৰ পিছত তপস্যাৰে মহাদেৱক তুষ্ট কৰি ব্যাকৰণশাস্ত্ৰ শিকে আৰু অষ্টাধ্যায়ী ব্যাকৰণ এখনি প্ৰণয়ন কৰে। প্ৰনেতাৰ নাম অনুসৰি এই ব্যাকৰণ "পাণিনি ব্যাকৰণ" নামে প্ৰসিদ্ধ হয়। "ধাতু পাঠ" আৰু "গণ পাঠ" নামে সুবিখ্যাত গ্ৰন্থও পাণিনিয়ে প্ৰণয়ন কৰা বুলি কোনোৱে কয়। সময় আনুমানিক খ্ৰীঃ পূঃ ৫ম শতিকা। জন্ম স্থান ভাৰতৰ উত্তৰ পশ্চিম কোণৰ শালাতুৰ।

**পাণ্ডু**—চন্দ্ৰ বংশীয় এজন ৰজা আৰু পাণ্ডৱ সকলৰ লৌকিক পিতৃ। বিচিত্ৰ বীৰ্য্যৰ পত্নী অম্বালিকাৰ গৰ্ভত ব্যাসদেৱৰ ঔৰসত এওঁৰ জন্ম। ৰমণৰ সময়ত ব্যাসৰ ভয়ঙ্কৰ মূৰ্ত্তি দেখি অম্বালিকা ভয়তে পাণ্ডুবৰ্ণ হৈছিল। সেই বাবে এওঁ পাণ্ডু বৰণীয়া হৈ ওপজে আৰু সেই কাৰণেই তেওঁ পাণ্ডু নামে খ্যাত হয়। বিচিত্ৰ বীৰ্য্যৰ জ্যেষ্ঠ ভ্ৰাতৃ ভীষ্মই এওঁক প্ৰতিপালন কৰে। বৈমাত্ৰেয় জ্যেষ্ঠ ভ্ৰাতৃ ধৃতৰাষ্ট্ৰ জন্মান্ধ থকাত পৈতৃক ৰাজ্য হস্তিনাৰ পাণ্ডু ৰজা হয়। কুন্তি ভোজৰ কন্যা কুন্তী আৰু মদ্ৰৰাজৰ কন্যা মাদ্ৰীক পাণ্ডুৱে বিয়া কৰায়। তিমিন্দম নামে মুনি কুমাৰ এজনে পত্নীৰে সৈতে মৃগৰূপ ধৰি বনত বিহাৰ কৰিছিল। পাণ্ডু ৰজা মৃগয়ালৈ গৈ মৃগ বুলি ভাবি তিমিনন্দক বধ কৰে। নিজে যেনেকৈ সঙ্গমৰ সময়ত মৰিব লগা হ'ল পাণ্ডুকো সেইদৰে স্ত্ৰী সঙ্গম

কৰিলেই মৃত্যু হব বুলি তিমিন্দমে শাপ দিলে। দ্বুগৰাকীকৈ পত্নী থকা সত্ত্বেও স্ত্রী সঙ্গম কৰিব নোৱাৰি পাণ্ডু অপুত্রক হৈয়ে থাকিল। ইয়াৰ প্ৰতিকাৰৰ আন উপায় নেদেখি শেষত পত্নী দ্বুগৰাকীকে আন উপায়ে পুত্র লাভ কৰিবলৈ অনুমতি দিলে। স্বামীৰ আদেশ পাই পাণ্ডু-পত্নী কুন্তী আৰু মাদ্রীয়ে বেলেগ বেলেগ মন্ত্রৰে বেলেগ বেলেগ দেৱতাক আকৰ্ষণ কৰি আনি পাঁচটি পুত্র উৎপাদন কৰে; কিন্তু ব্ৰহ্মশাপৰ কথা পাহৰি এদিন পাণ্ডুৱে মাদ্রীক কামভাৱে আলিঙ্গন কৰা মাত্রে মৃত্যু হ'ল।

( মহাভাৰত—আদি ১১৮ অঃ অম্বালিকা, কুন্তী দ্রষ্টব্য )

**পাৰ্ব্বতী**—মহাদেৱৰ পত্নী। দক্ষ কন্যা সতীয়ে উপযাচি পিতৃ-যজ্ঞলৈ গৈ পতিনিন্দা শুনি প্ৰাণ ত্যাগ কৰিলে। তাৰ পিছত পৰ্ব্বত-ৰাজ হিমালয়ৰ গৃহত মেনকাৰ গৰ্ভত আকৌ জন্ম গ্রহণ কৰে। পৰ্ব্বত ৰজাৰ কন্যা বুলি তেওঁৰ নাম “পাৰ্ব্বতী” হয়।

( দক্ষ দ্রষ্টব্য )

**পুণ্ডৰীক**—কুৰুক্ষেত্ৰবাসী এজন ব্ৰাহ্মণ। এওঁ সুবিখ্যাত অম্বৰীষ ৰজাৰ বন্ধু। জীৱনৰ প্ৰথম খণ্ডত পুণ্ডৰীক উচ্ছৃঙ্খল প্ৰকৃতিৰ আছিল। বন্ধু অম্বৰীষৰ লগত নানা ঠাইত ঘুৰি-পাকি আৰু ঋষি মুনি সকলৰ ক্রিয়া-কৰ্ম্ম দেখি তেওঁ ধৰ্ম্মমাৰ্গ আশ্ৰয় কৰে। তাৰ পিছত নীলাচলত তপস্যা কৰি বিষ্ণুৰ কৃপাত মুক্তি লাভ কৰে।

**পুৰঞ্জয়**—এজন সূৰ্য্যবংশীয় ৰজা। দেৱতাবিলাক যুদ্ধত অসুৰৰ হাতত পৰাজিত হৈ বিষ্ণুৰ পৰামৰ্শ মতে মহাৰাজ পুৰঞ্জয়ৰ সহায় প্ৰাৰ্থনা কৰিলে। ৰজাই দেৱৰাজ ইন্দ্ৰক ষাঁড় গৰুৰ ৰূপ ধৰিবলৈ কলে। ইন্দ্ৰই লাজ কৰা দেখি দেৱতা বিলাকে অনুৰোধ কৰাত উপায় নাপাই ইন্দ্ৰই ষাঁড় ৰূপ ধৰিলে। সেই ষাঁড়ৰ “ককুৎ” অৰ্থাৎ চুটত উঠি যুদ্ধ কৰাত অসুৰ বোৰ পৰাজিত হ'ল। তেতিয়াৰ পৰা পুৰঞ্জয়ৰ নাম “ককুৎস্থ” আৰু তেওঁৰ বংশ “কাকুৎস্থ” নামে বিখ্যাত হ'ল।

( বিষ্ণুপুৰাণ ) ককুৎস্থ শব্দৰ আন ব্যাখ্যাও আছে।

**পুৰন্দৰ**—দেৱৰাজ ইন্দ্ৰৰ আন এটা নাম। এওঁ সহজতে শত্ৰুৰ পুৰী অধিকাৰ কৰিব পাৰিছিল—এই বাবে "পুৰন্দৰ" নাম হয়।

**পুৰু**—চন্দ্ৰ বংশীয় এজন ৰজা। মহাৰাজ যযাতিৰ ঔৰসত শৰ্মিষ্ঠাৰ গৰ্ভত এওঁৰ জন্ম হয়। শুক্ৰাচাৰ্য্যৰ শাপত যযাতি অকালতে জৰাগ্ৰস্ত হৈ পুত্ৰ বিলাকক নিজৰ জৰাগ্ৰহণ কৰিবলৈ অনুৰোধ কৰিলে। ডাঙৰ কেইজন পুত্ৰ সন্মত নহল কিন্তু সৰুলীয়া পুত্ৰ পুৰুৱে আনন্দমনে পিতৃৰ জৰা গ্ৰহণ কৰি নিজৰ যৌৱন পিতৃক দান কৰিলে। মহাৰাজ যযাতিয়ে পুৰুৰ যৌৱনেৰে বহুকাল সাংসাৰিক সুখ ভোগ কৰি পুৰুৰ যৌৱন আকৌ পুৰুকে ফিৰাই দি নিজৰ জৰা গ্ৰহণ কৰিলে। তাৰ পিছত এই আদৰ্শ পিতৃ ভক্তিৰ কাৰাণ ডাঙৰ ভায়েকবোৰক বঞ্চিত কৰি নিজৰ ৰাজ্য পুৰুক দান কৰিলে। (মহাভাঃ—আদি ৭৫ হৰি বংশ)

**পুৰুকুৎস**—মহাৰাজ মান্ধাতাৰ পুত্ৰ। এওঁৰ মাতৃৰ নাম ইন্দুমতী, জ্যেষ্ঠ ভ্ৰাতৃৰ নাম মুচুকুন্দ। নৰ্ম্মদা নদীৰ উত্তৰ পাৰত পুৰুকুৎসৰ ৰাজ্য আছিল। তেওঁৰ পত্নীয়েই ঋষিৰ শাপত নৰ্ম্মদা নদীত পৰিণত হয়। নৰ্ম্মদাৰ গৰ্ভত ৰজাৰ ত্ৰসদস্যু নামে পুত্ৰ এটি ওপজে। পত্নীৰ অনুৰোধত পুৰুকুৎস পাতাললৈ গৈ ভালেমান গন্ধৰ্ব্ব বধ কৰিছিল। সৌভৰি মুনিয়ে নৰ্ম্মদাৰ পঞ্চাশ জনী ভনীয়েকক বিয়া কৰাই ছিল। (হৰিবংশ)

**পুৰূৰবা**—চন্দ্ৰ বংশীয় এজন ৰজা। চন্দ্ৰৰ পুত্ৰ বুধৰ ঔৰসত ইলাৰ গৰ্ভত এওঁৰ জন্ম। পুৰূৰবাই এশ অশ্বমেধ যজ্ঞ কৰিছিল আৰু দেৱৰাজ ইন্দ্ৰৰ পৰম বন্ধু হৈছিল। দেৱতা আৰু অসুৰৰ যুদ্ধত তেওঁ দেৱতা বিলাকক সহায় কৰিছিল। স্বৰ্গৰ উৰ্ব্বশী অপ্সৰাক এওঁ কিছুকাল পত্নীৰূপে পায় আৰু উৰ্ব্বশীৰ গৰ্ভত আয়ু প্ৰভৃতি ছয়টি পুত্ৰ লাভ কৰে। (মহাভাৰতঃ বন, উৰ্ব্বশী দ্ৰষ্টব্য)

**পুৰোচন**—দুৰ্য্যোধনৰ এজন যবন মন্ত্ৰী। পাণ্ডৱসকলক পুৰি মাৰাৰ উদ্দেশ্যে দুৰ্য্যোধনে এওঁক পঠিয়াই ৰাৱণাবতত জতুগৃহ সজাইছিল।

ঘৰ সজা হোৱাত পাণ্ডৱবিলাক গৈ তাত বাস কৰিলে; কিন্তু জতুগৃহত জুই লগাত বিদুৰৰ সঙ্কেতমতে পাণ্ডৱ সাৰি গ'ল। পুৰোচন পুৰি মৰিল। (মহাভাৰত আদি—১৪৫ অঃ)

**পুলস্ত্য**—এজন ঋষি। ব্ৰহ্মাৰ মানস পুত্ৰ আৰু সুপ্ৰসিদ্ধ সপ্তৰ্ষি-মণ্ডলীৰ এজন। সুমেৰু পৰ্ব্বতৰ কাষত তৃণবিন্দু মুনিৰ আশ্ৰমৰ ওচৰত থাকি পুলস্ত্যই তপস্যা কৰিছিল। অপ্সৰা আৰু ঋষি কন্যা সকল লগ হৈ আশ্ৰমৰ ওচৰত সদায় গীত-বাদ্য কৰি নাচি-বাগি হাহাকাৰ লগাই থকাৰ কাৰণে পুলস্ত্যৰ জপ-তপৰ ব্যাঘাত হবলৈ ধৰিলে। তেওঁ বিৰক্ত হৈ "তপস্যাৰ বিঘ্ন কাৰিনী যি ছোৱালীয়ে মোৰ চকুত পৰিব তাই তত্তালিকে গৰ্ভৱতী হব—" এনেদৰে পুলস্ত্যই অভিশাপ দিলে। ভাগ্যক্ৰমে তৃণবিন্দুৰ কন্যা "হবির্ভূ" নাচি-বাগি অহা মুনিৰ চকুত পৰিল আৰু অভিশাপ অনুসৰি তেতিয়াই গৰ্ভৱতী হ'ল। এই দুৰ্ঘটনাৰ বাবে তৃণবিন্দুৱে ৰবকৈ অনুৰোধ কৰি পুলস্ত্যৰ লগত হবির্ভূক বিয়া দিলে। হবির্ভূৰ গৰ্ভত পুলস্ত্যৰ "বিশ্ৰবা" নামে পুত্ৰৰ জন্ম হ'ল। এই বিশ্ৰৱাই কুবেৰ আৰু লঙ্কেশ্বৰ ৰাৱনৰ পিতৃ। (ৰামায়ণ—উত্তৰ)

**পুলহ**—এজন ঋষি। সুপ্ৰসিদ্ধ সপ্তৰ্ষিৰ ভিতৰত এজন। এওঁ ব্ৰহ্মাৰ মানস পুত্ৰ। পুলহৰ পত্নীৰ নাম "গতি"। গতিৰ গৰ্ভত এওঁৰ কৰ্ম্মশ্ৰেষ্ঠ, বৰীমান আৰু সহিষ্ণু নামে তিনটি পুত্ৰ ওপজে। অন্যমতে পুলহৰ পত্নীৰ নাম "ক্ষমা" আৰু পুত্ৰৰ নাম কৰ্দ্দম, অৰ্ব্বৰীজ আৰু সহিষ্ণু।

(শ্ৰীমদ্ভাগৱত)

**পুলোমা**—১। এজন ঋষি। এওঁ কাশ্যপ মুনিৰ পুত্ৰ আৰু ইন্দ্ৰৰ পত্নী শচী দেবীৰ পিতা। ৰাৱণে স্বৰ্গ জয় কৰা সময়ত ৰাৱণৰ পুত্ৰ মেঘনাদৰ হাতত পৰাজিত শচী-পুত্ৰ জয়ন্তক মৰমতে মাতামহ পুলোমাই পলুৱাই নিছিল। কামুক ইন্দ্ৰই তেওঁৰ আন এজনী কন্যাক বলাৎকাৰ কৰাৰ কাৰণে পুলোমাই ইন্দ্ৰক অভিশাপ দিয়ে

আৰু সেই শাপ বিমোচনৰ অৰ্থে ইন্দ্ৰই পুলোমাক বধ কৰে। মতান্তৰত পুলোমা দানবৰ ৰজা বুলি উল্লেখিত আছে।

২। দৈত্যৰাজ বৈশ্বানৰৰ কন্যা আৰু ভৃগু মুনিৰ ভাৰ্য্যা। ইতিপূৰ্ব্বে পুলোমা নামে ৰাক্ষস এজনে এওঁক পত্নীৰূপে পাবলৈ মনে মনে অভিলাষ কৰিছিল কিন্তু বৈশ্বানৰে ভৃগুমুণিক কন্যা সম্প্ৰদান কৰি পেলোৱাত পুলোমাৰাক্ষসৰ অভিলাষ পুৰণ নহয়। এওঁক গৰ্ভৱতী অৱস্থাত আশ্ৰমত অকলশৰে থকা দেখা পাই পুলোমা ৰাক্ষসে ভৃগুপত্নীক হৰণ কৰে। পুলোমাই আৰ্ত্তনাদ কৰি কান্দোতে পুত্ৰ এটি ওপজে আৰু সেই শিশুপুত্ৰই মাকৰ উদ্ধাৰৰ কাৰণে ব্ৰহ্মতেজেৰে ৰাক্ষসক ভস্মীভূত কৰি পেলায়। দুৰ্ঘটনাৰ কাৰণে মাতৃ গৰ্ভচ্যুত হয়। এই বাবে সেই শিশুৰ নাম "চ্যৱন" হয়। ( মহাভাৰত ৫ অঃ—চ্যৱণ দ্ৰষ্টব্য )

**পুষ্কৰ**—১। জল দেৱতা বৰুণৰ পুত্ৰ।

২। এজন নাগ।

৩। পুণ্যশ্লোক নল ৰজাৰ ভায়েক। নলক কলিয়ে আক্ৰমণ কৰাত ভায়েক পুষ্কৰৰ লগত পাশা খেলত পৰাজিত হৈ ৰাজ্য এৰি বনলৈ যায়। সেই সময়ত পুষ্কৰেই নিষধ দেশত ৰজা হয়। কিছুকাল পিছত নল কলিমুক্ত হোৱাত পুৰষ্কৰক খেলত হৰুৱাই আকৌ নিজ ৰাজ্য অধিকাৰ কৰে। (নল দ্ৰষ্টব্য)

**পুষ্পদন্ত**—এজন গন্ধৰ্ব্ব। এওঁৰ শিৱৰ অনুচৰ আৰু পাৰ্ব্বতীৰ সহচৰী "জয়াৰ" স্বামী। শিৱ পাৰ্ব্বতীৰ গুপ্ত কথা বতৰাত কাণ দিয়াৰ কাৰণে পুষ্পদন্তৰ শিৱলোকৰ পৰা পতন হৈছিল। আকৌ শিৱৰ নিৰ্ম্মালি গচকাৰ ফলত তেওঁ খেচৰত্বৰ পৰা বঞ্চিত হৈছিল; কিন্তু "মহিম্নস্তৱ" নামে সুবিখ্যাত স্তৱেৰে শিৱক স্তুতি কৰি পুষ্প দন্ত আকৌ আশুতোষৰ সহচৰ হয়।

**পুতনা**—এজনী দানৱী। তাই বকাসুৰৰ ভনীয়েক। মথুৰাৰ ৰজা কংসই কৃষ্ণক বধ কৰিবলৈ পুতনাক ব্ৰজপুৰলৈ পঠিয়াইছিল।

তাই বিষযুক্ত স্তন শিশু কৃষ্ণক খাবলৈ দিয়াত স্তন চুপি কৃষ্ণই পুতনাক বধ কৰে। (শ্ৰীমদ্ভাগৱত ১০ম—হৰিবংশ)

**পৃথু**—এজন ৰজা। ভাগৱতৰ মতে অত্যাচাৰী অপুত্ৰক বেন ৰজাৰ মৃত দেহৰ হাত দুখনি বামুণ বিলাকে মন্থন কৰোতে পৃথুৰাজ আৰু তেওঁৰ পত্নী অৰ্চি উৎপত্তি হয়। এওঁ মৰ্ত্ত্য লোকৰ সৰ্ব্ব প্ৰথম ৰজা। পৃথু ৰজাই এশ অশ্বমেধ যজ্ঞ আৰু লোকৰ হিতৰ অৰ্থে গো-ৰূপা ধৰিত্ৰীক দোহন কৰিছিল। পৃথু ৰজাৰ নাম অনুসাৰেই ধৰিত্ৰীৰ নাম "পৃথ্বী" হয়।

পৃথিবীৰ কথামতে পৃথুৱে ধনুৰ আগেৰে পৃথিৱীৰ শৰীৰৰ পৰ্ব্বত সমূহ ঠায়ে ঠায়ে লগ কৰি থলে। এই কাৰ্য্যৰ দ্বাৰা পৃথিৱী সমতল আৰু শস্যময়ী হ'ল। তেতিয়া কুবেৰে স্বৰ্ণময় আসন, বৰুণে শুক্ল ছত্ৰ, বায়ুৱে বিচনী, ব্ৰহ্মাই বেদময় কবচ, হৰিয়ে সুদৰ্শন চক্ৰ, লক্ষ্মীয়ে অন্নময়ী সম্পত্তি, ৰুদ্ৰই অসি, অগ্নিয়ে ছাগলী, সূৰ্য্যই ৰশ্মিময় বাণ আৰু ভুমিয়ে যোগময়ী পাদুকা পৃথুক দান কৰিলে।

—পৃথুৱে এশ অশ্বমেধ যজ্ঞ কৰিছিল। কিন্তু ইন্দ্ৰই যজ্ঞীয় অশ্ব অপহৰণ কৰি শেষ যজ্ঞটি সমাপ্ত হবলৈ নিদিলে। তেওঁ সনৎকুমাৰক আৰাধনা কৰি ব্ৰহ্মজ্ঞান লাভ কৰে আৰু যথা সময়ত সদ্গতি লাভ কৰে। (হৰিবংশ ৫।৬)

**পৌণ্ড্ৰক**—ৰুৰুষ নামে দেশৰ ৰজা। অসুৰ-ৰজা নৰক, জৰাসন্ধ প্ৰভৃতি এওঁৰ পৰম বন্ধু আছিল। কৃষ্ণই নৰকক বধ কৰাত তাৰ প্ৰতিশোধ লোৱাৰ কাৰণে কৃষ্ণৰ অনুপস্থিতিত পৌণ্ড্ৰকে এদিন ৰাতি কৃষ্ণৰ দ্বাৰকা পুৰী অৱৰোধ কৰিছিল। ৰাতিপুৱা কৃষ্ণ আহি পাই পৌণ্ড্ৰক বধ কৰি তেওঁৰ সৈন্য-সামন্তবোৰ খেদি পেলায়। (হৰিবংশ—২৯১ অঃ)

**প্ৰচেতা**—প্ৰজাপতি ব্ৰহ্মাই বেদ-বেদাঙ্গবিৎ যি যোল জন পুত্ৰ জন্ম দিয়ে তাৰ ভিতৰত প্ৰচেতাও এজন। বাকী বিলাকৰ নাম অত্ৰি,

পুলস্ত, পুলহ, মৰীচি, ভৃগু, অঙ্গিৰা, ক্রতু, বশিষ্ঠ, বোঢ় কপিল, আসুৰী, কবি, শঙ্কু, শঙ্খ আৰু পঞ্চ শিখ। প্রাচীনবৰ্হি ৰজাৰ দশপুত্ৰকো প্রচেতা বা দশপ্রচেতা বোলে। এই লেখত প্রচেতা দহজন। (ব্রহ্মবৈবর্ত্ত—শ্রীকৃষ্ণ খ: ৩২ অ: )

**প্রতর্দন**—কাশী ৰাজ্যৰ ৰজা। (গালৱ দ্রষ্টব্য)

**প্রতিবন্ধ্য**—দ্ৰৌপদীৰ গৰ্ভত ওপজা যুধিষ্ঠিৰৰ পুত্ৰ। এওঁ কুৰুক্ষেত্ৰ যুদ্ধত বীৰত্বৰে যুঁজি কৌৰৱৰ বহু সৈন্য বধ কৰিছিল। যুদ্ধৰ শেহৰ ফালে এদিন ৰাতি শিবিৰত শুই থকা অৱস্থাত দুৰ্য্যোধনৰ সেনাপতি অশ্বত্থামাই প্রতিবিন্ধ্যক বধ কৰে। (মহাভাৰত)

**প্রতীপ**—মহাৰাজ শান্তনুৰ পিতৃ। ( শান্তনু দ্রষ্টব্য )

**প্রদ্যুম্ন**—ৰুক্মিনীৰ গৰ্ভত ওপজা শ্রীকৃষ্ণৰ পুত্ৰ। জন্মৰ ছয় দিনৰ দিনা এওঁক শম্বৰ নামে দৈত্যই হৰণ কৰি নি সাগৰত পেলাই দিয়ে আৰু মাছ এটাই গিলি পেলায়। সেই মাছটি আকৌ মছুৱাই ধৰি শম্বৰৰ ঘৰত দিয়ে। মায়াৱতী নামে কন্যা এজনীয়ে আসুৰিক মায়াৰ প্ৰভাৱত মাছৰ পেটৰ পৰা গোপনে উলিয়াই নি প্রদ্যুম্নক ডাঙৰ দীঘল কৰে আৰু মায়া বিদ্যা শিকায়। এই বিদ্যাৰ প্ৰভাৱত প্রদ্যুম্নই নিজৰ সকলো কথা জানি যথা সময়ত শম্বৰ দৈত্যক বধ কৰি মায়াবতীৰে সৈতে দ্বাৰকালৈ গুচি যায়। ৰুক্মিনী আৰু কৃষ্ণই প্রদ্যুম্নক সাদৰে গ্রহণ কৰি মায়াৱতীৰে সৈতে বিয়া দিয়ে। ইয়াৰ পিছত প্রদ্যুম্ন এদিন মোমায়েক ৰুক্মৰ কন্যা বৈদৰ্ভীৰ স্বয়ংবৰলৈ যোৱাত বৈদৰ্ভীয়ে তেওঁক মালা দি স্বামী বৰণ কৰে। বৈদৰ্ভীৰ গৰ্ভত তেওঁৰ অনিৰুদ্ধ নামে পুত্ৰৰ জন্ম হয়। বজ্ৰ অসুৰৰ কন্যা প্ৰভাৱতী নামে এওঁৰ আৰু এগৰাকী পত্নী আছিল। প্রদ্যুম্ন শম্বৰ দৈত্যৰ ঘৰত থাকি অহাৰ কাৰণে দ্বাৰকাৰ লোকে তেওঁক শাম্বও বুলিছিল। শাম্ব অসাধাৰণ বীৰ আছিল আৰু পিতৃৰে সৈতে অসংখ্য যুদ্ধত যোগ দিছিল। হৰৰ কোপত

ভস্মীভূত হোৱা কামদেৱেই প্ৰদ্যুম্নৰূপে ওপজা বুলি উল্লেখিত হয়। মায়াৱতীয়েই কামদেৱ পত্নী ৰতি। (হৰিবংশ ১৬২।১৬৪ অ)

**প্ৰধা**—প্ৰজাপতিৰ দক্ষৰ কন্যা আৰু কশ্যপ মুনিৰ পত্নী। এওঁৰ গৰ্ভত-গন্ধৰ্ব আৰু অপ্সৰাবোৰৰ জন্ম হয়।

(মহাভাঃ আদি, বন—হৰিবংশ)

**প্ৰবৰ**—এজন ব্ৰাহ্মণ। এওঁ ব্ৰহ্মাক তপস্যাৰে তুষ্ট কৰি সকলোৰে অবধ্য হয়। দেৱৰাজ ইন্দ্ৰৰ পৰম বান্ধৱ স্বৰূপে এওঁ স্বৰ্গত বাস কৰে আৰু শ্ৰীকৃষ্ণই পাৰিজাত হৰণ কৰিবলৈ স্বৰ্গলৈ যোৱাত প্ৰবৰ ইন্দ্ৰৰ পক্ষ হৈ যাদৱ বীৰ সাত্যকীৰে সৈতে যুদ্ধ কৰে। তাৰ পিছত সাত্যকীক পৰাজিত কৰি কৃষ্ণৰ ৰথৰপৰা পাৰিজাত কাঢ়ি আনিব খোজাত গৰুড়ে পাখিৰে কোবাই প্ৰবৰক মূৰ্চ্ছিত কৰে। তেতিয়া ইন্দ্ৰৰ পুত্ৰ জয়ন্তই তেওঁক নিজৰ ৰথত তুলি সুস্থ কৰে।

**প্ৰভাৱতী**—বজ্ৰ নামে অসুৰ এজনৰ কন্যা। তেওঁ সখীয়েকবোৰৰ মুখত কৃষ্ণৰ পুত্ৰ প্ৰদ্যুম্নৰ ৰূপ গুণৰ কথা শুনি মনে মনে অনুৰাগিনী হৈ আছিল। পাছত দৈবক্ৰমে প্ৰদ্যুম্ন এদিন বজ্ৰ পুৰলৈ যোৱাত সখীয়েকহঁতৰ যত্নত প্ৰভাৱতী আৰু প্ৰদ্যুম্নৰ গন্ধৰ্ব্ব মতে বিয়া হয় আৰু প্ৰদ্যুম্ন তাতে কিছুদিন থাকে। প্ৰভাৱতীৰ পুত্ৰ সন্তান এটি জন্ম হোৱাত অসুৰবিলাকে প্ৰদ্যুম্নক বধ কৰিবলৈ ওলাল। তেতিয়া প্ৰভাৱতীৰ অনুমতি লৈ প্ৰদ্যুম্নই সমস্ত অসুৰকে বধ কৰিলে আৰু প্ৰভাৱতীৰ পুত্ৰক বজ্ৰপুৰৰ ৰজা পাতি থৈ দ্বাৰকালৈ আহিল। (হৰিবংশ—প্ৰদ্যুম্ন দ্ৰষ্টব্য)

**প্ৰমদ্বৰা**—ৰুৰু মুনিৰ ভাৰ্য্যা। গন্ধৰ্ব্ব ৰাজ বিশ্বাবসুৰ ঔৰসত মেনকা অপ্সৰাৰ গৰ্ভত এওঁৰ জন্ম হয় আৰু স্থূলকেশ নামে মুনিয়ে প্ৰমদ্বৰাক প্ৰতি পালন কৰে। সময়ত স্থূলকেশৰ পুত্ৰ ৰুৰুৰ লগত প্ৰমদ্বৰৰ বিয়াৰ ঠিক হয়। কিন্তু সেই সময়তে সৰ্প দংশনত প্ৰমদ্বৰাৰ মৃত্যু হোৱাত শোকতে ৰুৰু বনে বনে ঘূৰি ফুৰিবলৈ

ধৰিলে। শেহত দৈববাণী শুনি ৰুৰুয়ে নিজৰ আয়ুৰ আধা দান কৰাত প্ৰমদ্বৰাই জীৱন পালে আৰু দুয়োৰো বিয়া হয়। ৰুৰুৰ ঔৰসত প্ৰমদ্বৰাৰ গৰ্ভত শুনকমুনিৰ জন্ম হয়।

( স্কন্দ পুঃ—নাগৰখণ্ড—মহাভাৰত।আদি ৮ )

**প্ৰলম্ব**—এজন দানৱ। শ্ৰীকৃষ্ণই গোপ বালকৰ লগত ৰং ধেমালি কৰি মাল যুঁজি থকাত বন্দৱস্ত কৰিছিল—যেয়ে হাৰিব সেয়ে জিকাজনক কান্ধত তুলি দূৰনিলৈ লৈ যাব লাগিব বুলি। এই সুবিধাতে প্ৰলম্বই গোপ বালক ৰূপ ধৰি বলদেৱৰ লগত হাৰে আৰু বধ কৰিবৰ মনেৰে দূৰনিলৈ কান্ধত তুলি লৈ যায়। বলদেৱে প্ৰলম্বক চিনি পাই এনে গধুৰ হৈ পৰিল যে দানৱে কান্ধৰপৰা পেলাইদি নিজৰূপে বলদেৱক আক্ৰমণ কৰিলে; কিন্তু বলদেৱৰ হাতত তাৰ মৃত্যু ঘটিল। ( শ্ৰীমদ্ভাঃ ১০ম )

**প্ৰসূতি**—দক্ষ প্ৰজাপতিৰ পত্নী। স্বায়ম্ভুৱ মনুৰ ঔৰসত তেওঁৰ পত্নী শতৰূপাৰ গৰ্ভত এওঁৰ জন্ম। প্ৰসূতিক বিয়া কৰাই প্ৰজা সৃষ্টি কৰিবলৈ দক্ষক ব্ৰহ্মাই আদেশ কৰে। শিৱ পত্নী সতী এওঁলোকৰে কন্যা। দক্ষৰ শিৱহীন যজ্ঞত পতি নিন্দা শুনি সতীয়ে প্ৰাণত্যাগ কৰাত শিৱৰ অনুচৰবোৰে দক্ষৰ মূৰ ছিণ্ডি যজ্ঞৰ জুইত পুৰি পেলায়। প্ৰসূতিৰ অনুৰোধত শিৱেই দক্ষক ছাগলী মূৰা কৰি জীয়াই দিয়ে।

মতান্তৰত দেখা যায়—ব্ৰহ্মাৰ কনিষ্ঠ আঙুলিৰ পৰা এওঁৰ জন্ম হয় আৰু তেওঁৰ অন্য নাম অসিক্লী। দক্ষপত্নী প্ৰসূতি আৰু অসিক্লীৰ জন্ম সম্বন্ধে বেলেগ বেলেগ পুৰাণত ভিন্ ভিন্ মত দেখা যায়।

( হৰিবংশ—মহাভাৰত—শ্ৰীমদ্ভাগৱত, গৰুড় পুঃ, কালিকা পুঃ )

**প্ৰহ্লাদ**—দৈত্যৰাজ হিৰণ্যকশিপুৰ পুত্ৰ। এওঁৰ মাতৃৰ নাম "কয়াধু"। প্ৰহ্লাদ শিশু কালৰে পৰা হৰি-ভক্ত আছিল। কিন্তু হিৰণ্যকশিপু আছিল বিষ্ণুদ্বেষী। দৈত্য ৰজাই পোনতে শিকাই

বুজাই নানা প্ৰকাৰ চেষ্টা কৰিলে ; কিন্তু কোনোমতে প্ৰহ্লাদক নিজৰ মতলৈ আনিব নোৱাৰি পাছলৈ শাসন কৰিব ধৰিলে। তথাপিতো পুত্ৰৰ মন সুঘুৰা দেখি শেহত বধ কৰাৰ অৰ্থে ডিঙিত কাটিলে, হাতীৰে গছকালে, জুইত পেলালে, সাগৰত ডুবালে; পৰ্ব্বতৰ পৰা পেলালে, বিহ খুৱালে, কিন্তু একোতে প্ৰহ্লাদৰ মৃত্যু নহল। তেতিয়া দৈত্যৰাজে পুত্ৰক কোনে ৰক্ষা কৰে সোধাত—"হৰিয়ে ৰক্ষা কৰে" বুলি প্ৰহ্লাদে জনালে। হৰিৰ থকা ঠাই ক'ত বুলি সোধাত সকলোতে থাকে বুলি কলে। ৰাজ সভাৰ স্ফটিক স্তম্ভটোত আছে নে বুলি সোধাত প্ৰহ্লাদে তাতো থকা বুলি জনালে। তেতিয়া হিৰণ্যকশিপুৱে স্তম্ভটোত ভুকু মাৰি দিয়াত তাৰ পৰা ভীষণ নৰসিংহ মূৰ্ত্তি আৱিৰ্ভাৱ হৈ হিৰণ্য-কশিপুক বধ কৰিলে। ইয়াৰ পাছত প্ৰহ্লাদ ৰজা হৈ বহুকাল প্ৰজা পালন কৰিলে। এওঁৰ পুত্ৰ বিৰোচন।

( নৰসিংহ দ্ৰষ্টব্য—শ্ৰীমদ্ভাগৱত—হৰিবংশ ৩০।৩৯ )

**প্ৰিয়ব্ৰত**—এওঁ স্বায়ম্ভুৱ মনুৰ জ্যেষ্ঠ পুত্ৰ। কৰ্দ্দম মুনিৰ কন্যা কাম্যাৰে সৈতে এওঁৰ বিয়া হয়। কাম্যাৰ গৰ্ভত প্ৰিয়ব্ৰতৰ দুজনী কন্যা আৰু দহোটি পুত্ৰৰ জন্ম হয়। সুবিখ্যাত হৰিভক্ত ধ্ৰুৱৰ পিতৃ উত্তানপাদ ৰজা, প্ৰিয়ব্ৰতৰ ভায়েক আছিল।

( শ্ৰীমদ্ভাগৱত—বিষ্ণু পুঃ—লিঙ্গপুঃ )

## ব

**বক**—১। এজন দৈত্য। মথুৰাৰ ৰজা কংসই কৃষ্ণক বধ কৰিবলৈ পঠিয়োৱাত সি পক্ষী ৰূপ ধাৰণ কৰি ব্ৰজ পুৰলৈ গৈছিল আৰু কৃষ্ণক গিলিবলৈ মুখ মেলি যোৱাত তাক ঠোঁটত ধৰি ফালি কৃষ্ণই বধ কৰে। ( শ্ৰীমদ্ভাগৱত।১০ম )

১। এজন ৰাক্ষস। সি একচক্ৰা নামে গাঁও এখনিৰ ওচৰৰ বনত আছিল, আৰু গাওঁবাসীক নানাৰূপে অত্যাচাৰ কৰিছিল। প্ৰতি দিনে নানা তৰহৰ বয় বস্তুৰে ভোজ এটা আৰু তাৰ লগতে মানুহ এজন বক ৰাক্ষসক দিয়াৰ বন্দৱস্ত কৰি গাঁৱৰ মানুহে অত্যাচাৰৰ হাত এৰাইছিল। বাৰণাবত নগৰৰ জতুগৃহৰ পৰা পলাই পাণ্ডৱ বিলাক লুকাই ফুৰা সময়ত এদিন একচক্ৰা গাঁৱৰ মানুহ এঘৰৰ তাত আলহী সোমাই শুনিলে সেই ঘৰৰে সিদিনা বকক ভোজ আৰু মানুহ দিয়াৰ পাল পৰিছে। ঘৰখনৰ পিতৃ, মাতৃ আৰু পুত্ৰৰ ভিতৰত কোন জন ভোজৰ লগত যাব তাৰ বাবে তৰ্ক-বিতৰ্ক লাগিছে। সকলো কথাকে শুনি পাণ্ডৱ-জননী কুন্তী দেবীয়ে গৃহস্থক কোনো মতে সন্মত কৰি ভোজৰ লগত নিজৰ পুত্ৰ ভীমকে পঠিয়াই দিলে। আগৰ নিয়মে নিৰ্দ্দিষ্ট ঠাইলৈ ভোজ খাবলৈ আহোতে ভীমে বক ৰাক্ষসক বধ কৰি একচক্ৰা গাৱঁৰ বিপদ দূৰ কৰিলে। ( মহাভাৰত আদি )

৩। এজন দীৰ্ঘায়ু যুক্ত ঋষি। দেৱৰাজ ইন্দ্ৰৰ আগত তেওঁ দীৰ্ঘায়ু লোকৰ সুখ-দুখৰ সম্বন্ধে এনেদৰে কৈছিল—"সাধু আত্মীয় স্বজনৰ সঙ্গত ঘৰতে থাকি নিজৰ উপাৰ্জনেৰে দিনটোত এসাজ মাত্ৰ শাক ভাত খাই দীৰ্ঘায়ু লাভ কৰা সাৰ্থক। আত্মীয় বিনাশ দেখি, সহায়-সম্বলহীন হৈ অসাধুৰ সঙ্গত লোকৰ ঘৰত থাকি—অনাদৰত সুখাদ্য ভোজন কৰি দীৰ্ঘদিন জীয়াই থকা মহাদুখৰ কাৰণ।" ( মহাভা: বন ১৯৩ অ: )

**বজ্ৰ**—যদু বংশৰ এজন ৰজা। কৃষ্ণৰ নাতি। যদু বংশ ধ্বংস হৈ যোৱাৰ পাছত অৰ্জ্জুনে বজ্ৰক ইন্দ্ৰ প্ৰস্থৰ ৰজা পাতে।

( শ্ৰীমদ্ভাগৱত ১০—৯০ অ: )

**বজ্ৰনাভ**—এজন অসুৰ। ব্ৰহ্মাৰ বৰৰ প্ৰভাৱত বজ্ৰনাভ অসুৰ, দেৱতাৰো অবধ্য হয় আৰু বজ্ৰপুৰী নামে এখনি অভেদ্য-পুৰী নিৰ্ম্মাণ কৰি তাতে থাকি সকলোকে অত্যাচাৰ কৰিবলৈ ধৰে।

সি পাছলৈ ইন্দ্ৰকো স্বৰ্গ ৰাজ্য এৰি দিবলৈ কলে। ইন্দ্ৰৰ মুখত এই কথা শুনি শ্ৰীকৃষ্ণই তেওঁৰ পুত্ৰ প্ৰদ্যুম্নক বজ্ৰনাভক বধ কৰিবলৈ পঠিয়াই দিয়ে। প্ৰদ্যুম্নই লগৰীয়াবোৰে সৈতে গোপন ভাৱে গৈ বজ্ৰনাভৰ পুৰীত সোমায়; কিন্তু প্ৰণয়ত আসক্ত হৈ বজ্ৰনাভৰ কন্যা প্ৰভাৱতীক গন্ধৰ্ব্ব মতে বিয়া কৰাই তাতে থাকিবলৈ ধৰিলে। তেওঁৰ লগৰীয়াবোৰেও আন আন অসুৰ-কন্যাক বিয়া কৰাই ব্ৰজনাভ পুৰীত থাকিল। এই কথা জনাজানি হোৱাত আটাইবোৰ অসুৰ খঙতে জ্বলি উঠিল আৰু প্ৰদ্যুম্নৰে সৈতে আটাইবোৰ যাদবক বধ কৰিবলৈ ওলাল। তেতিয়া প্ৰদ্যুম্নৰে সৈতে অসুৰবোৰৰ যুদ্ধ লাগিল আৰু যাদব-বোৰে সমস্ত অসুৰকে বিনাশ কৰি পেলালে।

( হৰিবংশ ১৪৯—১৫৮ অ: )

**বৎসৰাজ**—চন্দ্ৰবংশীয় এজন ৰজা। এওঁৰ পিতৃৰ নাম শতানীক। বৎসৰাজৰ আন এটা নাম উদয়ন। কৌশম্বী নগৰ তেওঁৰ ৰাজধানী আছিল। বাসবদত্তা নামে পত্নীৰ গৰ্ভত বৎসৰাজৰ নৰবাহন নামে পুত্ৰ ওপজে। ( মহাভাৰত বিৰাট )

**বৎসাসুৰ**—এজন অসুৰ। এই অসুৰ কংস ৰাজৰ অনুচৰ আছিল। কৃষ্ণক বধ কৰিবলৈ কংসই আদেশ কৰাত বৎসাসুৰে দামুৰি ৰূপ ধৰি কৃষ্ণৰ গৰুবোৰৰ মাজত সোমায় আৰু সুবিধা বিচাৰি থাকে। কিন্তু আকৃতি-প্ৰকৃতিতে চিনি পাই কৃষ্ণইহে বৎসাসুৰক বধ কৰে। ( শ্ৰীমদ্ভাগৱত ১০ম )

**বভ্ৰুবাহন**—মণিপুৰৰ ৰজা। তৃতীয় পাণ্ডৱ অৰ্জ্জুন অকলে বনবাস কৰা সময়ত মণিপুৰৰ ৰাজকন্যা চিত্ৰাঙ্গদাৰ তেওঁ প্ৰণয়াসক্ত হয়। সন্তান সন্ততি মণিপুৰতে এৰি যাব লাগিব বুলি কথা বান্ধি ৰাজকন্যা চিত্ৰাঙ্গদাক ৰজাই অৰ্জ্জুনত বিয়া দিয়ে। যথা সময়ত বভ্ৰুবাহন নামে পুত্ৰৰ জন্ম হ'ল। বনবাসৰ অন্তত অৰ্জ্জুনে মণিপুৰ এৰিলে; পত্নী পুত্ৰ তাতে থাকিল। চিত্ৰাঙ্গদাৰ

তত্ত্বাবধানত বক্ৰুবাহন মণিপুৰতে ডাঙৰ দীঘল হৈ উপযুক্ত বয়সত মাতামহৰ ৰাজ্য মণিপুৰত ৰজা হল।

মহাৰাজ যুধিষ্ঠিৰৰ অশ্বমেধ যজ্ঞত যজ্ঞঘোঁৰা লৈ অৰ্জ্জুন মণিপুৰলৈ যোৱাত বক্ৰুবাহনে পিতৃ অৰ্জ্জুনক অভ্যৰ্থনা জনালে। অশ্বমেধৰ ঘোঁৰা নিৰ্ব্বিবাদে ৰাজ্যত সোমাবলৈ দিয়া আৰু ঘোঁৰাৰখীয়াক এনেদৰে অভ্যৰ্থনা কৰা ক্ষত্ৰিয়ৰীতিৰ বিৰুদ্ধ আৰু কাপুৰুষৰ কাৰ্য্য বুলি অৰ্জ্জুনে নিন্দা কৰাত খঙে অপমানে বক্ৰুবাহন জ্বলি উঠি পিতৃৰ লগত যুদ্ধ দিলে। এই বিষয়ত বক্ৰুবাহনক নাগকন্যা বিমাতৃ উলুপীয়ে উদগনি দিছিল। যুদ্ধত অৰ্জ্জুন পৰাজিত আৰু হত চৈতন্য হল। উদগনি দিয়তী উলুপীয়েই পাতালৰ পৰা সঞ্জীৱনী মণি আনি অৰ্জ্জুনক আকৌ জীয়াই তোলে। তেতিয়া অৰ্জ্জুনে পুতেক বক্ৰুবাহনক প্ৰশংসা কৰি অশ্বমেধলৈ লগতে লৈ যায়।

ভীষ্মক অন্যায়ৰূপে বধ কৰাত অৰ্জ্জুনৰ যি পাপ হয় তাৰ পৰা মুক্ত হবলৈ হলে নিজৰ পুত্ৰৰ হাতত মৃত্যু আৱশ্যক। এই সম্ভেদ পায়েই উলুপীয়ে অৰ্জ্জুনৰ লগত যুজিবলৈ বক্ৰবাহনক উদগনি দিছিল। (মহাভাৰত—বন—অশ্ব)

**বৰাহ**—বিষ্ণুৰ তৃতীয় অৱতাৰ। পানীত ডুবি থকা পৃথিৱীক উদ্ধাৰ কৰিবলৈ বৰা অৰ্থাৎ শূকৰ সদৃশ মুখৰ গঢ় লৈ বিষ্ণুৱে অৱতাৰ দেহ ধাৰণ কৰে। বৈবস্বত মনুক স্ৰজন কৰি ব্ৰহ্মাই মনুক থাকিবলৈ ঠাই দিয়াৰ কাৰণে চিন্তা কৰে। সেই চিন্তাৰ ফলতে ব্ৰহ্মাৰ নাকৰ পৰা পোনতে অতি ক্ষুদ্ৰ ৰূপে বৰাহ দেৱৰ উৎপত্তি হয় আৰু পৃথিৱীক দাঁতেৰে তুলি ধৰে। সেই সময়তে পৃথিৱীৰ গৰ্ভত বৰাহৰ ঔৰসত নৰকাসুৰৰ জন্ম হয়।

(কালিকা পুৰাণ, শ্ৰীমদ্ভাগৱত ১৩ অঃ)

**বৰুণ**—জলৰ অধিপতি দেৱতা। অদিতিৰ গৰ্ভত আৰু কশ্যপৰ ঔৰসত এওঁৰ জন্ম। বৰুণৰ বাসস্থান পানীৰ তলত। তেওঁৰ

পুৰী খন ধৰল বৰণীয়া। এই পুৰী দুৰ্ভেদ্য, সৰ্ব্ব সুখদায়ক, আৰু কামধেনু সুৰভিৰ বাসস্থান। বৰুণৰ বাৰুণী নামে কন্যা এগৰাকী থকাৰ উল্লেখ পোৱা যায়। ভাগৱতৰ মতে ভৃগু আৰু বাল্মীকি মুনি বৰুণৰ পুত্ৰ। স্বৰ্গৰ অপ্সৰা উৰ্ব্বশীক দেখি বৰুণ আৰু মিত্ৰ (সূৰ্য্য) দুয়োৰো বীৰ্য্যপাত হয়। সেই অমোঘ বীৰ্য্য দুয়ো কলহ এটাত ৰক্ষা কৰে। তাতে দুজন প্ৰসিদ্ধ ঋষিৰ জন্ম হয়। এজন বশিষ্ঠ আন জন অগস্ত্য।

অগ্নিদেৱতা বৰুণৰ সখিয়েক। খাণ্ডৱবন দাহন কৰি অগ্নি ৰোগমুক্ত হোৱাত শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুনে অগ্নিক সহায় কৰে। সখিয়েকক সহায় কৰা আপাহতে বৰুণে শ্ৰীকৃষ্ণক "সুদৰ্শন চক্ৰ" আৰু "কৌমুদী" নামে গদা এপাত দিয়ে। সেই একে কাৰণতে অৰ্জ্জুনক "গাণ্ডীব ধনু" "অক্ষয় তূণ" আৰু "কপিধ্বজ ৰথ" বৰুণে দান কৰে। যজ্ঞত সন্তুষ্ট হৈ ৰাজৰ্ষি দেৱৰাতক সুপ্ৰসিদ্ধ হৰধনুখন বৰুণেই দিয়ে। পৰশুৰামৰ হাতত থকা প্ৰসিদ্ধ বৈষ্ণৱ ধনুখন শ্ৰীৰামচন্দ্ৰই পৰশুৰামৰ দৰ্পচূৰ্ণ কৰি বৰুণৰ হাতত থায়। বৰুণে "পাশ" নামে অস্ত্ৰ সদায় ধাৰণ কৰে।

**বলদেৱ**--যাদৱ বংশীয় বসুদেৱৰ এগৰাকী পত্নী ৰোহিনীৰ গৰ্ভত বলদেৱৰ জন্ম, অন্য এগৰাকী পত্নী দেৱকীৰ গৰ্ভত শ্ৰীকৃষ্ণ ওপজে। বলদেৱে সৰ্ব্বতিকালে নাঙল আকৃতিৰ "হল" অস্ত্ৰ এখন ধাৰণ কৰিছিল সেইবাবে তেওঁৰ অন্য এটা নাম "হলধৰ"। বলভদ্ৰ আৰু বলৰাম বুলিও তেওঁ জনাজাত। মথুৰাৰ কংস ৰজাৰ ভয়ত বসুদেৱে তেওঁকো কৃষ্ণৰ নিচিনাকৈ ব্ৰজপুৰৰ নন্দ ঘোষৰ আশ্ৰয়ত লুকাই থৈছিল। সেইবাবে বলদেৱ কৃষ্ণৰ সকলো কাৰ্য্যৰে সঙ্গী আছিল। সন্দীপনি মুনিৰ ওচৰত কৃষ্ণই সৈতে বলৰামে অস্ত্ৰ বিদ্যা শিক্ষা কৰে। গদা চালনাত বলৰাম অধিক পাৰ্গত হয়। কংস বধত বলৰাম কৃষ্ণৰ প্ৰধান সহায় আছিল। মগধৰাজ জৰাসন্ধ গদা যুদ্ধত বলৰামৰ ওচৰত

পৰাজিত হয়। দুৰ্য্যোধনৰ কন্যা লক্ষ্মণাৰ স্বয়ম্বৰত কৃষ্ণৰ পুত্ৰ শাম্বক দুৰ্যোধনে বন্দী কৰাৰ কাৰণে বলৰামে হস্তিনাপুৰ ধ্বংস কৰিবলৈ ওলাল। আন উপায় একো নেদেখি দুৰ্য্যোধন শৰণাগত হ'ল আৰু লক্ষণাক শাম্বত বিয়া দিয়ে। তাৰ উপৰি দুৰ্যোধনে বলদেৱৰ শিষ্যত্ব গ্ৰহণ কৰি গদা যুদ্ধটো ভালকৈ শিকি ললে। কৌৰৱ পাণ্ডৱৰ কুৰুক্ষেত্ৰ যুদ্ধত বলদেৱে কোনো পক্ষতে যোগ নিদি তীৰ্থ পৰ্য্যটন কৰি ফুৰিছিল। যদুকুল ধ্বংস হোৱা শুনি তেওঁ যোগ অৱলম্বন কৰি প্ৰাণত্যাগ কৰে। বলদেৱৰ পত্নীৰ নাম ৰেৱতী।

( শ্ৰীমদ্ভা—১০ম, মহাভাঃ, হৰিবংশ )

**বলি**—এজন দৈত্য ৰজা। এওঁ দৈত্যৰাজ প্ৰহ্লাদৰ নাতি। পিতৃৰ নাম বিৰোচন। দুৰ্ঘোৰ তপস্যাত সিদ্ধিলাভ কৰি বলি মহা পৰাক্ৰান্ত ৰজা হয় আৰু যুদ্ধত দেৱতাক পৰাজয় কৰি স্বৰ্গ অধিকাৰ কৰে। দেৱতাবিলাকে আন উপায় নেদেখি বিষ্ণুত শৰণ লোৱাত ভগবান বিষ্ণু কশ্যপৰ ঔৰসত অদিতিৰ গৰ্ভত বামনৰূপে অৱতাৰ হয় আৰু বলিৰ যজ্ঞলৈ গৈ তিনি পদ ভূমি প্ৰাৰ্থনা কৰে।

দৈত্যবিলাকৰ গুৰু শুক্ৰাচাৰ্য্যই যোগবলতে বামন কোন আৰু তেওঁ তিনি পদ ভূমি প্ৰাৰ্থনা কৰাৰ তাৎপৰ্য্য কি বুজি পাই বামনৰ প্ৰাৰ্থনা পূৰণ কৰিবলৈ হাক দিলে। কিন্তু বলিয়ে সেই হাক বচন নুশুনি বামনক যতে ইচ্ছা তিনি পদ ভূমি লবলৈ কলে। তেতিয়া বামনৰ সেই অকণমান এখন ভৰিৰ পৰাই স্বৰ্গ, আন খনে মৰ্ত্ত্য আগুৰি পেলালে। আৰু নতুনকৈ এখন ভৰি নাভিৰে উলিয়াই সেই খন ক'ত দিব বামনে সোধাত বলিয়ে তেওঁৰ মূৰতে দিবলৈ কলে। সেয়ে হ'ল; কিন্তু মূৰত ভৰি দিয়া ছলতে বামনে বলিক পাতাললৈ ঠেলি পঠাই কিছুকাল তাতে নাগ পাশেৰে বান্ধি থৈ দিলে। নাৰদৰ উপদেশ মতে বিষ্ণুক আৰাধনা কৰি বলি পাশ মুক্ত হ'ল আৰু পাতালতে ৰাজত্ব

কৰিবলৈ ধৰিলে। ভক্তিত তুষ্ট হৈ বিষ্ণু, বলি ৰজাৰ ৰাজপুৰীৰ দুৱৰী হৈ আছিল বুলি কোৱা আছে। দৈত্যৰাজ বাণকে আদি কৰি বলি ৰজাৰ চাৰিটি পুত্ৰ ওপজে।

( শ্ৰীমদ্ভাগৱত ৮মঃ—বামনপুঃ )

**বশিষ্ঠ**—এজন সুপ্ৰসিদ্ধ ঋষি। এওঁ ব্ৰহ্মাৰ মানস পুত্ৰ আৰু প্ৰসিদ্ধ সপ্তৰ্ষি মণ্ডলৰ এজন। দেৱৰাজ ইন্দ্ৰই যজ্ঞ এটি পাতি বশিষ্ঠক হোতা হবলৈ নিমন্ত্ৰণ কৰাত বশিষ্ঠই সম্মতি দিলে। তাৰ পিচত মহাৰাজ নিমিয়ে আহি যজ্ঞৰ কাৰণে বশিষ্ঠক নিমন্ত্ৰণ জনোৱাত তাতো বশিষ্ঠ সম্মত হ'ল; কিন্তু ইন্দ্ৰৰ যজ্ঞ শেষ হোৱালৈ অপেক্ষা কৰিবলৈ কৈ তেওঁ ইন্দ্ৰৰ যজ্ঞলৈ গ'ল আৰু সেই যজ্ঞতে বহুকাল কটাই দিলে। নিমি সুদীৰ্ঘ কাল অপেক্ষা কৰি শেহত অগস্ত্য প্ৰভৃতি ঋষিক মাতি আনি যজ্ঞ আৰম্ভ কৰি দিয়াৰ পাচত বশিষ্ঠ ইন্দ্ৰৰ যজ্ঞ শেষ কৰি নিমিৰ যজ্ঞলৈ আহিল আৰু যজ্ঞ আৰম্ভ হোৱা দেখা পাই অসন্তুষ্ট চিত্তে ৰজাক দেখা কৰিবলৈ গল। ৰজা টোপনিতে থকা বুলি শুনি বশিষ্ঠৰ খং উঠিল আৰু টোপনিৰ অচৈতন্য ভাব থিতাপি হৈ থাকক বুলি ৰজাক শাপ দিয়ে। অনুচিতে শাপগ্ৰস্ত হৈ নিমিয়েও ঋষিক অভিশাপ দিয়ে। তাৰ ফলত মিত্ৰ-বৰুনৰ মিলিত বীৰ্য্যত বশিষ্ঠৰ পুনৰ্জন্ম হয়।

বশিষ্ঠ ঋষিৰ শবলা নামে এজনী কামধেনু গাই আছিল। মহাৰাজ বিশ্বামিত্ৰই মুনিত গাইজনী প্ৰাৰ্থনা কৰি নোপোৱাত ৰাজসৈন্য লগাই কাঢ়ি নিবলৈ যত্ন কৰিছিল। কিন্তু মুনিয়ে শবলাৰ দ্বাৰাই অসংখ্য সৈন্য উৎপাদন কৰাই ৰাজসৈন্যক খেদাই দিয়ালে। তেতিয়া বিশ্বামিত্ৰই অস্ত্ৰ ক্ষেপন কৰি বশিষ্ঠ ঋষিৰ আশ্ৰম নষ্ট কৰিবলৈ ওলাল কিন্তু ঋষিয়ে "ব্ৰহ্মদণ্ড" নিক্ষেপ কৰি ৰজাৰ অস্ত্ৰ ব্যৰ্থ কৰিলে। এনেদৰে দুৰ্ঘোৰ পৰাজয় হৈ ক্ষত্ৰিয়বলতকৈ ব্ৰহ্মবল শ্ৰেষ্ঠবল বুলি ভাবি মহাৰাজ বিশ্বামিত্ৰ দুখে অপমানে তাৰ পৰা গুছি গল।

কৰ্দ্দম মুনিৰ কন্যা অৰুন্ধতী বশিষ্ঠ ঋষিৰ পত্নী। অৰুন্ধতীৰ গৰ্ভত ঋষিৰ শক্তিৰ্কে আদি কৰি এশ পুত্ৰ ওপজে। বশিষ্ঠই এদিন সৌদাস ৰজাক শাপ দি ৰাক্ষস কৰে। বিশ্বামিত্ৰই কৌশলেৰে সেই ৰাক্ষসক হাত কৰি পৰম শত্ৰু বশিষ্ঠ ঋষিৰ এশ পুত্ৰক খুৱাই পেলোৱায়। পুত্ৰবোৰৰ শোকতে বশিষ্ঠই প্ৰাণত্যাগ কৰাৰ অভিপ্ৰায়েৰে পৰ্ব্বতৰ পৰা জাপ দিয়ে; সাগৰত পৰিল, জুইত জাহ দিলে, কিন্তু একোতে মৃত্যু নহল। সেই সময়তে পুতেক শক্তিৰ পত্নী অদৃশ্যন্তীক গৰ্ভৱতী বুলি শুনি প্ৰাণত্যাগৰ অভিপ্ৰায় ত্যাগ কৰি বোৱাৰীয়েকক সাৱধানে ৰক্ষা কৰি থাকিল। যথা সময়ত অদৃশ্যন্তীয়ে পুত্ৰ এটি প্ৰসৱ কৰিলে। বশিষ্ঠই পৰম যত্নে শিশুটিক লালন-পালন কৰাত লাগিল। তেওঁৰ সেই নাতিয়েই কালত "পৰাশৰ" মুনি নামে বিখ্যাত হয়। বশিষ্ঠক সুবিখ্যাত ইক্ষ্বাকু ৰজাই কুল পুৰোহিত কৰি লৈছিল।

(মহাভাৰত আদি—১৭৭)

**বসু**—১। চন্দ্ৰ বংশীয় এজন ৰজা। এওঁ ক্ষত্ৰিয় ধৰ্ম্ম এৰি ব্ৰাহ্মণোচিত দুৰ্ঘোৰ তপস্যা কৰিব ধৰা দেখি দেৱৰাজ ইন্দ্ৰই তেওঁক তপস্যা এৰি প্ৰজা পালন কৰিবলৈ কলে আৰু বসুৰ লগত ইন্দ্ৰই মিত্ৰতা স্থাপন কৰিলে। সেই মিত্ৰতা থিতাপি কৰিবলৈ ইন্দ্ৰই আকাশগামী বিমান আৰু বৈজয়ন্তী মালা বসুক দান কৰিলে। বসু বিমানত উঠি শূন্যে শূন্যে চতুৰ্দ্দিশে ঘুৰি ফুৰিব ধৰিলে আৰু বৈজয়ন্তী মালা পিন্ধি অক্ষত দেহে সকলোকে জয় কৰি ফুৰিলে। তেতিয়াৰ পৰা বসুৰ নাম "উপৰিচৰ" হ'ল। (মহাঃ আদি ৬৩)

ইন্দ্ৰৰ দিহা মতে বসুৰজাই চেদী ৰাজ্য জয় কৰি তাতে ৰাজধানী পাতিলে আৰু গিৰিকা নামৰ সুন্দৰী এগৰাকীক বিয়া কৰালে। পত্নীক সুমৰণ কৰি ৰজাৰ মৃগয়া থলতে বীৰ্য্য পাত হয়। সেই বীৰ্য্য কপৌ চৰাইৰ দ্বাৰা ৰাণীৰ ওচৰলৈ পঠিয়াওঁতে কপৌৰ ঠোঁটৰ পৰা যমুনা নৈত পৰি যায় আৰু মাছ ৰূপিনী

অদ্ৰিকা অপ্সৰাই গিলি পেলায়। তাৰ ফলত অপ্সৰা গৰ্ভৱতী হয়। এনসময়ত ধীবৰৰ জালত পৰি অদ্ৰিকাই দুটি পুত্ৰ-কন্যা প্ৰসৱ কৰে। ধীবৰে শিশু দুটি বসু ৰজাক দিয়াত, পুত্ৰটি ৰাখি কন্যাটি আকৌ ধীবৰকে দান কৰে। পাচলৈ পুত্ৰটিৰ নাম হয় "মৎস্য ৰাজ" আৰু কন্যাটিৰ গাত মাছৰ নিচিনা গোন্ধ থকাই "মৎস্য গন্ধা" নামে জনাজাত হয়। এই মৎস্যগন্ধাই সুবিখ্যাত ব্যাসদেৱৰ জননী। ( মহাভাৰত আদি )

২। আঠ জন গণ দেৱতা "বসু" নামে খ্যাত। সিবিলাকৰ নাম, ধীৰ, ধ্ৰুৱ, সোম, বিষ্ণু, অনিল, অনল, প্ৰত্যুষ আৰু প্ৰভাস। বিষ্ণুৰ নাম "সবিত্ৰ" আৰু ধীৰৰ নাম "আপ" বুলিও উল্লেখিত পোৱা যায়। সেই বসুসকল বশিষ্ঠ মুনিৰ গৰু চুৰ কৰাৰ বাবে শাপগ্ৰস্ত হৈ মনুষ্যৰূপে জন্ম ধৰিব লগা হয়। এওঁলোকৰ অনুৰোধ মতেই গঙ্গাদেবীয়ে শান্তনু ৰজাৰ পত্নী হৈ এওঁলোকক গৰ্ভত ধাৰণ কৰে। কম দোষী বসু সাতজন জন্মিয়েই শাপ মুক্ত হয়। বেচি দোষী জন সৰহ দিনলৈ পৃথিৱীত থাকে। তেওঁৱেই মহাবীৰ জ্ঞানী-শ্ৰেষ্ঠ ভীষ্ম। ( মহাভাৰত আদি )

বসুদেৱ—এজন যাদৱ। পিতৃৰ নাম শূৰসেন। মাতৃৰ নাম মহিষী। যুধিষ্ঠিৰআদিৰ মাতৃ কুন্তী দেবী বসুদেৱৰ ভনীয়েক। এওঁৰ চৈধ্য গৰাকী পত্নী, তাৰে প্ৰথমা পত্নী ৰোহিনীৰ পৰা বলদেৱৰ জন্ম হয় আৰু ব্ৰজপুৰবাসী মিত্ৰ নন্দ ঘোষক বলদেৱক প্ৰতিপালন কৰিবলৈ দিয়ে। বসুদেৱৰ দ্বিতীয়া পত্নী দেৱকী, মথুৰাৰ ৰজা কংসৰ খুৰাকৰ জীয়েক। দেৱকীৰ অষ্টম গৰ্ভৰ সন্তানে কংসৰ প্ৰাণ বধিব বুলি শুনি বসুদেৱ দেৱকীক কংসই কাৰাগাৰত বন্দী কৰি থয়। তাতে ৰাতি দেৱকীয়ে অষ্টম গৰ্ভত শ্ৰীকৃষ্ণক জন্ম দিয়ে। দৈৱৰ সহায়ত সেই ৰাতিৰ ভিতৰতে বসুদেৱে অতি গোপনে কৃষ্ণকো নন্দৰ ঘৰত থৈ নন্দৰ কেচুৱা কন্যা এটি লৈ আহি আকৌ কাৰাগাৰত সোমাই থাকে।

নানা প্ৰকাৰ বাধা বিঘিনিৰ মাজেৰে শ্ৰীকৃষ্ণ-বলৰাম ডাঙৰ দীঘল হৈ, উপযুক্ত বয়সত কংসক তেওঁলোকে বধ কৰি বসুদেৱ দেৱকীক কাৰামুক্ত কৰিলে। ইয়াৰ পিচত বসুদেৱৰ সুখ হয়। দ্বাৰকাত নতুনকৈ যাদৱ-ৰাজ্য স্থাপন কৰি কৃষ্ণই আন আন যাদৱে সৈতে বসুদেৱ দেৱকীক তালৈ লৈ যায়। তাতে ভালে-মান দিন সুখে সন্তোষে কটাই যদুবংশ নিৰ্ম্মুল হোৱাৰ পিচত যেতিয়া কৃষ্ণ বলৰামে যোগ কৰি প্ৰাণ এৰিলে তেতিয়া বসুদেৱেও যোগ অবলম্বন কৰি দেহত্যাগ কৰিলে। বসুদেৱৰ ৰোহিনীৰ গৰ্ভত সুভদ্ৰা নামে কন্যা এটি উপজিছিল। এই সুভদ্ৰাই অৰ্জ্জুনৰ পত্নী আৰু অভিমন্যুৰ মাতৃ।

(শ্ৰীমদ্ভাগৱত—শ্ৰীকৃষ্ণ, আহুক দ্ৰষ্টব্য)

**বসুমনা**—ৰজা হৰ্য্যশ্বৰ ঔৰসত মাধৱীৰ গৰ্ভত এওঁৰ জন্ম। মাধৱী সুবিখ্যাত যযাতি ৰজাৰ কন্যা। আঠশ ঘোঁৰা দিব নোৱাৰি যযাতিয়ে গালৱ মুনিক মাধৱীক দিয়ে। অপুত্ৰক হৰ্য্যশ্বক দুশ ঘোঁৰাৰ প্ৰতিদান স্বৰূপে মুঠতে এটি পুত্ৰ জন্ম দিবৰ কাৰণে গালৱে মাধৱীক পত্নী কৰি দিয়ে আৰু বসুমনা জন্মাৰ পাছতে মুনিয়ে মাধৱীক আকৌ লৈ যায়।

(মহাঃ আদি ৯২ অঃ—গালৱ দ্ৰষ্টব্য)

**বাণ**—এজন দৈত্য ৰজা। এওঁ দৈত্যৰাজ বলিৰ পুত্ৰ। বাণে তপস্যাৰে শিৱক তুষ্ট কৰি অজেয় হোৱা বৰ লাভ কৰে আৰু সেই বৰৰ প্ৰভাৱতে শেহলৈ মহা অত্যাচাৰী হয়। তেওঁৰ ৰাজ-ধানীৰ নাম (অসমৰ তেজপুৰ) "শোণিতপুৰ"। এই শোণিতপুৰ সদায় শিৱৰ দ্বাৰাই সুৰক্ষিত আছিল।

বাণৰ কন্যা উষাদেৱীয়ে শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধক সপোনতে দেখি প্ৰণয়াসক্ত হয়। উষাৰ সখিয়েক চিত্ৰলেখাই তামসী বিদ্যাৰ প্ৰভাৱতে অনিৰুদ্ধক শোণিতপুৰলৈ আনি অতি গোপনে উষাৰে সৈতে গান্ধৰ্ব্ব বিয়া দিয়ে। এই কথা বাণ-ৰজাৰ

কাণলৈ যোৱাত অনিৰুদ্ধক বন্দী কৰি থয়। ধৰ্ম্মপ্ৰাণ দৈত্য-মন্ত্ৰী কুভাণ্ডৰ পৰামৰ্শ মতে বাণে অনিৰুদ্ধক প্ৰাণে নামাৰিলে। যথা সময়ত এই সংবাদ পাবকালৈ যোৱাত বলৰাম, প্ৰদ্যুম্ন আদিৰে সৈতে কৃষ্ণ শোণিত পুৰলৈ আহি বাণৰ লগত যুদ্ধ পাতিলে। স্বয়ং শিৱে বাণক যুদ্ধত সহায় কৰাত ভয়ঙ্কৰ যুদ্ধ দীৰ্ঘকাল বিয়পি চলিল। এই যুদ্ধ শৈৱ আৰু বৈষ্ণৱৰ যুদ্ধ বুলি খ্যাতি লাভ কৰিলে। শেহত বাণ ৰজা পৰাজিত হ'ল; কিন্তু কৃষ্ণৰ কৃপাত বাণ জীৱিত অৱস্থাতে মহাকাল নামে শিৱৰ পাৰিষদ হৈ থাকিল। বাণৰ ৰাজ্যত শ্ৰীকৃষ্ণই ধৰ্ম্মপ্ৰাণ মন্ত্ৰী কুভাণ্ডক ৰজা পাতিলে। ( অনিৰুদ্ধ দ্ৰষ্টব্য )

**বাতাপী**—প্ৰহ্লাদৰ বংশৰ এজন দানৱ। এওঁ আৰু এওঁৰ জ্যেষ্ঠ ভাতৃ ইল্বল অতি ধনবান, মায়াবী আৰু ভালেমান ঋষি মুনিৰ হত্যাকাৰী আছিল। বিদৰ্ভ ৰাজৰ পালিত কন্যা অগস্ত্য মুনিৰ পত্নী লোপমুদ্ৰাই স্বামীত অলঙ্কাৰ পিন্ধাৰ প্ৰাৰ্থনা কৰাত উপযুক্ত অৰ্থৰ উদ্দেশ্যে মুনি ইল্বল বাতাপীৰ ওচৰলৈ যায়; কিন্তু দুয়োজন দানৱে অইন ঋষি মুনিক হত্যা কৰাৰ নিচিনাকৈ অগস্ত্যকো হত্যা কৰিবলৈ আয়োজন কৰাত মুনিয়ে বাতাপীক ধ্বংস কৰা দেখি, ভয়তে ইল্বলে ধন-বিত এসোপা দি মুনিৰ হাতৰ পৰা কোনো মতে ৰক্ষা কৰে। ( অগস্ত্য চোৱা )

**বামদেৱ**—এজন ঋষি। সূৰ্য্য বংশীয় মহাৰাজ দশৰথৰ এওঁ কুল-পুৰোহিত আৰু যজ্ঞৰ ঋত্বিক আছিল। ( ৰামায়ণ )

**বামণ**—বিষ্ণুৰ পঞ্চম অৱতাৰ। দৈত্যৰাজ বলিয়ে দেৱতা খিলাকক স্বৰ্গচ্যুত কৰি সুৰলোকত দৈত্য ৰাজত্ব স্থাপন কৰাত দেৱতা সকলৰ অনুৰোধত কশ্যপৰ ঔৰসত অদিতিৰ গৰ্ভত বিষ্ণুৱে "বামন" ( বাওনা ) ৰূপে জন্ম লয় আৰু বলিৰ যজ্ঞলৈ গৈ তিনি পদ ভূমি প্ৰাৰ্থনা কৰে। দুই পদেৰে স্বৰ্গ-মৰ্ত্য অধিকাৰ কৰি বলিৰ বাঞ্ছা অনুসৰি তৃতীয় পদ বলিৰ মূৰত দিয়ে। আশ্ৰয়স্থান-হীন হৈ

বলিয়ে বামনত নিজলৈ অলপ ঠাই খোজাত—"এশ মূৰ্খৰে সৈতে স্বৰ্গত নাইবা পাঁচজন পণ্ডিতেৰে সৈতে পাতালত"—ইয়াৰে কত থাকিবলৈ ইচ্ছা কৰে বামনে সুধিলে। বলিয়ে পাতালতে থকাৰ অভিপ্ৰায় জনোৱাত বামনে পাতাললৈ বলিক পঠিয়াই দেৱতা সকলক আকৌ স্বৰ্গৰ অধিকাৰ দিয়ে। (বলি চোৱা)

**বালখিল্য**—অঙ্গুষ্ঠ প্ৰমাণ (হাতৰ বুঢ়া আঙুলিৰ সমান ভাঙৰ দীঘল) ষাঠি হেজাৰ ঋষিৰ সমষ্টি। এওঁলোক ব্ৰহ্মাৰ মানস পুত্ৰ। অন্য মতত এওঁলোক ব্ৰহ্মাৰ শৰীৰৰ লোম কূপৰ পৰা জন্ম পোৱা। এদিন কশ্যপ মুনিয়ে যজ্ঞৰ অৰ্থে কাষ্ঠ আহৰণ কৰিবলৈ ইন্দ্ৰৰে সৈতে বালখিল্য বিলাকক বনলৈ পঠাইছিল। ইন্দ্ৰই আনিলে কাঠ—হীনবল ক্ষুদ্ৰ বালখিল্য বিলাকে একোটি গছৰ পাত মূৰত লৈ আহিল। আহোতে বাটত প্ৰত্যেকটোকে গৰুৰ খোজৰ পানীত পৰি জোলোকা-জোলোকে পানী খোৱা দেখি ইন্দ্ৰই হাঁহি গুচি গ'ল। এনে ব্যৱহাৰৰ বাবে বালখিল্য বিলাকে অপমান পাই এইজন ইন্দ্ৰত কৈও অধিক বলশালী ইন্দ্ৰ এজন আবিৰ্ভাৱৰ অৰ্থে তপস্যা কৰিবলৈ ধৰিলে। এই কথাৰ গম পাই ইন্দ্ৰই গৈ কশ্যপত শৰণ ললে। তেতিয়া কশ্যপে গৈ বালখিল্যবিলাকক বুজাই-বঢ়াই তেওঁলোকৰ তপস্যা সিমানতে বন্ধ কৰিলে আৰু যি তপস্যা বালখিল্য বিলাকে কৰিছিল তাৰ ফল স্বৰূপে নিজৰ পত্নী বিনতাৰ গৰ্ভত পক্ষী বিলাকৰ ভিতৰত ইন্দ্ৰ স্বৰূপ "অৰুণ" আৰু "গৰুড়ক" জন্ম দিলে। ইন্দ্ৰই দেৱতা বিলাকৰ ওপৰত ৰাজত্ব কৰাৰ নিচিনাকৈ অৰুণ আৰু গৰুড়েও পক্ষীবোৰৰ ওপৰত ৰাজত্ব কৰিছিল।

মহাভাঃ আদি—(অৰুণ গৰুড় দ্ৰষ্টব্য)

**বালি**—(বালী) বান্দৰ বিলাকৰ ৰজা। এওঁৰ ৰাজ্যৰ নাম কিষ্কিন্ধ্যা। পত্নীৰ নাম তাৰা, পুত্ৰৰ নাম অঙ্গদ আৰু ভায়েকৰ নাম সুগ্ৰীৱ। সেই সময়ৰ যিবিলাক শ্ৰেষ্ঠ বীৰ, তাৰ ভিতৰত

বালিও এজন। এদিন মেৰু পৰ্ব্বতত বহি যোগ কৰি থাকোতে ব্ৰহ্মাৰ চকুৰ পৰা এটোপা লো পৰি তাৰ পৰা বান্দৰ এটাৰ উৎপত্তি হ'ল। সেই বান্দৰ আকৌ পৰম ৰূপৱতী বান্দৰীৰূপে পৰিণত হোৱা দেখি কামাৰ্ত্ত ইন্দ্ৰ আৰু সূৰ্য্য দুয়োৰো বীৰ্য্যপাত হ'ল। ইন্দ্ৰৰ বীৰ্য্য পৰিল বান্দৰীৰ মূৰত, সূৰ্য্যৰ বীৰ্য্য পৰিল গ্ৰীবা অৰ্থাৎ গলত। ইন্দ্ৰৰ বীৰ্য্যৰ পৰা বালি আৰু সূৰ্য্যৰ বীৰ্য্যৰ পৰা সুগ্ৰীৱ বান্দৰৰ উৎপত্তি হ'ল। ব্ৰহ্মাই বালি সুগ্ৰীৱ দুয়োকো বান্দৰৰ ৰাজ্য কিষ্কিন্ধ্যাত ৰাজত্ব কৰিবলৈ আদেশ দিলে। সেই মতে জ্যেষ্ঠ বালি ৰজা হৈ সুগ্ৰীৱৰ সহায়ত মহা পৰাক্ৰমেৰে ৰাজত্ব কৰিবলৈ ধৰিলে। এবেলি লঙ্কাৰ ৰজা ৰাৱণে দিগ্বিজয় কৰি ফুৰোতে বালিৰ ৰাজ্য কিষ্কিন্ধ্যা আক্ৰমণ কৰিছিল। কিন্তু বালিয়ে ৰাবণক পৰাজয় কৰি শেহত অশেষ লাঞ্ছনা দিহে এৰি দিছিল। দুন্দুভি নামে এজন দানৱ আহি বালিৰ লগত এবাৰ যুদ্ধ দিছিল। বালিয়ে তাক মাৰি শটো ওপৰেৰে দলিয়াই পেলোৱাত ঋষ্যমূক পৰ্ব্বতৰ মাতঙ্গ মুনিৰ আশ্ৰমত গৈ শটো পৰিল আৰু অসুৰৰ তেজেৰে আশ্ৰম কলুষিত হ'ল। এই অনৰ্থৰ কাৰণে ঋষ্যমূকত উঠিলেই বালিৰ মৃত্যু হব বুলি মাতঙ্গ মুনিয়ে শাপ দিয়ে।

ভ্ৰাতৃ বধৰ প্ৰতিশোধ লোৱাৰ অৰ্থে দুন্দুভিৰ ভায়েক মায়াবী দানৱে গৈ বালিৰ লগত যুদ্ধ দিলে কিন্তু বালিৰ পৰাক্ৰম সহ্য কৰিব নোৱাৰি প্ৰাণৰ ভয়ত গৈ পাতাললৈ পলাওঁ বুলি গাঁত এটাত সোমাল। বালিও লগে লগে গৈ মায়াবীৰ লগত এবছৰ যুজি তাক বধ কৰিলে। সুদীৰ্ঘকাল বালিক ঘূৰি নহা দেখি সুগ্ৰীৱে বালি মৰা বুলি ভাবিলে আৰু কিষ্কিন্ধ্যাৰ ৰাজ-পাটত বহি ৰাজত্ব কৰিবলৈ ধৰিলে। মায়াবীক বধ কৰি ঘূৰি আহি এই ব্যৱস্থা দেখি খঙতে বালি জ্বলি উঠিল আৰু অবিচাৰে সুগ্ৰীৱক খেদি পেলাই তেওঁৰ পত্নী "ৰুমা"ক বন্দিনী কৰিলে।

সুগ্ৰীৱ গৈ বালিৰ অগম্য ঋষ্যমুক পৰ্ব্বতত পলাই থাকিল। ৰাম লক্ষ্মণে সীতাক বিচাৰি ফুৰোতে অনুচৰ বিলাকৰে সৈতে সুগ্ৰীৱক ঋষ্যমুকত লগ পাই সকলো ইতিহাসকে শুনিলে। আৰু সুগ্ৰীৱৰ লগত মিত্ৰতা কৰি বালিক যুদ্ধ নীতিৰ বিৰুদ্ধে বধ কৰি সুগ্ৰীৱক কিষ্কিন্ধ্যাৰ ৰজা পাতিলে। পত্নী সম্বন্ধে বান্দৰ বিলাকে কোনো প্ৰকাৰ নীতি-নিয়ম আশ্ৰয় নকৰা দেখা যায়। কাৰণ সুগ্ৰীৱক খেদি তেওঁৰ পত্নী ৰুমাক যেনেকৈ নিজৰ পত্নী স্বৰূপে বালিয়ে ব্যবহাৰ কৰিছিল সেইদৰে বালিৰ অনুপস্থিতিত আৰু বালিৰ মৃত্যুৰ পাচত তেওঁৰ পত্নী "তাৰা"ক সুগ্ৰীৱেঁ নিজৰ পত্নীৰূপে ব্যৱহাৰ কৰা ৰামায়ণত বৰ্ণিত হৈছে।

(ৰামায়ণ—কিষ্কিন্ধ্যা—উত্তৰ)

**বাল্মীকি**—এজন ঋষি। এওঁ সুপ্ৰসিদ্ধ ৰামায়ণ প্ৰণেতা। বাল্মীকিয়ে তমসা নদীৰ পাৰত আশ্ৰম পাতি সুদীৰ্ঘ কাল একে ঠাইতে বহি তপস্যা কৰিছিল। অচল হৈ বহি থাকোতে তেওঁৰ গাত উই পোকে মাটি তুলি ঢাকি পেলাইছিল। "বল্মীক" শব্দে উই হাঁফলুক বুজায়। এই বাবে ঋষিৰ নাম "বাল্মীকি" হয়। বাল্মীকি ঋষি শ্ৰীৰামচন্দ্ৰৰ পিতৃ দশৰথ ৰজাৰ সমবয়সৰ আৰু ৰামচন্দ্ৰই অযোধ্যাত ৰাজত্ব কৰা সময়ত বৰ্ত্তমান আছিল।

এদিন তেওঁ ভৰদ্বাজ প্ৰভৃতি শিষ্যবৰ্গই সৈতে তমসা নদীত গা ধুবলৈ যাওঁতে কামাতুৰ ক্ৰৌঞ্চ (কৰ্চ্চন) এজুৰিৰ মতাটোক ব্যাধে শৰ মাৰি বধ কৰাত মাইকী ক্ৰৌঞ্চজনীয়ে কান্দি কান্দি ঘূৰি ফুৰা দেখি ঋষিৰ মনত শোক ভাবৰ উপস্থিত হ'ল। তেওঁ ব্যাধটোক কলে—

"মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীঃ সমাঃ।
যৎ ক্ৰৌঞ্চমিথুনাদেকমবধীঃ কামমোহিতম্॥"

হে ব্যাধ! তই কামাৰ্ত্ত ক্ৰৌঞ্চ জুৰিৰ মতাটোক বধ কৰিলি। তোৰ আৰু কোনো মতে প্ৰতিষ্ঠা নহব।

শোকৰ বেগত ব্যাধটোক কোৱা কথাখিনিৰ বান্ধনিটো বেলেগ ধৰণৰ হোৱা দেখি বাল্মীকিয়ে মনে মনে চিন্তা কৰি থাকিল।

সেই সময়তে তেওঁৰ আশ্ৰমলৈ ব্ৰহ্মা আহিল আৰু ঋষিৰ পৰা সকলো কথা শুনি কলে—"ঋষিবৰ। জগতৰ আজি বৰ শুভ দিন। শোকৰ বেগত তুমি যেনে বান্ধনিৰে ব্যাধক কথাষাৰ ক'লা এনে বান্ধনিৰ কথাৰ নাম কবিতা ( শ্লোক ) হব। তুমি এই কবিতা বান্ধনিৰে আদৰ্শ নৰপতি শ্ৰীৰামচন্দ্ৰৰ চৰিত্ৰ "ৰামায়ণ" কাব্য ৰচনা কৰা। এই সম্বন্ধে নাৰদ মুনিৰ মুখত তুমি সকলো কথাৰে সম্ভেদ পাবা।"

যথা সময়ত নাৰদৰ উপদেশ পাই ব্ৰহ্মাৰ আদেশ মতে বাল্মীকিয়ে "ৰামায়ণ কাব্য" ৰচনা কৰিলে। ইয়াৰ কিছুদিন পাছতে লক্ষ্মণে ৰামৰ নিৰ্দ্দেশ মতে ৰামচন্দ্ৰৰ গৰ্ভৱতী ভাৰ্য্যা সীতাদেবীক বাল্মীকিৰ আশ্ৰমৰ ওচৰত এৰি অহাত ঋষিয়ে সামৰি নি আশ্ৰমত পৰম যত্নে ৰক্ষা কৰিলে। আশ্ৰমতে সীতাৰ "লৱ" আৰু "কুশ" নামে দুটি পুত্ৰ উপজিল। বাল্মীকিয়ে কুমাৰ দুটিক লালন-পালন কৰে। আৰু আন আন বিদ্যাৰ লগতে নিজৰ ৰচিত ৰামায়ণ কাব্য গাবলৈ শিকায়। সেই সময়তে মহাৰাজ ৰামচন্দ্ৰই অশ্বমেধ যজ্ঞ এটি পাতি বাল্মীকি ঋষিকো সশিষ্যে নিমন্ত্ৰণ কৰে। যজ্ঞ সভাত ৰামচন্দ্ৰই লৱ-কুশৰ মুখত ৰামায়ণ গান শুনি দুয়োটি কুমাৰৰ প্ৰকৃত পৰিচয় উলিয়াই ললে আৰু সীতাৰে সৈতে কুমাৰ দুটিক গ্ৰহণ কৰিবলৈ সম্মত হ'ল। সেই উদ্দেশ্যে আশ্ৰমৰ পৰা সীতাক যজ্ঞসভালৈ অনালে; কিন্তু দুনাই আৰু ৰাজপুৰীত সোমাবলৈ ইচ্ছা নকৰি সীতা গৈ পাতালত সোমাল। পৰম দুঃখিতচিত্তে ৰামে লৱ আৰু কুশকে সামৰি লৈ মনক প্ৰবোধ দিলে।

বিধিৰ বিধানত বাল্মীকিৰ ৰামায়ণ কাব্য মিলনান্ত কাব্য

নহল। কিন্তু তেওঁ কবিতাৰ (শ্লোক) জন্মদাতা আৰু জগতৰ আদি কবি বুলি চিৰ কাললৈ প্ৰখ্যাত হৈ থাকিল।

**বাসুকি**—সৰ্প বিলাকৰ ৰজা। কশ্যপৰ ঔৰসত কদ্ৰুৰ গৰ্ভত বাসুকিৰ জন্ম। এওঁৰ ৰাজধানীৰ নাম ভোগৱতী পুৰী। দিগ্বিজয় কৰি ফুৰোঁতে লঙ্কাৰ ৰজা ৰাৱণে ভোগৱতী পুৰী জয় কৰি বাসুকিৰ পত্নীক কাঢ়ি লৈ যায়। দেৱতা আৰু অসুৰবোৰে সাগৰ মন্থন কৰাত আন ভাল জৰী নাপাই বাসুকিক মথনী জৰী কৰিছিল। জন্মেজয় ৰজাই "সৰ্পসত্ৰ" পাতি সৰ্পকুল নাশ কৰিবলৈ আয়োজন কৰাত বাসুকিয়ে নিজৰ ভাগিনেক আস্তিক মুনিক পঠিয়াই সৰ্পবোৰক ৰক্ষা কৰিছিল।

(জন্মেজয় আৰু জৰৎকাৰু চোৱা)

**বিকুক্ষি**—এজন সূৰ্য্য বংশীয় ৰজা। এওঁ মহাৰাজ ইক্ষ্বাকুৰ পুত্ৰ। এদিন পিতৃ ইক্ষ্বাকুৱে বিকুক্ষিক শ্ৰাদ্ধৰ বাবে মাংস সংগ্ৰহ কৰিবলৈ কোৱাত তেওঁ অৰণ্য সোমাই ভালেমান মৃগ মাৰিলে আৰু ছুপৰীয়া ভোকত থাকিব নোৱাৰি অকণমান শহা পছু এটি মৃগয়াৰ থলতে ভোজন কৰিলে। শ্ৰাদ্ধলৈ বুলি সংগ্ৰহ কৰা মাংসৰ আগ ভাগ খোৱাৰ বাবে ইক্ষ্বাকুৰ কুল-গুৰু বশিষ্ঠই বিকুক্ষিয়ে অনা মাংস শ্ৰাদ্ধত দিবলৈ নিদিয়াত ৰজা খঙতে জ্বলি উঠিল আৰু এনে দায়িত্বহীন লোভী পুত্ৰৰ মুখ নাচাও বুলি ৰাজ্যৰ পৰা খেদি পঠালে। ভালেমান দিন চাৰিওফালে ঘূৰি ফুৰি ইক্ষ্বাকুৰ মৃত্যুৰ পাচত হে বিকুক্ষি পিতৃ ৰাজ্যলৈ আহি ৰজা হ'ল।

**বিচিত্ৰবীৰ্য্য**—এজন কুৰুবংশীয় ৰজা। মহাৰাজ শান্তনুৰ ঔৰসত সত্যৱতীৰ গৰ্ভত এওঁৰ জন্ম। জ্যেষ্ঠ ভাতৃ ৰজা চিত্ৰাঙ্গদৰ মৃত্যুৰ পাচত বিচিত্ৰবীৰ্য্য হস্তিনাপুৰৰ ৰজা হয়। তেওঁ কাশীৰাজৰ কন্যা অম্বিকা আৰু অম্বালিকাক বিয়া কৰায়। বিচিত্ৰবীৰ্য্য অতিশয় ইন্দ্ৰিয়পৰায়ণ হোৱাত কম বয়সতে অপুত্ৰক অৱস্থাত যক্ষ্মা ৰোগত মৰে। তেওঁৰ মৃত্যুৰ পাছত ব্যাসৰ ঔৰসত অম্বিকাৰ

গৰ্ভত "ধৃতৰাষ্ট্ৰ" আৰু অম্বালিকাৰ গৰ্ভত "পাণ্ডু" নামে পুত্ৰৰ জন্ম হয়।

( কাশীৰাজা, পাণ্ডু আৰু ধৃতৰাষ্ট্ৰ দ্ৰষ্টব্য )

**বিদুৰ**—ৰজা বিচিত্ৰবীৰ্য্যৰ এজনী দাসীপত্নীৰ গৰ্ভত ব্যাসদেৱৰ ঔৰসত এওঁৰ জন্ম। দেৱকৰজাৰ কন্যাক এওঁ বিয়া কৰায়। বিদুৰ ভোগ-বিলাস ত্যাগী ধৰ্ম্মপৰায়ণ পুৰুষ আছিল আৰু ধৰ্ম্মপ্ৰাণ পাণ্ডৱ সকলক অন্তৰেৰে সৈতে স্নেহ কৰিছিল। দুৰ্যোধনে পাঁচ পাণ্ডৱক জতু গৃহত পুৰিমাৰা চক্ৰান্তৰ সম্ভেদ এওঁৱেই পাণ্ডৱসকলক আগধৰি জনায়। পাণ্ডৱক সদ্ব্যৱহাৰ কৰি ৰাজ্যৰ আধা অংশ দিব লাগে বুলি বিদুৰেই নিৰ্ভিক চিত্তে ৰাজসভাত মত প্ৰকাশ কৰে। তেওঁ ধৃতৰাষ্ট্ৰৰ মন্ত্ৰী হলেও এনেবোৰ কাৰণতে ধৃতৰাষ্ট্ৰ আৰু তেওঁৰ পুত্ৰবোৰে বিদুৰক বেয়া পাইছিল আৰু এসময়ত হস্তিনাৰ পৰা তেওঁক খেদি পেলাইছিল। কিন্তু ইয়াৰ প্ৰতিফল বেয়া হব বুলি ভাবি ধৃতৰাষ্ট্ৰই সঞ্জয়ক পঠিয়াই আকৌ ৰাজধানীলৈ বিদুৰক চপাই আনে। পাণ্ডৱ বিলাকে বনলৈ যোৱা সময়ত সিবিলাকৰ বৃদ্ধা মাতৃ কুন্তীদেৱীক বিদুৰৰ আশ্ৰয়ত থৈ যায়। কুৰুক্ষেত্ৰ যুদ্ধৰ পূৰ্ব্বক্ষণত শ্ৰীকৃষ্ণ সন্ধি-দূত হৈ হস্তিনালৈ যোৱাত দুৰ্য্যোধনৰ অশ্ৰদ্ধাৰ নিমন্ত্ৰণক অৱহেলা কৰি কৃষ্ণত দুখীয়া বিদুৰৰ ঘৰই উপ-যাচি গৈ আশ্ৰয় লৈছিল। কুৰুক্ষেত্ৰ যুদ্ধৰ পিচত যুধিষ্ঠিৰ হস্তিনা-পুৰৰ ৰজা হয় আৰু তেওঁৰ আশ্ৰয়তে বিদুৰ পোন্ধৰ বছৰ থাকে। ইয়াৰ পিচত বিদুৰে বাণপ্ৰস্থ অৱলম্বন কৰি যোগযুক্ত হৈ প্ৰাণ ত্যাগ কৰে। অনীমাণ্ডব্য ঋষিক লঘু পাপত গুৰুদণ্ড দিয়াই ঋষিৰ শাপতে যম ৰজাই বিদুৰ ৰূপে জন্মা বুলি কোৱা আছে।

( মহাভাৰত আদি ৬৩—( ব্যাসদেৱ, অনীমাণ্ডব্য দ্ৰষ্টব্য )

**বিদুলা**—এগৰাকী বীৰাঙ্গনা ৰাণী। এওঁৰ শাশ্বত বংশত জন্ম আৰু সৌবীৰ ৰজাৰ সৈতে বিয়া হয়। স্বামীৰ মৃত্যুৰ পাচত সিন্ধু দেশৰ ৰজাই সৌবীৰৰ ৰাজ্য আক্ৰমণ কৰে। বিদুলাই পুত্ৰ

সঞ্জয়ক নানা প্ৰকাৰ উৎসাহিত বাক্যেৰে সাহ দি যুদ্ধলৈ পঠিয়ায় আৰু স্বামীৰ ৰাজ্যৰ পৰা শত্ৰু সৈন্য দূৰ কৰি দিয়ায়।

(মহাভাৰত)

**বিদ্যুৎজিহ্ব**—কালকেয় বংশীয় এজন দানৱ ৰজা। এওঁ লঙ্কেশ্বৰ ৰাৱণৰ ভনীয়েক শূৰ্পনখাক বিয়া কৰাইছিল। ৰাৱণে পাতাল জয় কৰা সময়ত ভুলতে বিদ্যুৎজিহ্বক বধ কৰি শূৰ্পনখাক বিধৱা কৰে। এই ভুলৰ কাৰণে ৰাৱণ চিৰকাল শূৰ্পনখাৰ ওচৰত অপৰাধী হিচাবে থাকিব লগীয়া হৈছিল। (ৰামায়ণ)

**বিনতা**—প্ৰজাপতি দক্ষৰ কন্যা আৰু কশ্যপ মুনিৰ পত্নী। নিজৰ সহোদৰা ভনীয়েক কদ্ৰু এওঁৰ সপত্নী আছিল। কশ্যপৰ ঔৰসত বিনতা গৰ্ভৱতী হয়। কিন্তু যথা সময়ত তেওঁ দুটি কণী হে প্ৰসৱ কৰে। ভালেমান দিন হোৱাতো কণী দুটি নজগা দেখি বিনতাই এটি কণী ভাঙি চালে। তাৰফলত অপৈনত শৰীৰে সৈতে “অৰুণ” পক্ষীৰ জন্ম হ'ল। আন কণীটিৰ পৰা যথা সময়ত মহাবীৰ “গৰুড়” পক্ষীৰ জন্ম হ'ল। এদিন ইন্দ্ৰৰ উচ্চৈশ্ৰবা ঘোঁৰাটিৰ বৰণক লৈ কদ্ৰুৰে সৈতে বিনতাৰ তৰ্ক হ'ল। বিনতাই বগা, কদ্ৰুৱে কলা বুলি কলে। যি জনীৰ কথা অন্যথা হয় তেওঁ আন জনীৰ বেটী হব বুলি কথা বন্ধা হ'ল; কিন্তু পাচে পৰে নিজৰ ভুল বুজিব পাৰি উচ্চৈশ্ৰবাৰ বগা নেজৰ কোছাটোক কদ্ৰুই তেওঁৰ নাগ পুত্ৰবোৰৰ হতুৱাই কলা যেন কৰাই পৰাজিতা বিনতাক বেটী কৰি ললে। পঞ্চাশ বছৰ কদ্ৰুৰ বেটী হৈ থকাৰ পাচত পুত্ৰ গৰুড়ে মাহী মাকক স্বৰ্গৰপৰা অমৃত আনি দি মাকক দাসিত্বৰ পৰা মুক্ত কৰে।

(মহাঃ আদি ১৬ অঃ অৰুণ দ্ৰষ্টব্য)

**বিভীষণ**—ৰাক্ষস-ৰাজ ৰাৱণৰ সৰু ভায়েক। এওঁলোক ভাই ককাই আটাইটিয়ে তপস্যা কৰি ব্ৰহ্মাৰ পৰা বৰ লবৰ সময়ত ৰাৱণ কুম্ভকৰ্ণই আন বৰ মাগিলে; কিন্তু বিভীষণে ধৰ্ম্মত চিৰকাল মতি থকাৰ কাৰণে বৰ খুজিলে। এই সৎ আকাঙ্ক্ষা দেখি ব্ৰহ্মা

বিভীষণৰ প্ৰতি তুষ্ট হৈ চিৰকাল ধৰ্ম্মিষ্ঠ হৈ জীয়াই থকাৰ কাৰণে "অমৰ" বৰ দান কৰিলে। বিভীষণে গন্ধৰ্ব্ব-ৰাজ শৈলূষৰ কন্যা ধৰ্ম্ম পৰায়ণা "সৰমাক" বিয়া কৰায়।

ৰাৱণৰ অধীনত থাকিলেও বিভীষণে সদাই ৰাৱণক ধৰ্ম্ম আৰু ন্যায়যুক্ত সৎ পৰামৰ্শ দিছিল। সীতাক সসম্মানে ৰামক অৰ্পণ কৰিবলৈ উপযাচি পৰামৰ্শ দিয়াৰ কাৰণে ৰাৱণে তেওঁক গালি পাৰি সভাৰপৰা খেদি দিয়াত বিভীষণে ৰামৰ আশ্ৰয় লয় আৰু মিত্ৰতা স্থাপন কৰে। তেওঁৰ সহায়তে ৰামে দুৰ্জ্জয় ইন্দ্ৰজিতক বধ কৰে আৰু ৰাৱণক সবংশে নিৰ্ম্মূল কৰি সীতা উদ্ধাৰ কৰে। তাৰ পাছত বিভীষণ লঙ্কাৰ ৰজা হয়। ব্ৰহ্মাৰ বৰৰ প্ৰভাৱত তেওঁ মহা প্ৰলয় নোহোৱালৈকে জীয়াই থাকিব বুলি কোৱা আছে। (ৰাম দ্ৰষ্টব্য)

**বিৰাট**—মৎস্য দেশৰ এজন ঐশ্বৰ্য্যশালী শক্তিমন্ত ৰজা। এওঁৰ পত্নী সুদেষ্ণা, পুত্ৰ উত্তৰ, কন্যা উত্তৰা আৰু সেনাপতিৰ নাম কীচক আছিল। কীচক বিৰাট ৰজাৰ খুলশালিয়েক আৰু যুদ্ধ-বিদ্যাত নিপুণ লোক আছিল। সুশৰ্ম্মা ৰজাক কীচকে পৰাজয় কৰি তেওঁৰ ত্ৰিগৰ্ত ৰাজ্যখন বিৰাটৰ শাসনৰ তলতীয়া কৰিছিল। বনবাসৰ অন্তত পাণ্ডৱবিলাকে ভেশছন কৰি এওঁৰ ৰাজপুৰীতে বেলেগ বেলেগ নামে অজ্ঞাতবাস কৰিছিল। সৈৰিন্ধ্ৰী নামে ভেশছন ধৰি থকা দ্ৰৌপদীদেৱীক কীচকে সতীত্ব নাশ কৰিব খোজাত বল্লভ নাম লৈ থকা ভীমসেনে কীচকক গোপনে বিনাশ কৰে। কীচকৰ মৃত্যুৰ বাতৰি শুনি সুশৰ্ম্মাই মৎস্যদেশ আক্ৰমণ কৰি বিৰাটক বন্দী কৰে। বল্লভ নাম লৈ থকা ভীমে ৰজাক মুক্ত কৰি আনে। কৌৰৱবিলাকে বিৰাট ৰজাৰ গৰুৰ পাল খেদি নিয়া শুনি বৃহন্নলা নাম লৈ থকা অৰ্জ্জুনে ৰাজকুমাৰ উত্তৰেৰে সৈতে গৈ তুমুল যুদ্ধ কৰি গৰুৰ পাল ৰক্ষা কৰে। অজ্ঞাতবাসৰ কাল শেষ হোৱাত বিৰাটৰ ৰাজসভাতে পাণ্ডৱ-

বিলাকে আত্মপ্ৰকাশ কৰে। ৰজাই তেওঁবিলাকৰ পৰিচয় পাই লাজ আৰু সন্তোষ দুয়োবিধকে পালে। নিজৰ কন্যা উত্তৰাক বিৰাটে অৰ্জ্জুনলৈ বিয়া দিব খুজিছিল। অৰ্জ্জুন উত্তৰাৰ কলাবিদ্যাৰ শিক্ষক আছিল। গতিকে কন্যাস্থানীয়া শিষ্যাক নিজে বিয়া নকৰাই সুভদ্ৰাৰ পুত্ৰ অভিমন্যুলৈ বিয়া কৰালে। পাণ্ডৱৰ পৰম বান্ধৱ বিৰাট ৰজাই কুৰুক্ষেত্ৰ যুদ্ধত পাণ্ডৱৰ হৈয়েই অসীম বীৰত্বৰে যুঁজি যুদ্ধৰ পোন্ধৰ দিনৰ দিনা দ্ৰোণৰ শৰত প্ৰাণত্যাগ কৰিলে। ( মহাভাৰত। বিৰাট )

**বিৰাধ**—দণ্ডকাৰণ্যত থকা এজন ৰাক্ষস। ব্ৰহ্মাৰ বৰ পাই বিৰাধ অবধ্য হৈছিল। ৰাম, লক্ষ্মণ সীতা পঞ্চবটীত থকা সময়ত এদিন ৰাক্ষসে সীতাক লৈ পলায়। ৰামলক্ষ্মণে খেদি গৈ বিৰাধক ধৰিলে। কিন্তু ব্ৰহ্মাৰ বৰৰ প্ৰভাৱত তাক মাৰিব নোৱাৰি হাত-ভৰি কাটিকুটি জীয়াতে গাঁত এটাত পেলাই থলে।

**বিৰূপাক্ষ**—দিক্ হস্তীবিলাকৰ এটি। এওঁ পাতালত থাকি পৃথিবীক ধাৰণ কৰি আছে। বিৰূপাক্ষই মূৰ লাৰিলেই ভূমিকম্প হয় বুলি কোৱা আছে।

**বিশ্ৰবা**—এজন মুনি। ব্ৰহ্মাৰ পুত্ৰ পুলস্ত্যৰ ঔৰসত হবিৰ্ভূৰ গৰ্ভত এওঁৰ জন্ম। বিশ্ৰবা মুনিৰ প্ৰথমা পত্নী ইলাবিলৰ গৰ্ভত কুবেৰ নামে পুত্ৰ ওপজি ধনপতি হোৱা দেখি, সুমালী ৰাক্ষসে তেওঁৰ কন্যা কৈকসীকো ধন-ঐশ্বৰ্য্যশালী পুত্ৰ কামনা কৰিবলৈ মুনিৰ ওচৰলৈ পঠিয়ায়। বিশ্ৰবাই কৈকসীক পত্নীৰূপে গ্ৰহণ কৰি ৰাবণ, কুম্ভকৰ্ণ আৰু বিভীষণ নামে তিনটি পুত্ৰ জন্ম দিয়ে। ৰাকা নামে আন এজনী ৰাক্ষসী পত্নীৰপৰা বিশ্ৰবাৰ "খৰ" নামে ৰাক্ষস পুত্ৰ এটি ওপজে। ( কুবেৰ দ্ৰষ্টব্য )

**বিশ্বকৰ্ম্মা**—এজন দেৱতা। এওঁ প্ৰভাস নামে বসুৰ ঔৰসত তেওঁৰ পত্নী যোগসিদ্ধাৰ গৰ্ভত জন্ম লাভ কৰে। বিশ্বকৰ্ম্মা দেৱতা বিলাকৰ ভিতৰত শিল্পবিদ্যা বিশাৰদ। বৃত্ৰাসুৰ বধৰ কাৰণে

দধীচি মুনিৰ অস্থিৰে "বজ্ৰ" নামে অস্ত্ৰ বিশ্বকৰ্ম্মায়ে দেৱতা সকলক সাজি দিয়ে। সূৰ্য্যৰ পত্নী সংজ্ঞা বিশ্বকৰ্ম্মাৰ কন্যা।
মহাভাঃ আদি—৬৬ অঃ ( ছায়া দ্ৰষ্টব্য )

**বিশ্বৰূপ**—দেৱ শিল্পী বিশ্বকৰ্ম্মাৰ পুত্ৰ। দেৱৰাজ ইন্দ্ৰই বিশ্বৰূপক বধ কৰি পাপ ভাগী হৈছিল। পাছত যজ্ঞ কৰিহে সেই পাপৰ পৰা মুক্তি লাভ কৰে। ( মহাভাঃ উদ্যোগ ৭ অঃ )

**বিশ্বামিত্ৰ**—এজন মহৰ্ষি। এওঁ জাতত ক্ষত্ৰিয়। পিতৃৰ নাম "গাধি"। মহাৰাজ গাধিৰ মৃত্যুৰ পাচত বিশ্বামিত্ৰ ৰজা হৈ প্ৰবল প্ৰতাপে ৰাজত্ব কৰে। তেওঁৰ এশতকৈও অধিক বীৰ পুত্ৰ আৰু এক অক্ষৌহিণী পৰিমাণে ৰণনিপুণ সৈন্য আছিল। বশিষ্ঠ মুনিৰ "সবলা" নামে কামধেনুটি পোৱাৰ কাৰণে মুনিৰে সৈতে আশ্ৰমত বিশ্বামিত্ৰ ৰজাৰ বিবাদ হয়। মুনিয়ে কামধেনুৰ সহায়তাৰে সৈন্য সৃষ্টি কৰি ৰজাৰ ভালেমান পুত্ৰ আৰু সৈন্য ধ্বংস কৰে; দুখে-বেজাৰে ৰজা ৰাজধানীলৈ ফিৰি আহি পুত্ৰ এজনক ৰাজ্যভাৰ দিলে আৰু নিজে দুৰ্ঘোৰ তপস্যা কৰি প্ৰয়োগ-মন্ত্ৰই সৈতে ধনুৰ্ব্বেদ মহাদেৱৰপৰা শিক্ষা কৰিলে। তাৰ পিছত বশিষ্ঠৰ আশ্ৰমলৈ আহি পোনতে বিশ্বামিত্ৰই আশ্ৰমখন নষ্ট কৰি, পাছত মুনিৰ গালৈ অস্ত্ৰ নিক্ষেপ কৰিলে; কিন্তু বশিষ্ঠই "ব্ৰহ্মদণ্ড" প্ৰয়োগ কৰি ৰজাৰ সকলো চেষ্টাকে ব্যৰ্থ কৰিলে। এনেদৰে হতমান হত-দৰ্প হৈ বিশ্বামিত্ৰই ব্ৰহ্মবলৰ শ্ৰেষ্ঠতা বুজি পালে আৰু নিজে ব্ৰাহ্মণত্ব লাভ কৰিবলৈ ইচ্ছা কৰি পত্নীৰে সৈতে দক্ষিণফালে গৈ দুৰ্ঘোৰ তপস্যা কৰিব ধৰিলে। সুদীৰ্ঘকাল তপস্যা কৰাৰ ফলত ব্ৰহ্মাই তেওঁক ৰাজৰ্ষিত্ব প্ৰদান কৰিলে। এই সময়তে যজ্ঞ কৰি তাৰ ফলত সশৰীৰে স্বৰ্গলৈ যোৱাৰ অৰ্থে ত্ৰিশঙ্কু ৰজাই তেওঁৰ কুল-পুৰোহিত বশিষ্ঠক ধৰকৈ ধৰিলে। বশিষ্ঠ সম্মত নোহোৱাত বশিষ্ঠৰ পুত্ৰসকলক এই প্ৰাৰ্থনা জনালে; কিন্তু এই অসম্ভৱ প্ৰাৰ্থনাত তেওঁলোকো

সম্মত নহ'ল। তেতিয়া ত্ৰিশঙ্কু গৈ ৰাজৰ্ষি বিশ্বামিত্ৰৰ ওচৰ চাপিল। মহাশত্ৰু বশিষ্ঠক হীনপ্ৰভ কৰাৰ সুযোগ এটা পাই বিশ্বামিত্ৰই ভালকে পালে। তেওঁ ৰজাৰ কথাত সম্মতহ'ল। যথা সময়ত যজ্ঞ সমাপন কৰি বিশ্বামিত্ৰই ত্ৰিশঙ্কুক স্বৰ্গলৈ পঠালে ; কিন্তু দেৱতাসকলে তেওঁক তাত থাকিব নিদি মৰ্ত্ত্যলৈ আকৌ নমাই পঠিয়োৱাত বিশ্বামিত্ৰই তপৰ বলতে ত্ৰিশঙ্কুক নামিব নিদি শূন্যতে ৰাখিলে। তাৰ পাছত তেওঁ ত্ৰিশঙ্কুৰ কাৰণে শূন্যতে দ্বিতীয় স্বৰ্গ এখন স্ৰজিবলৈ আয়োজন কৰা দেখি দেৱতাসকল লৰি আহিল। বিশ্বামিত্ৰই নতুন স্বৰ্গৰ বাবে যিবোৰ নক্ষত্ৰ স্ৰজন কৰিছিল সেই সমস্তকে পূৰ্ব্বৰ স্বৰ্গত যুক্ত কৰি লৈ ত্ৰিশঙ্কুক সেই নক্ষত্ৰবোৰৰ মাজতে ঠাই দিলে।

দক্ষিণ ফালত এনেদৰে তপস্যাৰ বিঘ্ন হোৱা দেখি এইবেলি তেওঁ পশ্চিমফালৰ পুষ্কৰ তীৰ্থত গৈ তপস্যা কৰিব ধৰিলে। সেই সময়তে অযোধ্যাৰ ৰজা অম্বৰীষৰ যজ্ঞ-পশু ইন্দ্ৰই অপহৰণ কৰাত ৰজাই নৰবলি ( জীয়া মানুহ যজ্ঞত আহুতি ) দি যজ্ঞ-বিঘ্নৰ প্ৰায়শ্চিত্ত কৰিবলগীয়া হয়। তাৰ নিমিত্তে বিশ্বামিত্ৰৰ ভাগিনেক ঋচিক মুনিৰ মাজু ল'ৰা শুনঃশেফক অম্বৰীষে ধন দি কিনি অনায়। শুনঃশেফে বাটতে মোমায়েক বিশ্বামিত্ৰক দৈৱক্ৰমে লগ পাই প্ৰাণৰক্ষাৰ উপায় বিচাৰিলে। ৰাজৰ্ষি বিশ্বামিত্ৰই ভাগিনেকক এনেদৰে অগ্নি স্তব শিকাই পঠিয়ালে যে—অম্বৰীষে আহুতিত প্ৰদান কৰাতো যজ্ঞৰ অগ্নিত শুনঃশেফৰ শৰীৰৰ নোম এডালিও পোৰা নগল।

ইয়াৰ পাছত তপস্যাত তুষ্ট হৈ ব্ৰহ্মাই বিশ্বামিত্ৰক ঋষিত্ব প্ৰদান কৰাত তেওঁ পুনৰাই মহৰ্ষিত্ব লাভৰ কাৰণে তপস্যা কৰিব ধৰিলে। সেই সময়তে পুষ্কৰ তীৰ্থত গা ধুই উঠা মেনকা অপ্সৰাক দেখি বিশ্বামিত্ৰ মোহিত হ'ল আৰু দহ বছৰ অপ্সৰাক বন্দিনী কৰি থলে। তাৰ ফলত মেনকাৰ গৰ্ভত তেওঁৰ শকুন্তলা

নামে কন্যা উপজিল। এই তপস্যা বিঘ্নকৰী কাৰ্য্যৰবাবে বিশ্বামিত্ৰৰ মনত পাছত অনুতাপ হল আৰু উত্তৰফালে হিমালয় প্ৰদেশলৈ গৈ দুৰ্ঘোৰ তপস্যা আৰম্ভ কৰি দিলে। এই বেলি ব্ৰহ্মাই তেওঁক মহৰ্ষিত্ব প্ৰদান কৰিলে আৰু ইন্দ্ৰিয়জয়া নোহোৱাৰ বাবে সিদ্ধিলাভ কৰিব পৰা নাই বুলি জনালে। পুনৰাই ব্ৰাহ্মণত্ব লাভৰ কাৰণে তেওঁ উগ্ৰ তপস্যা কৰা দেখি পৰীক্ষা কৰিবলৈ ইন্দ্ৰই ৰম্ভা অপ্সৰাক পঠিয়াই দিলে। বিশ্বামিত্ৰই ৰম্ভাক দেখা মাত্ৰেই সুদীৰ্ঘ কালৰ বাবে পাষাণময়ী কৰি থলে। এনেদৰে ভালেমান দিন তপস্যা কৰাৰ ফলত ব্ৰহ্মাই বিশ্বামিত্ৰক সম্পূৰ্ণ ব্ৰাহ্মণত্ব দান কৰিলে। সিদ্ধিলাভৰ আনন্দতে তেওঁ পূৰ্ব্ব শত্ৰু বশিষ্ঠৰ লগত গৈ মিত্ৰতা স্থাপন কৰিলে।

এদিন বশিষ্ঠৰ মুখত হৰিশ্চন্দ্ৰ ৰজাৰ সুখ্যাতি শুনি বিশ্বামিত্ৰ পৰীক্ষা কৰিবলৈ গ'ল আৰু নানা প্ৰকাৰে ৰজাক অপাৰ দুখ দিলে। কিন্তু চৰিত্ৰৰ গুণত হৰিশ্চন্দ্ৰ সত্যত থকা দেখি বিশ্বামিত্ৰই তেওঁক পূৰ্ব্বতকৈও অধিক সুখী কৰি থলে। লোকৰ হিতৰ অৰ্থে বিশ্বামিত্ৰই অসংখ্য ৰাক্ষস বধ কৰায়। গৌতমপত্নী শাপগ্ৰস্তা অহল্যা উদ্ধাৰৰ হেতু তেৱেঁই। বিশ্বামিত্ৰৰ বাবেই ৰাম লক্ষ্মণ আদিৰ মিথিলাত বিয়া হয়। তাৰ উপৰি তেওঁ গায়ত্ৰী মন্ত্ৰৰ ৰচয়িতা আৰু ধনুৰ্ব্বেদৰ প্ৰথম প্ৰচাৰক।

( মহাভাঃ, ৰামায়ণ—ঋচিক-পৰশুৰাম দ্ৰষ্টব্য )

**বিশ্বাবসু**—এজন গন্ধৰ্ব্ব। এওঁ স্বৰ্গৰ গন্ধৰ্ব্ব আৰু বিদ্যাধৰ বিলাকৰ ৰজা। বিশ্বাবসুৰ ঔৰসত মেনকা অপ্সৰাৰ গৰ্ভত ৰুৰুমুনিৰ পত্নী প্ৰমদ্বৰাৰ জন্ম হয়।

।ভাৰত—আদি )

**বিষ্ণু**—হিন্দুধৰ্ম্ম আৰু হিন্দুশাস্ত্ৰ অনুসৰি যি দেৱতত্ত্ব নিৰূপিত হৈছে সেই মতে প্ৰধান দেৱতা তিনিজনৰ ভগবান বিষ্ণু এজন। এওঁ জগতক পালন কৰে আৰু সৃষ্টিৰ কল্যাণৰ অৰ্থে দহবাৰ অৱতাৰ

সেহ ধাৰণ কৰে। বিষ্ণুৰ লক্ষ্মী আৰু সৰস্বতী নামে দুগৰাকী ভাৰ্য্যা। সূৰ্য্যৰো আন এটা নাম বিষ্ণু।

**বীতহব্য**—হৈহয় ৰাজ্যৰ যাদৱবংশীয় ৰজা। এওঁ এশ পুত্ৰৰ সহায়ত ৰজা দিবোদাসক পৰাজিত কৰি বাৰানসী ৰাজ্য অধিকাৰ কৰে। দিবোদাসৰ পুত্ৰ প্ৰতৰ্দনে পুত্ৰবিলাকক বিনাশ কৰি বীতহব্যক খেদি যোৱাত তেওঁ প্ৰাণৰ ভয়ত গৈ ভৰদ্বাজ মুনিৰ আশ্ৰয় লয়। মুনিৰ কৃপাত পাছলৈ বীতহব্যই বিপ্ৰত্ব লাভ কৰিছিল। (মহাভাঃ অনুশাঃ ৩২) সৌদাস দ্ৰষ্টব্য।

**বীৰভদ্ৰ**—শিৱৰ এজন প্ৰিয় অনুচৰ। দক্ষ প্ৰজাপতিৰ শিৱহীন যজ্ঞত সতী দেহত্যাগ কৰা সংবাদ পাই শিৱই খঙতে মূৰৰ জট টান মাৰি দিয়ে। তাতে বীৰভদ্ৰৰ উৎপত্তি হয়। এওঁ জন্মিয়েই সতীয়ে দেহ ত্যাগ কৰা স্থানলৈ লৰি যায় আৰু যজ্ঞ নষ্ট কৰি প্ৰজাপতি দক্ষৰ মূৰটো চিঙি যজ্ঞৰ অগ্নিত পেলাই দিয়ে।

(কালিকা পুঃ—দক্ষ দ্ৰষ্টব্য)

**বুধ**—বৃহস্পতি ঋষিৰ পত্নী তাৰাৰ গৰ্ভত চন্দ্ৰৰ ঔৰসত ওপজা পুত্ৰ। গৰ্ভৱতী তাৰাক চন্দ্ৰই অৰ্পণ কৰাত বৃহস্পতিয়ে গৰ্ভ ত্যাগ কৰিবলৈ আদেশ কৰিলে। স্বামীৰ নিৰ্দ্দেশত তাৰাই শৰস্তম্বত (মাহুৰি বনৰ মাজত) গৰ্ভত্যাগ কৰাই বুধৰ জন্ম হ'ল। এওঁ বৈবস্বত মনুৰ কন্যা "ইলাক" বিয়া কৰায়। তেওঁলোকৰপৰা চন্দ্ৰবংশৰ আদি পুৰুষ "পুৰুৰবা" ওপজে।

(পুৰুৰবা দ্ৰষ্টব্য)

**বৃত্ৰ**—এজন অসুৰ। এওঁ সুবিখ্যাত বিষ্ণুভক্ত গয়াসুৰৰ পিতৃ। শিৱৰ বৰত বৃত্ৰই অজেয়ত্ব লাভ কৰি দেৱতাবিলাকক খেদি স্বৰ্গত অসুৰৰ ৰাজত্ব আৰম্ভ কৰে। দধীচি মুনিৰ অস্থিৰে অস্ত্ৰ নিৰ্ম্মাণ কৰিব পাৰিলে বৃত্ৰক বিনাশ কৰিবপৰা হয় বুলি ব্ৰহ্মাৰ মুখত শুনি দেৱতাবিলাক মুনিৰ ওচৰলৈ গ'ল। জগতৰ হিতৰ অৰ্থে দধীচিয়ে প্ৰাণত্যাগ কৰি অস্থি দিয়াত বিশ্বকৰ্ম্মাই সেই

অস্থিৰে “বজ্র” অস্ত্র নিৰ্ম্মাণ কৰিলে। তেতিয়া ইন্দ্ৰই বজ্র নিক্ষেপ কৰাত বৃত্র বিনাশ হ’ল। (মহাভাঃ বন ১০০ উদ্যোঃ ৭—দধীচি দ্রষ্টব্য)

**বৃন্দা**—এগৰাকী বিষ্ণুভক্তা পতিপৰায়ণা অসুৰ-নাৰী। এওঁ কালনেমি দৈত্যৰ কন্যা আৰু জলন্ধৰ অসুৰৰ পত্নী। বৃন্দাই স্বামীৰ মঙ্গলৰ কাৰণে সদায় বিষ্ণুক আৰাধনা কৰিছিল, সেইবাবে দেৱতা দূৰৰে কথা শিৱয়ো জলন্ধৰক বলে নোৱাৰিছিল। দেৱতা বিলাকৰ অনুৰোধত বিষ্ণুৱেই বৃন্দাৰ তপস্যা নষ্ট কৰে। তেতিয়া সহজতে জলন্ধৰ বিনাশ হয়। এইকথা জানি বৃন্দাই বিষ্ণুক শাপ দিবলৈ আয়োজন কৰিছিল; কিন্তু পাছৰ জন্মত বিষ্ণুপ্ৰিয় পৱিত্ৰ তুলসী বৃক্ষ হবলৈ বিষ্ণুৱে বৰ দিয়াত বৃন্দাসতী স্বামীৰ সহমৃতা হয়।
(জলন্ধৰ দ্রষ্টব্য)

**বৃষকেতু**—অঙ্গদেশৰ ৰজা সুবিখ্যাত দানবীৰ কৰ্ণৰ এওঁ পুত্র। এবেলি বিষ্ণুই কৰ্ণৰ দাতৃত্ব গুণৰ পৰীক্ষাৰ অৰ্থে বামুনবেশে আহি বৃষকেতুৰ মাংসেৰে ভোজন কৰাৰ অভিলাষ কৰ্ণক জনালে। কৰ্ণই অকুণ্ঠিত চিত্তে বৃষকেতুক বধ কৰে; কিন্তু বিষ্ণুৰ কৃপাত বৃষকেতু আকৌ পুনৰুজ্জীবিত হয়। বীৰত্বত বৃষকেতু মহাবীৰ কৰ্ণৰ উপযুক্ত পুত্র আছিল। কুৰুক্ষেত্ৰৰ যুদ্ধত কৰ্ণৰ মৃত্যুৰ পাছত বৃষকেতুই পাণ্ডৱ পক্ষত যোগ দিয়ে।

**বৃষদৰ্ভ**—এওঁ কাশীৰাজ্যৰ ৰজা। শৰণাগত কপৌ চৰাই এটিক শেন চৰাইৰপৰা ৰক্ষাৰ অৰ্থে শেনৰ ভোজনৰবাবে তুলাচনীৰ জোখেৰে কপৌৰ সমানে জুখি নিজৰ গাৰ মঙহ দিয়াত, শেহত শৰীৰৰ হাড়কেইডাল মাত্র বাকী আছিল। শৰণাগতক ৰক্ষাৰ কাৰণে কৰা এই মহান্ ত্যাগৰ বাবে বৃষদৰ্ভৰ স্বৰ্গগতি হল।
(মহাভাঃ অনুশাঃ ৩২অঃ)

**বৃহদ্বল**—কোশল ৰাজ্যৰ সূৰ্য্যবংশীয় এজন ৰজা। কুৰুক্ষেত্ৰ যুদ্ধত এওঁ কৌৰৱ পক্ষত যোগদিয়ে আৰু যুদ্ধৰ তেৰ দিনৰ দিনা অৰ্জ্জুন-পুত্র অভিমন্যুৰ হাতত মৰে। (মহাভাৰত)

**বৃহস্পতি**—এজন ঋষি। মহৰ্ষি অঙ্গিৰাই অগ্নিৰ কৃপাত এওঁক পুত্ৰৰূপে লাভ কৰে। এওঁৰ মাতৃৰ নাম শুভা। শাৰীৰিক-মানসিক তেজ, জ্ঞান, তপস্যা, মন, মন্ত্ৰণা আৰু সুবিমল কীৰ্তি বৃহতী পৰিমাণে থকাৰ বাবে অঙ্গিৰাই পুত্ৰৰ নাম বৃহস্পতি থয়। বৃহস্পতিৰ জ্যেষ্ঠ ভাতৃৰ নাম উতথ্য। তেওঁৰ পত্নীৰ নাম তাৰা। পুত্ৰৰ নাম কচ। এসময়ত তাৰাক চন্দ্ৰই হৰণ কৰি নিছিল। বৃহস্পতিয়ে দেৱতাবিলাকৰ সহায়ত চন্দ্ৰৰ বিৰুদ্ধে যুদ্ধ-আয়োজন কৰাত চন্দ্ৰ গৈ দৈত্যবিলাকৰ আশ্ৰয় লয়। ব্ৰহ্মাৰ মধ্যস্থতাৰ গুণত চন্দ্ৰই তাৰাক আকৌ বৃহস্পতিক অৰ্পণ কৰাত দেৱ-দৈত্যৰ যুদ্ধ হবলৈ নাপালে। চন্দ্ৰই ভোগ কৰা পত্নী তাৰাক গৰ্ভবতী বুলি জানিও বৃহস্পতিয়ে গ্ৰহণ কৰিলে। বৃহস্পতি নিজেও জ্যেষ্ঠ ভাতৃৰ পত্নী মমতাক গৰ্ভৱতী অৱস্থাতে উপভোগ কৰিছিল আৰু সেই উপভোগৰপৰা তেওঁৰ ভৰদ্বাজ নামে পুত্ৰৰ জন্ম হয়। বৃহস্পতি বিদ্বান, বুদ্ধিবান, সৰ্ব্বশাস্ত্ৰ-বিশাৰদ আৰু নীতিবিদ আছিল। সেইবাবে তেওঁ চিৰকাল দেৱতা বিলাকৰ গুৰু আৰু মন্ত্ৰী আছিল। বৃহস্পতিৰ বুদ্ধিৰ গুণতে তেওঁলোক শত্ৰুৰ হাতৰ পৰা ৰক্ষা পৰিছিল আৰু শত্ৰুক জয় কৰি দেৱ-সন্মান অক্ষুণ্ণ কৰি ৰাখিছিল। (মহাঃ বন-২১৭ অঃ—অঙ্গিৰা, তাৰা দ্ৰষ্টব্য)

**বেন**—এজন ৰজা। অঙ্গৰজাৰ ঔৰসত সুনীথাৰ গৰ্ভত তেওঁৰ জন্ম। বেন প্ৰৱল পৰাক্ৰান্ত ৰজা আছিল। তেওঁ নিজৰ ৰাজ্যত যাগ যজ্ঞ, পূজা, বলিদান আদি নিষেধ কৰি ব্ৰাহ্মণ্য-ধৰ্ম্মৰ বিৰুদ্ধতা আচৰণ কৰাত ব্ৰাহ্মণসকলে প্ৰতিবাদ জনালে। এই প্ৰতিবাদলৈ ৰজাই কাণ নিদিয়া দেখি ব্ৰাহ্মণসকলৰ খং উঠি মন্ত্ৰপূত কুশৰ দ্বাৰা কোবাই বেনক বধ কৰিলে। তাৰ পিছত বেনৰ শটোৰ সোঁহাতত মন্ত্ৰপূত কুশৰ আগ ঘঁহি দিয়াত পৃথু নামে পুত্ৰ উৎপত্তি হল। যথা সময়ত এই পৃথুৱেই পোনতে অঙ্গ ৰাজ্যৰ ৰজা হয় আৰু পাছলৈ গৈ গোটেই পৃথিৱীত ৰাজত্ব কৰিছিল। (বিষ্ণু পুৰাণ)

**বেদৱতী**—কুশধ্বজ ৰজাৰ কন্যা। এওঁক পিতৃয়ে বিষ্ণুলৈ বিয়া দিব খুজিছিল ; কিন্তু তেওঁৰ ইচ্ছা পূৰণ নহল। শুম্ভ দৈত্যৰ হাতত অকালতে কুশধ্বজৰ মৃত্যু হ'ল। তেওঁৰ পত্নীও স্বামীৰ অনুগমন কৰিলে। গতিকে বেদৱতীয়ে পিতৃ-মাতৃবিহীনা হৈ পৰলোকগামী পিতৃৰ অভিলাষমতে বিষ্ণুক স্বামী পাবলৈ ঘোৰ তপস্যা কৰিব ধৰিলে। সেইদৰে ভালেমান দিন গ'ল। এনেতে এদিন লঙ্কেশ্বৰ ৰাৱণে বেদৱতীৰ ৰূপত মুগ্ধ হৈ তেওঁক পত্নীৰূপে পাবলৈ বাঞ্ছা জনালে। বেদৱতী সম্মত নোহোৱাত বল প্ৰয়োগ কৰিব খুজিলে। তেতিয়া বেদৱতীয়ে ৰক্ষাৰ উপায় নেদেখি জ্বলন্ত চিতাত প্ৰাণত্যাগ কৰিলে। সেই সময়ত তেওঁ ৰাক্ষস বংশ নিৰ্ম্মূল হোৱাৰ কাৰণ হৈ ওপজা কামনা কৰিছিল। সেইবাবে বেদৱতীয়েই জনক নন্দিনী সীতাৰূপে ওপজে বুলি কোৱা আছে।

**বৈবস্বত**—এজন মনু। এওঁ "বিবস্বান" অৰ্থাৎ সূৰ্য্যৰ পুত্ৰ—সেইবাবে নাম বৈবস্বত হয়। এওঁৰ আন এটা নাম সত্যব্ৰত। "চাৰিণী" নামে নদীত মনুৱে বহুকাল তপস্যা কৰি আছিল। সেই সময়তে অকণমানি মাছ এটিয়ে আহি কলে—"মোক ডাঙৰ মাছে খায়, আপুনি ৰক্ষা কৰক।" মনুৱে মাছটি আঁজলিত লোৱামাত্ৰে ডাঙৰ হৈ পৰিল। মাছৰ নিৰ্দ্দেশমতে পোনতে গঙ্গা নদীত, তাৰ পাছত সমুদ্ৰত নি মনুৱে জীয়াই দিলে। তেতিয়া মাছে কলে,—"মনু ! এসময়ত পৃথিৱী জলময় হব। আপুনি নাও এখন সজাই তাত জৰী লগাই থব আৰু ঋষি সাতজনে সৈতে উদ্ভিদৰ বীজ লৈ উঠি থাকিব। সময়মতে আহি মই জৰীত ধৰি নাওখনি বামলৈ টানি নিম।" সেয়ে হল। জলময় পৃথিৱীত ঋষি সাতজন আৰু বীজবোৰে সৈতে বৈবস্বত মনুমাত্ৰ জীয়াই থাকিল। তাৰে পৰায়ে পৃথিৱী আকৌ জীৱ আৰু উদ্ভিদেৰে পৰিপূৰ্ণ হল।

মহাঃ বন ১৮৭ অঃ ( মৎস্য দ্ৰষ্টব্য )

**বৈশম্পায়ণ**—এজন পুৰাণবক্তা মুনি। এওঁ মহৰ্ষি ব্যাসদেৱৰ শিষ্য। জন্মেজয় ৰজাৰ সৰ্পযজ্ঞ সভাত বৈশম্পায়নে মহাভাৰত পাঠ কৰি সকলোকে শুনাইছিল। এসময়ত এওঁ ব্ৰহ্মবধ পাপত লিপ্ত হৈ তাৰপৰা মুক্তি পাবলৈ শিষ্যসকলক এটি যজ্ঞৰ অনুষ্ঠান কৰিবলৈ আদেশ কৰে। যাজ্ঞ্যবল্ক নামে শিষ্য এজনে অসম্মতি প্ৰকাশ কৰে। তেতিয়া অধীত সমস্ত বিদ্যা প্ৰত্যৰ্পণ কৰিবলৈ বৈশম্পায়নে নিৰ্দ্দেশ দিয়ে। সেইমতে যাজ্ঞাবল্কই বঁতিয়াই দিয়াত বেদমন্ত্ৰবোৰ "তিত্তিৰ" পক্ষীৰ ৰূপ ধৰি উৰি যাবলৈ ধৰা দেখি আনবিলাক শিষ্যই ধৰি ৰাখে। সেইবোৰেই "তৈত্তিৰীয় সংহিতা" নামে বিখ্যাত হয়।

(স্কন্দপুৰাণ—নাগৰখণ্ড,—মহাভাৰত)

**ব্যাসদেৱ**—দ্বাপৰ যুগৰ এজন সুপ্ৰসিদ্ধ লোকহিতকাৰী মুনি। মহৰ্ষি পৰাশৰৰ ঔৰসত এওঁৰ জন্ম। এওঁৰ মাতৃ মাছৰূপিণী অদ্ৰিকা অপ্সৰাৰ গৰ্ভত জন্মি, ধীবৰ (মছুৱা) এজনৰ দ্বাৰা প্ৰতিপালিতা হয়। শৰীৰত মাছৰ গোন্ধ থকাবাবে তেওঁৰ নাম মৎস্যগন্ধা হৈছিল আৰু ধীবৰে মৎস্যগন্ধাক যমুনানৈৰ পাৰঘাটত নাৱেৰে মানুহ পাৰকৰা কাৰ্য্যত নিযুক্ত কৰিছিল। এদিন পৰাশৰ মুনি ঘাটেৰে পাৰ হওঁতে মৎস্যগন্ধাক সঙ্গম প্ৰাৰ্থনা কৰে। অবিবাহিতা কুমাৰী মৎস্যগন্ধা নিৰুপায়ত পৰি সম্মত হয়। সেই সঙ্গমৰ ফলত মৎস্যগন্ধা গৰ্ভৱতী হয় আৰু লাজতে যমুনাৰ নিৰ্জ্জন দ্বীপ এটাত শিশু এটি প্ৰসৱ কৰে। সেই শিশুৱেই ব্যাসদেৱ। তেওঁৰ গাৰ বৰণ কলা থকাত নাম থৈছিল "কৃষ্ণ" বুলি; কিন্তু দ্বীপত ওপজাৰ বাবে "কৃষ্ণ দ্বৈপায়ন" নামে প্ৰসিদ্ধ হয়।

মাতৃৰ অনুমতি লৈ দ্বৈপায়ন অধ্যয়ন আৰু তপস্যাৰ অৰ্থে বনলৈ যায় আৰু যথাসময়ত সিদ্ধিলাভ কৰি আহি লোকহিতকৰ শাস্ত্ৰ প্ৰণয়নত শক্তি নিয়োগ কৰে। ইয়াৰ আগতে বেদৰ মন্ত্ৰসমূহ গদ্য, পদ্য আৰু গীত এই তিনিবিধ ৰচনাৰ সমষ্টি আছিল

আৰু সেইবাবে বেদক "ত্ৰয়ী" বুলিছিল। তাৰ ভিতৰত যিবিলাক মন্ত্ৰ শত্ৰু দমনৰ উপযোগী আৰু ফলদায়ক সেইবিলাক "অথৰ্ব্বা" ঋষিয়ে বেলেগে গাথি উলিয়াই নিজৰ নাম অনুসৰি "অথৰ্ব্ববেদ" নাম দিয়ে। বাকী বেদমন্ত্ৰবিলাক "ত্ৰয়ী" নামেই প্ৰচাৰিত থাকে। কৃষ্ণ দ্বৈপায়ণে গদ্য, পদ্য, গীতৰ সমষ্টি ত্ৰয়ীক ব্যাস অৰ্থাৎ বিভাগ কৰি বেলেগে বেলেগে যথাক্ৰমে "যজুঃ, ঋক্ আৰু সাম" নামে প্ৰচাৰ কৰে। বেদ বিভাগ কৰাৰ কাৰণে কৃষ্ণ দ্বৈপায়নৰ আন এটা নাম "বেদব্যাস" হয়।

বেদ বিভাগ কৰাৰ বাহিৰেও ব্ৰহ্মা, বিষ্ণু, শিৱ, ভাগৱত, পদ্ম, নাৰদ, মাৰ্কেণ্ডেয়, অগ্নি, ভবিষ্য, ব্ৰহ্মবৈবৰ্ত্ত, লিঙ্গ, বৰাহ, স্কন্দ, বামন, কূৰ্ম্ম, মৎস্য, গৰুড় আৰু ব্ৰহ্মাণ্ড নামে ওঠৰখনি পুৰাণ ব্যাসদেৱে প্ৰণয়ন কৰে। "উত্তৰমীমাংসা" বা "বেদান্ত দৰ্শন" নামে সুপ্ৰসিদ্ধ দৰ্শন শাস্ত্ৰৰ ৰচোঁতাও ব্যাসদেৱ। ব্যাস প্ৰণীত "মহাভাৰত" পঞ্চমবেদ সদৃশ খ্যাতিসম্পন্ন। এই মহাভাৰতৰে এটা ক্ষুদ্ৰ অংশ সাত শ শ্লোকৰ সমষ্টি "শ্ৰীমদ্ভাগৱত গীতা" জগতৰ এখনি অপূৰ্ব্ব গ্ৰন্থ। গীতা-সাহিত্যই সাৰ্বভৌম অসাম্প্ৰদায়িক-ধৰ্ম্ম জগতত প্ৰচাৰ কৰিছে। ইয়াত সকল ধৰ্ম্মৰে সাৰ কথা থকাৰ বাবে পৃথিবীৰ এখনি সৰ্বলোকমান্য গ্ৰন্থ বুলি বিবেচিত হয়।

কোৱা আছে—ইমানবোৰ শাস্ত্ৰ লিখি ভাগৰি গৈ মহাভাৰত লিখিবৰ সময়ত ব্যাসদেৱে এজন শ্ৰুতলিপিকাৰ বিচাৰিছিল। ব্ৰহ্মাৰ উপদেশমতে এই কাৰ্য্যৰ বাবে চাৰিহাত আৰু শুঁৰ বিশিষ্ট পাৰ্ব্বতীৰ পুত্ৰ গণেশক অনোৱা হল। গণেশে ব্যাসক কলে—"হাতত কাপ লৈ বৈ বহি থাকিবলগা হলেই মই গুচি যাম; গতিকে আপুনি খৰকৈ কব।" ব্যাসে কলে—"মই কোৱা কথা নুবুজাকৈ আপুনি এক আখৰিও নেলেখিব।" এইবাবে ব্যাসদেৱে মহাভাৰতৰ একোটি শ্লোক মাজে মাজে এনে পাক্ লগাই ৰচিবলৈ ধৰিলে যে সহজে বুজি নোপোৱাৰ

বাবে ব্যাসৰ কোৱাতকৈ লেখা কাৰ্য্যত গণেশ আগ বাঢ়িব নোৱাৰিলে। মহাভাৰতৰ সেই দুৰ্ব্বোধ্য শ্লোকবোৰ আজিও "ব্যাসকুট" নামে সুপ্ৰসিদ্ধ।

মৎস্যগন্ধাই আবিয়ৈ কালতে ব্যাসদেবক জন্ম দিলেও পৰাশৰ মুনিৰ কৃপাত তেওঁৰ "কন্যা—কাল" থিতাপি হৈ থাকে, গাৰ মাছৰ গোন্ধ গুচে আৰু সত্যৱতী নাম হয়। পাছলৈ সত্যৱতীক মহাৰাজ শান্তনুৱে বিয়া কৰায়। বিবাহিতা সত্যৱতীৰ পুত্ৰ বিচিত্ৰবীৰ্য্যৰ অম্বিকা আৰু অম্বালিকা নামে দুই পত্নী থকা সত্বেও অপুত্ৰক অৱস্থাত অকালতে মৃত্যু ঘটে। স্বামীৰ বংশ সিমানতে লোপ পোৱাৰ আশঙ্কা কাৰি সত্যৱতীয়ে তেওঁৰ আবিয়ৈ কালৰ পুত্ৰ ব্যাসদেৱক সেই দুই বিধবা বোৱাৰীৰ পুত্ৰ জন্ম দিবলৈ আদেশ দিয়ে; মাতৃৰ আদেশমতে ব্যাসে অম্বিকাত ধৃতৰাষ্ট্ৰ আৰু অম্বালিকাত পাণ্ডু নামে পুত্ৰ উৎপাদন কৰে। অম্বিকাৰ পুত্ৰটি অন্ধ হৈ ওপজাৰ কাৰণে সত্যৱতীযে ভাল পুত্ৰ এটি উৎপাদন কৰিবলৈ বোৱাৰীক আকৌ ব্যাসৰ ওচৰলৈ যাবলৈ কয়। অম্বিকাই এই বেলি শাহুৱেকৰ কথা অমান্য কৰি নিজৰ নিচিনাকৈ সজাই পৰাই বেটী এজনীক ব্যাসৰ ওচৰলৈ পঠিয়াই দিযে। এই বেটীৰ গৰ্ভত ব্যাসৰ ঔৰসত মহত্মা বিদুৰৰ জন্ম হয়। এদিন ঘৃতাচী অপ্সৰাক দেখি ব্যাসদেবৰ বীৰ্য্যপাত হয়। আৰু সেই বীৰ্য্যৰপৰা "শুক" নামে প্ৰসিদ্ধ পুত্ৰই জন্ম লাভ কৰে।

পাণ্ডৱবিলাক ব্যাসৰ প্ৰিয়পাত্ৰ আছিল। কৌৰৱ-বিলাকৰ লগত ভৱিষ্যতে যুঁজিব লাগিব বুলি জানি বনবাসী পাণ্ডৱবিলাকক দ্বৈত বনত লগ ধৰি অস্ত্ৰ-শস্ত্ৰ শিকি বলৱান্ হবলৈ ব্যাসে পৰামৰ্শ দিছিল। কুৰুক্ষেত্ৰ যুদ্ধৰ সমস্ত বিৱৰণ ৰাজপুৰীত বহিয়েই অন্ধ ধৃতৰাষ্ট্ৰৰ আগত বৰ্ণনা কৰিবলৈ ব্যাসদেবে সঞ্জয়ক দিব্যচক্ষু দান কৰে। যুদ্ধৰ অন্তত কৌৰৱ-পাণ্ডৱৰ নাৰীসকলক

ব্যাসদেৱে যোগবলেৰে মৃত আত্মীয়-স্বজন, পতি-পুত্ৰ আদিক ক্ষণিকৰবাবে দৰ্শন কৰাইছিল। সেইকালৰ সমস্ত ঋষি মুনিৰ ভিতৰতে ব্যাসদেৱ সুবিখ্যাত তপস্বী, নিখিল বিত্তা-বিশাৰদ, অসাধাৰণ মনস্বী, বিশেষতঃ লোকহিতকৰ শাস্ত্ৰ প্ৰণয়ন আৰু প্ৰচাৰৰ কাৰণে সুপ্ৰসিদ্ধ আৰু সৰ্ব্বলোকমান্য আছিল। সুকঠিন বৈদিক সত্যসমূহ সহজবোধ্য কৰাৰ অৰ্থে আৰু ভগবদ্ভক্তি প্ৰচাৰৰ কাৰণে পুৰাণ ভাৰত আদি শাস্ত্ৰত নিৰ্গুণ ভগৱন্তক সগুণ ৰূপে প্ৰকাশ কৰি ব্যাসদেৱে ভগবানক এনেদৰে ক্ষমা প্ৰাৰ্থনা কৰা বুলি এটা শ্লোক প্ৰচলিত আছে, কিন্তু এই শ্লোক ভাৰত-পুৰাণ আদিত ক'তো পোৱা নেযায়। এই শ্লোকটি মহাত্মা শঙ্কৰাচাৰ্যই ৰচনা কৰা বুলিও কোনো কোনোৱে কয়।

ৰূপং ৰূপবিবৰ্জিতস্য ভবতো ধ্যানেন যৎকল্পিতম্,
স্তুত্যানিৰ্বচনীয়তাখিলগুৰোদূৰীকৃতা যন্ময়া।
ব্যাপিত্বঞ্চ বিনাশিতং ভগবতো যত্তীৰ্থযাত্ৰাদিনা,
ক্ষন্তব্যং জগদীশ তদ্বিকলত্যাদোষত্ৰয়ং মৎকৃতম্ ॥"

(মহাভাঃ—আদি ৬৩ অঃ)

ব্ৰহ্মা—সৃষ্টিকৰ্ত্তা আৰু সৃষ্টিৰ বিধান কৰোঁতা। সংসাৰথন প্ৰথমে আছিল ঘূৰ্ঘোৰ অন্ধকাৰৰ সমষ্টি। তাৰ পিছত অন্ধকাৰ গুচি জলময় হয়। কালত সেই জলতে বীজৰ উৎপত্তি হয়। বীজ আকৌ সুবৰ্ণ অণ্ডৰূপে পৰিণত হয়। এই অণ্ডই দুভাগ হৈ এভাগ হয় আকাশ আৰু আনভাগ হয় পৃথিৱী। তেতিয়া ব্ৰহ্মাই ৰূপ গ্ৰহণ কৰে। ব্ৰহ্মাৰ-পত্নী সাবিত্ৰী দেৱী, কন্যা দেৱসেনা আৰু দৈত্যসেনা। তেওঁ প্ৰথমে দহজন মানসপুত্ৰ স্ৰজন কৰি সিবিলাকক প্ৰজা সৃষ্টি কৰিবলৈ আদেশ কৰে। তাৰে ন জনে সমস্ত জীৱ-জন্তু, গ্ৰহ-নক্ষত্ৰ, উদ্ভিদ-প্ৰাণী আদি স্ৰজন কৰে। তেওঁলোক প্ৰজাপতি নামে প্ৰসিদ্ধ হয়। বাকীজন নাৰদে ভগৱৎ চিন্তাত ব্যাঘাত হব বুলি আশঙ্কা কৰি

সৃষ্টিকাৰ্য্যৰপৰা আঁতৰি থাকে। এই আদেশ লঙ্ঘনৰ বাবে ব্ৰহ্মাই নাৰদক অভিশাপ দিয়ে। তাৰ ফলত তেওঁ মানৱ আৰু গন্ধৰ্ব্বৰূপে জন্ম গ্ৰহণ কৰিবলগীয়া হয়।

(মহাভাঃ শান্তি ২০৭, হৰিবংশ, বিষ্ণু পুঃ, শিৱ পুঃ)

## ভ

**ভগদত্ত**—এজন অসুৰৰ ৰজা। এওঁ কামৰূপ অধিপতি মহাৰাজ নৰকাসুৰৰ জ্যেষ্ঠ পুত্ৰ। শ্ৰীকৃষ্ণই নৰকাসুৰক বধ কৰি ভগদত্তক প্ৰাগ্‌জ্যোতিষপুৰৰ পিতৃ সিংহাসনত বহুৱায় আৰু আত্মৰক্ষাৰ বাবে পৈতৃক বৈষ্ণৱ অস্ত্ৰ প্ৰদান কৰে। দেৱৰাজ ইন্দ্ৰৰ লগত এওঁৰ বন্ধুত্ব আছিল। ভগদত্ত প্ৰতাপী ৰজা আৰু সুবিখ্যাত বীৰ আছিল। যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞৰ সময়ত অৰ্জ্জুনেৰে সৈতে আঠদিন বিয়পি যুদ্ধ কৰিও জয়ী হব নোৱাৰি যুধিষ্ঠিৰৰ কৰতলীয়া হয়। বিখ্যাত কুৰুক্ষেত্ৰ যুদ্ধত ভগদত্তই কৌৰৱ পক্ষত যোগ দি অসীম বিক্ৰমে ভীমসেনক পৰাজিত কৰে। তাৰ পিছত মহাৰথী অৰ্জ্জুনেৰে সৈতে দ্বৈৰথ যুদ্ধ লগাত ভগদত্তই পৈতৃক অব্যৰ্থ বৈষ্ণৱ অস্ত্ৰপাত অৰ্জ্জুন বধৰ কাৰণে নিক্ষেপ কৰে। শ্ৰীকৃষ্ণই বৈষ্ণৱ অস্ত্ৰ গা পাতি লোৱাতহে অৰ্জ্জুন কোনোমতে ৰক্ষা পৰে আৰু অৱশেষত অৰ্জ্জুনৰ হাততে মহাবীৰ ভগদত্ত বিনাশ হয়। স্থানীয় জনপ্ৰবাদ আছে যে, মহাৰাজ ভগদত্তই দিনৌ গঙ্গাস্নানৰ পাছত শ্ৰীক্ষেত্ৰ দৰ্শন কৰি ৰাজধানীত আহি আহাৰ কৰিছিল।

(মহাভাৰত সভা আৰু দ্ৰোণ)

**ভগীৰথ**—সূৰ্য্যবংশীয় এজন সুপ্ৰসিদ্ধ ৰজা। এওঁ মহাৰাজ দিলীপৰ পুত্ৰ। শিশুকালত এওঁৰ হাড় মুৰ ঠিক নথকাই চলন-ফুৰণ

কৰিব নোৱাৰিছিল। এদিন আঠ ভাজ লগা "অষ্টাবক্ৰ" মুনিক দেখা পাই সম্মান দেখুৱাবলৈ ইচ্ছা থকা সত্ত্বেও চেষ্টা কৰি কোনোমতে ভগীৰথ ঠিয় দিব নোৱাৰিলে। বিদ্ৰূপ কৰা বুলি ভাবি মুনি শাপ দি কলে, "তোৰ প্ৰকৃত বিকলাঙ্গ শৰীৰ হলে আজিৰপৰা নিৰুজ হওক আৰু যদি মোক বিদ্ৰূপ কৰিবলৈ ভাও জুৰিছ তেনেহলে এই মুহুৰ্ত্তৰপৰা বিকলতা প্ৰাপ্ত হওক।" অষ্টাবক্ৰৰ শাপেই ভগীৰথৰ বৰ হ'ল। তেওঁৰ শৰীৰ নিৰুজ হৈ পৰিল।

কপিল মুনিৰ শাপত ভগীৰথৰ পূৰ্ব্বপুৰুষ সগৰ ৰজাৰ পুত্ৰবিলাক ভস্মীভূত হৈছিল। পিতৃৰ মৃত্যুৰ পাছত ভগীৰথ ৰজা হৈ যেতিয়া জানিলে যে গঙ্গাৰ পানী স্পৰ্শ কৰিলে সগৰৰ পুত্ৰবিলাক পুনৰুজ্জীৱিত হব; তেতিয়াৰপৰা যিকোনো উপায়ে গঙ্গাক পৃথিবীলৈ অনা সম্বন্ধে তেওঁ স্থিৰ কৰিলে আৰু সেই অৰ্থে "গোকৰ্ণ" তীৰ্থলৈ গৈ ঘুৰ্ঘোৰ তপস্যা কৰিবলৈ ধৰিলে। গঙ্গা দেবী সন্তুষ্ট হৈ ভূমণ্ডললৈ নামি আহিবলৈ সম্মত হ'ল। নানা বাধা-বিঘিনি এৰাই ভগীৰথে নিজৰ ইচ্ছামতে গঙ্গাক বোৱাই নি সগৰৰ পুত্ৰবিলাকক পুনৰ্জ্জীৱন পোৱালে। ভগীৰথে ভূমণ্ডললৈ নমাই অনাৰ বাবেই গঙ্গাৰ আন এটা নাম "ভাগীৰথী।" পুত্ৰ কন্যাই যিদৰে পূৰ্ব্ব পুৰুষক উদ্ধাৰ কৰে গঙ্গায়ো সেইদৰে ভগীৰথৰ পূৰ্ব্ব পুৰুষক উদ্ধাৰ কৰিছিল। এই কাৰণতো ভাগীৰথী নাম হয় বুলি খ্যাতি আছে।

(ৰামায়ণ, মহাভাৰত—দ্ৰোণ বন ১০৬ দ্ৰোণ ৬১ অঃ)

**ভৰত**—১। এজন মুনি। দেৱৰাজ ইন্দ্ৰৰ অনুৰোধ মতে চাৰি বেদৰ পৰা সঙ্কলন কৰি আৰু শিৰৰ পৰা আৱশ্যকীয় উপদেশ লৈ সৃষ্টিকৰ্ত্তা ব্ৰহ্মাই "নাট্য শাস্ত্ৰ" প্ৰণয়ন কৰে। সেই শাস্ত্ৰ ব্ৰহ্মাই ভৰত মুনিক শিকায়। ভৰতেই জগতত নাট্যশাস্ত্ৰ প্ৰথমে প্ৰচাৰ কৰে।

২। চন্দ্ৰবংশীয় এজন ৰজা। মহাৰাজ দুষ্মন্তৰ ঔৰসত

শকুন্তলাৰ গৰ্ভত এওঁৰ জন্ম। নানাবিধ যাগ-যজ্ঞকাৰী বুলি এওঁৰ খ্যাতি আছিল। ভৰতে অধিকাৰ কৰা ঠাইৰ নামকে পাছলৈ "ভাৰতবৰ্ষ" বুলি কোৱা হয়। তেওঁ বিদৰ্ভ ৰজাৰ তিনি গৰাকী কন্যা বিয়া কৰায়।

৩। সূৰ্য্যবংশীয় দশৰথ ৰজাৰ কৈকেয়ী নামে পত্নীৰপৰা ওপজা দ্বিতীয় পুত্ৰ। ৰামচন্দ্ৰক বনলৈ পঠিয়াই ভৰতক পিতৃ ৰাজ্যৰ অধিকাৰী কৰে। এই নিৰ্দ্দয় ঘটনাৰ শোক বেজাৰতে দশৰথৰ মৃত্যু হয়। ভৰতে আহি এই অনুচিত ব্যৱস্থাৰবাবে মাকক নানাপ্ৰকাৰে নিন্দা কৰে আৰু পিতৃৰ অশৌচান্তত ৰামচন্দ্ৰক চিত্ৰকূট পৰ্ব্বতত গৈ লগ ধৰি ৰাজ্যলৈ ফিৰাই আনিবলৈ চেষ্টা কৰে। সেই চেষ্টা ফলৱতী নোহোৱাত ৰামৰ পাদুকা সিংহাসনত থৈ প্ৰতিনিধিৰূপে ভৰতে চৈধ্যবছৰ পিতৃ ৰাজ্য চলায় আৰু নিৰ্দ্দিষ্ট দিনত ৰাম ঘূৰি অহাত সিংহাসন অৰ্পণ কৰে। ভৰতৰ ভ্ৰাতৃপ্ৰেম, ত্যাগ আৰু ন্যায় বিচাৰ জগতৰ আদৰ্শ উদাহৰণ।

কুশধ্বজ ৰজাৰ কন্যা মাণ্ডবীক ভৰতে বিয়া কৰায। তক্ষ আৰু পুষ্কৰ নামে এওঁলোকৰ দুই পুত্ৰ ওপজে। মহাৰাজ ৰামচন্দ্ৰৰ নিৰ্দ্দেশমতে সিন্ধু নদীৰ পাৰৰ গন্ধৰ্ব্ববোৰৰ দেশখন জয় কৰি ভৰতে তেওঁৰ দুই পুত্ৰক ভগাই দিয়ে। তক্ষই শাসন কৰা খণ্ড "তক্ষশিলা" আৰু পুষ্কৰে শাসন কৰা খণ্ড "পুষ্কৰাৱতী" নামে বিখ্যাত হয। জীৱনৰ শেষ অৱস্থাত ভৰতে সৰযূ নদীত যোগ কৰি প্ৰাণত্যাগ কৰে। (ৰামায়ণ)

**ভৰদ্বাজ**—এজন সুপ্ৰসিদ্ধ মুনি। উতথ্য মুনিৰ গৰ্ভৱতী পত্নী মমতাক মুনিৰ কনিষ্ঠ সহোদৰ বৃহস্পতিয়ে গোপনে ৰমণ কৰিবলৈ উপক্ৰম কৰাত মমতাৰ গৰ্ভস্থ শিশুৱে আপত্তি জনায়। তথাপি বৃহস্পতি নিৰস্ত নহৈ ৰমণ কৰাত গৰ্ভস্থ শিশুৱে বীৰ্য্যস্থলীৰ মুখ ভৰিৰে বন্ধ কৰি ধৰে। সেইবাবে বৃহস্পতিৰ বীৰ্য্য মাটিত পৰি

যায় আৰু তাতে পুত্ৰ এটি ওপজে। এই পুত্ৰক মমতা আৰু বৃহস্পতিৰ ভিতৰত কোনে প্ৰতিপালন ( ভৰণ ) কৰিব তাকে লৈ দুয়োৰো ভিতৰত দন্দ লগা দেখি মৰুৎসকলে নি পালন কৰে। জন্ম আৰু ভৰণ অৰ্থাৎ প্ৰতিপালনত দুজনৰ ভিতৰত গোলমাল হোৱাৰ কাৰণে পুত্ৰটিৰ নাম "ভৰদ্বাজ" হয়।

তপস্যাপৰায়ণ আৰু বিদ্বান ভৰদ্বাজ মুনিৰ প্ৰয়াগত আশ্ৰম আছিল। এওঁ এজন শ্ৰেষ্ঠ "কুলপতি"। যি ঋষিয়ে দহ হাজাৰ শিষ্যক অন্ন আৰু বিদ্যা একেলগে দান কৰে তেওঁক "কুলপতি" বোলা হয়। কুলপতি ভৰদ্বাজৰ এসময়ত হিমালয়ত তপস্যা কৰোতে ঘৃতাচী অপ্সৰাক দেখি বীৰ্য্যপাত হয়। সেই বীৰ্য্যৰপৰা ধনুৰ্ব্বেদ বিশাৰদ দ্ৰোণাচাৰ্য্যৰ জন্ম হয়। ভৰদ্বাজে দেৱৰাজ ইন্দ্ৰৰ ওচৰত আয়ুৰ্ব্বেদ শিকি আহি ব্যাধিগ্ৰস্ত প্ৰাণীসকলৰ দুখ নিবাৰণৰ অৰ্থে মৰ্ত্তলোকত ঋষিসকলক শিক্ষা দিয়ে আৰু আয়ুৰ্ব্বেদ প্ৰচাৰ কৰায়।

( মহাভাঃ আদি—বিষ্ণু পুঃ—শ্ৰীমদ্ভাগৱত )

**ভানুমতী**—১। দুৰ্য্যোধন ৰজাৰ পত্নী। এওঁৰ গৰ্ভত দুৰ্য্যোধনৰ লক্ষ্মণ নামে এটি পুত্ৰ আৰু লক্ষ্মণা নামে কন্যা এটি ওপজে।

২। ভানু নামে যাদৱ এজনৰ কন্যা। এওঁক নিকুম্ভ নামে দৈত্য এজনে হৰণ কৰিছিল। শ্ৰীকৃষ্ণই নিকুম্ভক মাৰি ভানুমতীক উদ্ধাৰ কৰে। পাছলৈ পঞ্চম পাণ্ডৱ সহদেৱে সৈতে ভানুমতীৰ বিয়া হয়। ( মহাভাৰত )

**ভীমসেন**—তৃতীয় পাণ্ডৱ। চন্দ্ৰবংশীয় পাণ্ডু ৰজাৰ পত্নী কুন্তীদেৱীৰ গৰ্ভত পৱন দেৱতাৰ ঔৰসত এওঁ ওপজে। ভীম সৰুৰেপৰা ভোজন-বিলাসী আৰু ধৃতৰাষ্ট্ৰৰ পুত্ৰ দুৰ্য্যোধনৰ লগত সকলো বিষয়তে প্ৰতিদ্বন্দী আছিল। শাৰীৰিক শক্তিৰে বলে নোৱাৰি দুৰ্য্যোধনে বিষ প্ৰয়োগ কৰি—বান্ধি ধৰি নদীত পেলাই দি আৰু নানা প্ৰকাৰে ভীমৰ প্ৰাণবধ কৰিবলৈ চেষ্টা কৰিছিল। কৌৰৱ আৰু

বাকী চাৰি ভায়েকে সৈতে ভীমে পোনতে কৃপাচাৰ্য্য আৰু শেষত দ্ৰোণাচাৰ্য্যৰ ওচৰত যুদ্ধবিদ্যা শিকে; কিন্তু গদা চালনাতহে ভীম নিপুণ হয়। এই নিপুণতা তেওঁ বলদেৱৰপৰাও লাভ কৰে।

হিড়িম্ব ৰাক্ষসৰ ভনীয়েক হিড়িম্বাক ভীমে বিয়া কৰায় আৰু হিড়িম্বাৰ গৰ্ভত তেওঁৰ "ঘটোৎকচ" নামে বীৰ পুত্ৰ এটি ওপজে। ভীমৰ দ্ৰৌপদীৰ গৰ্ভত ওপজা পুত্ৰৰ নাম "সুতসোম"। চেদিৰাজ শিশুপালৰ ভনীয়েক এজনীকো ভীমে বিয়া কৰাইছিল।

দুৰ্যোধনৰ "জতুগৃহ দাহ"—চক্ৰান্তৰপৰা ভীমেই ভায়েক চাৰিওটিৰে সৈতে মাতৃ কুন্তীক ৰক্ষা কৰে। যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞৰ সময়ত কৃষ্ণ আৰু অৰ্জ্জুনৰে সৈতে মগধলৈ গৈ ভীমে জৰাসন্ধ ৰজাক বধ কৰে। যুধিষ্ঠিৰক কপট পাশা খেলত হৰুৱাই দুঃশাসনে চুলিত ধৰি আৰু দুৰ্যোধনে উৰু দেখুৱাই দ্ৰৌপদীক অপমান কৰাৰ বাবে, দুঃশাসনৰ তেজ পিয়া আৰু দুৰ্যোধনৰ লাথি মাৰি উৰাত ভঙা প্ৰতিজ্ঞা কৰি, কুৰুক্ষেত্ৰ যুদ্ধত দুযোটাকে ভীমে পালন কৰে। অজ্ঞাতবাসৰ সময়ত বিৰাট ৰজাৰ সেনাপতি কীচকে দ্ৰৌপদীক অপমান কৰাৰ বাবে ভীমে নিৰ্দ্দয়ভাবে কীচকক বধ কৰে। বনবাস কৰাৰ সময়ত দৈত্য দানব-ৰাক্ষস-অসুৰ আৰু আন আন অনিষ্টকাৰী শত্ৰুৰ হাতৰ পৰা ভীমেই দ্ৰৌপদী আৰু ভাযেক চাৰিটিক ৰক্ষা কৰিছিল।

বিশাল কুৰুক্ষেত্ৰৰ যুদ্ধত অতুল বিক্ৰমে ভীমসেনে যুদ্ধ কৰিছিল আৰু কৰ্ণৰ নিচিনা মহাবীৰকো পৰাজিত কৰিছিল। তেওঁ সদায় যুধিষ্ঠিৰৰ অনুগত থাকিলেও যুধিষ্ঠিৰক নোসোধাকৈয়ে শ্ৰীকৃষ্ণৰ নিচিনা আত্মীয় আৰু বান্ধৱৰ শত্ৰু দণ্ডী ৰজাক ভীমে আশ্ৰয় দিছিল আৰু তাৰ ফলত পাণ্ডৱবিলাকৰ কৃষ্ণৰ লগত যুদ্ধ লগাৰ সাম্ভাৱনা ঘটিছিল। কুৰুক্ষেত্ৰ যুদ্ধৰ অন্তত পোন্ধৰ বছৰ ৰাজ্য ভোগ কৰি যুধিষ্ঠিৰ মহাপ্ৰস্থানলৈ যাত্ৰা কৰাত দ্ৰৌপদী আৰু ভাতৃসকলৰ ভীমো সঙ্গী হয়। কিন্তু আনক বঞ্চিত

কৰি অধিক খোৱা দোষ আৰু নিজক আটাইতকৈ বলশালী বুলি ভবা পাপৰ বাবে ভীম সশৰীৰে স্বৰ্গলৈ যাব নোৱাৰিলে।

ঘটোৎকচ—জৰাসন্ধ দ্ৰষ্টব্য—( মহাভাৰত )

ভীষ্ম—মহাৰাজ শান্তনুৰ জ্যেষ্ঠ পুত্ৰ। এসময়ত ভগৱতী গঙ্গাদেৱীক শান্তনু ৰজাই বিয়া কৰাবলৈ ইচ্ছা কৰে। "কোনো প্ৰকাৰ কাৰ্য্যতে বাধা নিদিলে গঙ্গা পত্নী হৈ থাকিব আৰু বাধা দিলেই গুচি যাব"—এনে বন্দৱস্ত কৰি গঙ্গা শান্তনুৰ পত্নী হ'ল। বশিষ্ঠ মুনিৰ ওচৰত দোষী হৈ আঠজন বসু মানুহ হৈ উপজিব-লগা হয়। তেওঁলোক গঙ্গাৰ গৰ্ভত শান্তনু ৰজাৰ পুত্ৰ হৈ জন্ম লয়। গঙ্গাই প্ৰত্যেকজন পুত্ৰকে জন্মামাত্ৰেই পানীত পেলাই দিযে। অষ্টম পুত্ৰটিক সেইদৰে পানীত পেলাবলৈ নিয়াত পিতৃস্নেহৰ গুণত ৰজাই গঙ্গাক হাক দিলে। ইয়াৰ দ্বাৰা পূৰ্ব্বৰ বন্দৱস্ত ভঙ্গ হোৱাত পুত্ৰটি ৰজাক গতাই দি গঙ্গা গুচি গ'ল। শান্তনুৱে অতি বেজাৰ পালেও এই মাতৃত্যাগী পুত্ৰটিৰ "দেৱব্ৰত" নাম থৈ তাৰ মুখলৈ চায়েই মনক প্ৰবোধ দিলে। বয়সৰ লগে লগে ৰাজকুমাৰ ৰূপ, গুণ, বিদ্যা, বুদ্ধিত সমতুল হৈ উঠিল আৰু ধনুৰ্ব্বেদ বিশাৰদ পৰশুৰামৰ ওচৰত অস্ত্ৰবিদ্যা শিকি দেৱব্ৰত সেইকালৰ সৰ্ব্বশ্ৰেষ্ঠ বীৰ বুলি পৰিগণিত হ'ল।

ইয়াৰ পাছত এদিন ধীবৰ ৰাজকন্যা সত্যৱতীক দেখি পত্নীহীন শান্তনু ৰজা মোহিত হল আৰু সত্যৱতীক পত্নীৰূপে পাবলৈ ধীবৰৰাজত প্ৰাৰ্থনা জনালে। দেৱব্ৰতৰ নিচিনা উপযুক্ত পুত্ৰ থকাত ধীবৰৰাজে কন্যা দিবলৈ সম্মত নহল। এই কথাৰ গম পাই দেৱব্ৰত নিজে গৈ পিতৃৰ কাৰণে সত্যৱতীক প্ৰাৰ্থনা কৰিলে। ধীবৰ ৰাজৰ আপত্তি খণ্ডনৰ অৰ্থে পিতৃ সিংহাসন ভৱিষ্যতে সত্যৱতীৰ পুত্ৰকে দিব বুলি কলে আৰু চিৰকাললৈ সিংহাসনৰ প্ৰতিদ্বন্দী নোহোৱা কৰিবলৈ দেৱব্ৰতে বিয়া-বাৰু নকৰাও বুলি প্ৰতিজ্ঞা কৰিলে। তেতিয়া ধীবৰ ৰজাই আনন্দ-

মনে সত্যৱতীক শান্তনু ৰজাত বিয়া দিবলৈ সন্মত হ'ল। পিতৃৰ কাৰণে নিজৰ সকলোপ্ৰকাৰ সাংসাৰিক সুখ ত্যাগ কৰিবলৈ এই ভীষণ প্ৰতিজ্ঞা কৰা কাৰণে সিদিনাৰপৰা দেৱব্ৰতৰ নাম "ভীষ্ম" হ'ল। শান্তনু ৰজা পৰম সন্তুষ্ট হৈ ভীষ্মক "ইচ্ছা মৃত্যুৰ" অধিকাৰী হবলৈ বৰ দি এক হিচাবে অমৰ কৰি থলে।

শান্তনুৰ মৃত্যুৰ পাছতে সত্যৱতীৰ পুত্ৰ নাবালক চিত্ৰাঙ্গদক সিংহাসনত তুলি ভীষ্মই ৰাজ্য চলাবলৈ ধৰিলে। চিত্ৰাঙ্গদৰ অকালতে মৃত্যু হোৱাত ভীষ্মই নাবালক সৰু ভায়েক বিচিত্ৰ বীৰ্য্যক ৰাজ্যৰ অধিকাৰী কৰিলে। বিয়াৰ উপযুক্ত বয়স হোৱাত বিচিত্ৰবীৰ্য্যৰ কাৰণে কাশী ৰাজৰ অম্বা, অম্বিকা আৰু অম্বালিকা নামে তিনিজনী কন্যাক স্বয়ংবৰ সভাৰপৰা বলেৰে ভীষ্মই লৈ আহিল। অম্বাই শাল্ব ৰজাক পতি বৰণ কৰিবলৈ ইচ্ছা কৰা বুলি জানি তেওঁক শাল্ব ৰজাৰ ওচৰলৈ পঠালে। অম্বাক শাল্বই গ্ৰহণতো নকৰিলেই পিতৃ কাশীৰাজৰো আশ্ৰয় নাপালে। গতিকে আকৌ অম্বা ভীষ্মৰ ওচৰলৈ ঘূৰি আহিল আৰু তাতো একো সুবিধা নহলত অম্বাগৈ ভীষ্মৰ গুৰু পৰশুৰামত প্ৰতিকাৰ প্ৰাৰ্থনা কৰিলে। পৰশুৰামে গোটেইটো ঘটনা বিচাৰ কৰি ভীষ্মকে অম্বাক গ্ৰহণ কৰিবলৈ নিৰ্দ্দেশ দিলে। কিন্তু ভীষ্ম কোনো মতে সন্মত নহল। ইয়াকে লৈ গুৰু শিষ্যৰ ভিতৰত তেৰ দিন বিয়পি তুমুল যুদ্ধ চলিল। কিন্তু ক্ষত্ৰিয় নিধনকাৰী গুৰু পৰশুৰামৰ, ক্ষত্ৰিয় শিষ্য ভীষ্মৰ হাতত দুৰ্ঘোৰ পৰাজয় হ'ল। নিৰুপায় হৈ অম্বাই সকল দুৰ্গতিৰ কাৰণ ভীষ্মবধৰ কাৰণে তপস্যা কৰি প্ৰাণ এৰিলে আৰু ক্লীব শিখণ্ডীৰূপে দ্ৰুপদ ৰজাৰ ঘৰত জন্ম ললে।

বিচিত্ৰবীৰ্য্যৰ অকাল মৃত্যু ঘটাই তেওঁৰ ক্ষেত্ৰজ্ঞ পুত্ৰ ধৃতৰাষ্ট্ৰ আৰু পাণ্ডুক ভীষ্মই পৰম যত্নে লালন-পালন আৰু শিক্ষিত কৰিলে। পাণ্ডুৰ মৃত্যুৰ পাছত তেওঁৰ পুত্ৰ পাঁচটিকো ভীষ্ময়ে

ডাঙৰ-দীঘল কৰিবলগাত পৰিল। ধৃতৰাষ্ট্ৰৰ পুত্ৰ দুৰ্যোধন আদি কৌৰৱবিলাকৰ লৈতে পাণ্ডৱ পাঁচটিকো তেওঁ ক্ষত্ৰিয়ৰ উপযুক্ত শিক্ষা-দীক্ষা দিয়ায়। দুৰ্য্যোধন আদি কৌৰৱবিলাকে পাণ্ডৱ-কেইটিক নানা প্ৰকাৰে হিংসা কৰা দেখি ভীষ্মই বৰকৈ বেজাৰ পাইছিল; কিন্তু সৎ উপদেশ দিয়াৰ বাহিৰে প্ৰতিবিধানৰ অৰ্থে একো চেষ্টা কৰা নাছিল। কাৰণ তেতিয়া ধৃতৰাষ্ট্ৰ আছিল হস্তিনা ৰাজ্যৰ উত্তৰাধিকাৰী আৰু পুত্ৰ দুৰ্যোধনৰ সকল কাৰ্য্যৰে অনুমোদনকাৰী। সেইবাবে দুৰ্যোধনৰ কাৰ্য্যক প্ৰতিবাদ কৰাক ৰাজকাৰ্য্যৰ বিৰুদ্ধ আচৰণ কৰা মহা পাপ হব বুলি ভাবি তেওঁ মনে মনে আছিল।

হস্তিনা ৰাজ্যক লৈ কৌৰৱ আৰু পাণ্ডৱ বিলাকৰভিতৰত যুদ্ধ লগাৰ সাম্ভাৱনা হোৱাত দুয়ো পক্ষকে বিশেষকৈ দুৰ্যোধনক ভীষ্মই নানাপ্ৰকাৰে সৎ উপদেশ দিছিল। কিন্তু দুৰ্যোধনে তাত কাণ নিদিয়া দেখি তেওঁ কৌৰৱৰ ধ্বংস আৰু পাণ্ডৱৰ জয় হব বুলি সুনিশ্চিতভাবে জানিছিল। সেই সময়ত সুদীৰ্ঘ কালৰ আশ্ৰয়দাতা কৌৰৱক ত্যাগ কৰাটো কাপুৰুষতা আৰু অধৰ্ম্মজনক কাৰ্য্য হব বুলি ভাবি কৌৰৱৰ পক্ষে যুদ্ধ কৰি পাণ্ডৱৰ হাতত মৃত্যু হোৱাকে ভীষ্মই শ্ৰেয়ঃ বুলি বিবেচনা কৰিছিল আৰু সেই বাবেই কুৰুকুলৰ উৰ্দ্ধ তৃতীয় পুৰুষ বৃদ্ধ ভীষ্ম কুৰুক্ষেত্ৰ যুদ্ধত কৌৰৱৰ প্ৰথম সেনাপতি হৈছিল। সেনাপতি ভীষ্মই কুৰুক্ষেত্ৰ যুদ্ধত দিনৌ দহ হাজাৰকৈ ক্ৰমান্বয়ে দহদিন বিপক্ষৰ সৈন্য মাৰি পাণ্ডৱক হীনবল কৰি পেলাইছিল। বিপক্ষ হলেও নিৰস্ত্ৰ, স্ত্ৰী আৰু ক্লীৱৰ প্ৰতি অস্ত্ৰ ক্ষেপণ কৰা যুদ্ধনীতি আৰু বীৰধৰ্ম্ম নহয়। ভীষ্ম ধৰ্ম্মপৰায়ণ মহাবীৰ বুলি চিৰকাল বিখ্যাত। সেই বাবে শ্ৰীকৃষ্ণৰ দিহা মতে দ্ৰুপদৰ ক্লীৱ পুত্ৰ শিখণ্ডীক ৰথৰ আগত তুলি লৈ অৰ্জ্জুনে ভীষ্মৰ লগত যুদ্ধ পাতিলে। উদ্দেশ্য সিদ্ধি হ'ল—শিখণ্ডীক দেখামাত্ৰেই মহাবীৰ ভীষ্মই ধনুশৰ ত্যাগ

কৰিলে। সেই সুবিধাতে অৰ্জ্জুনে অসংখ্য শৰ প্ৰহাৰ কৰি ৰথৰ পৰা ভীষ্মক শৰৰ শয্যাত শুৱাই থলে। সেই বীৰবাঞ্ছিত শৰ-শয্যাত পৰি ইচ্ছামৃত্যু-ভীষ্মই পুণ্য উত্তৰায়ণলৈ বাট চাই থাকিল। সেই সময়তে যুধিষ্ঠিৰে নীতি ধৰ্ম্ম সম্বন্ধে নানা অমূল্য উপদেশ ভীষ্মৰপৰা লাভ কৰে।

শৌৰ্য্য, বীৰ্য্য, ত্যাগ, দৃঢ়তা, ইন্দ্ৰিয় সংযম, বীৰ-নীতি, যুদ্ধ নীতি, ৰাজনীতি আদিৰ পৌৰুষ চৰিত্ৰ ভীষ্মৰ নিচিনা মহাপুৰুষ জগতত বিৰল। সেইবাবেই আজিও হিন্দুৱে আদৰ্শ-জীৱন ভীষ্মৰ তৃপ্তিৰ অৰ্থে "ভীষ্ম তৰ্পণ" কৰি ধন্য হয়।

(অম্বা শিখণ্ডী দ্ৰষ্টব্য—মহাভাৰত)

**ভীষ্মক**—সুবিখ্যাত বিদৰ্ভ (অসমৰ শদিয়া অঞ্চল) ৰাজ্যৰ ৰজা। তেওঁ কৃষ্ণৰ পত্নী ৰুক্মিণীৰ পিতৃ। (ৰুক্মী আৰু ৰুক্মিণী চোৱা)

**ভূৰিশ্ৰবা**—চন্দ্ৰবংশীয় এজন ৰজা। এওঁৰ পিতৃৰ নাম ৰজা সোমদত্ত। যদুবংশীয় শিনিক নাইবা শিনিৰ পুত্ৰ বা নাতিয়েকক সকলোৰে আগতে পদাঘাত কৰিবপৰা শক্তিসম্পন্ন পুত্ৰ এটি পোৱাৰ কাৰণে সোমদত্তই মহাদেৱক তপস্যা কৰিছিল। তাৰ ফলতে ভূৰিশ্ৰবাৰ জন্ম। কুৰুক্ষেত্ৰ যুদ্ধত ভূৰিশ্ৰবাই কৌৰৱ পক্ষত যোগ দিয়ে আৰু পাণ্ডৱ পক্ষীয় শিনিৰ নাতি সাত্যকিক বধ কৰিব ধৰোঁতে অৰ্জ্জুনে শৰ মাৰি ভূৰিশ্ৰবাৰ হাত দুখন কাটে আৰু সাত্যকিয়ে তেওঁৰ প্ৰাণ বধ কৰে। (সোমদত্ত আৰু শিনি দ্ৰষ্টব্য)

**ভৃগু**—এজন মুনি। এওঁ ব্ৰহ্মাৰ মানস পুত্ৰ আৰু প্ৰজাপতিসকলৰ ভিতৰৰ এজন। ভৃগুৰ জন্মকাহিনী এনে,—ৰুদ্ৰ-যজ্ঞলৈ অহা সুসজ্জিতা দেৱপত্নী আৰু দেৱকন্যাসকলক দেখি যজ্ঞৰ হোতা প্ৰজাপতি ব্ৰহ্মাৰ অগ্নিত বীৰ্য্যপাত হয়। বীৰ্য্য জুইত পৰা মাত্ৰেই জ্বলি উঠিল। সেই জুইৰ আগৰপৰা "ভৃগু," খৰিৰপৰা "অঙ্গিৰা" আৰু আঙঠাৰপৰা "কবি" নামৰ মুনিৰ উৎপত্তি হল। ৰুদ্ৰই তেওঁৰ যজ্ঞত উৎপত্তি বাবে লৰা তিনিটিৰ গৰাকী তেওঁ

বুলি কলে। অগ্নিয়ে কলে, তেওঁক আশ্রয় কৰি হোৱাত তেওঁহে আচল গৰাকী। ব্রহ্মাই কলে, 'মোৰ বীর্য্যত উৎপত্তি যেতিয়াই মই হে প্রকৃত গৰাকী। দেৱতাসকল মিলি ভৃগুক দিলে মহাদেৱক, অঙ্গিৰাক অগ্নিক আৰু কবিক ব্রহ্মাক দিলে।

প্রজাপতি ভৃগুৱে দক্ষ প্রজাপতিৰ কন্যা খ্যাতিক বিবাহ কৰায়। ধাতা আৰু বিধাতা নামে দুটি পুত্র আৰু ভগৱান বিষ্ণুৰ পত্নী লক্ষ্মীদেবী ভৃগু আৰু খ্যাতিৰপৰা জন্ম হয়। এওঁৰ পৰায়ে "ভৃগু বংশ" নামে সুবিখ্যাত বংশৰ ধাৰা এটা পৃথিৱীত চলিত হয় আৰু ধনুর্বিদ্যাও এওঁ প্রচলন কৰে।

ব্রহ্মা-বিষ্ণু-মহেশ্বৰৰ ভিতৰতে কোন শ্রেষ্ঠ তাকে জনাৰ কাৰণে ঋষি-মুনিবিলাকে ভৃগু মুনিক পঠিয়াই দিলে। ভৃগু ব্রহ্মাৰ ওচৰলৈ গৈ কোনোপ্রকাৰ মান সম্মান নেদেখুৱাত ব্রহ্মা কোপিত হৈ যিহকে তিহকে বুলি ভৃগুক গালি পাৰিলে। স্তব স্তুতিৰে ব্রহ্মাক সন্তুষ্ট কৰি ভৃগু মহেশ্বৰৰ ওচৰলৈ গ'ল আৰু তেওঁকো ইচ্ছা কৰি কোনো প্রকাৰ মান-সম্মান নেদেখুৱালে। মহেশ্বৰ অসন্তুষ্ট হৈ শাপ দিবলৈ ওলোৱাত ভৃগুই তেওঁকো স্তব-স্তুতিৰে কোনো প্রকাৰে শান্ত কৰিলে। ইয়াৰ পিছত ভৃগু বিষ্ণুৰ ওচৰলৈ গ'ল। সেই সময়ত বিষ্ণু শুই আছিল। ভৃগু গৈয়েই বুকতে গোৰ মাৰি দিলে। বিষ্ণুৱে উঠি বহি ভৰিত কৰবাত দুখ পালে নে সুধি পুছি ভৃগুৰ ভৰিখন টিপি-টাপি দিব ধৰিলে। ভৃগুই অতি অনুতপ্ত চিত্তে বিষ্ণুক স্তব-স্তুতি কৰিলে। কিন্তু বিষ্ণুৱে হলে ভৃগুৰ পদচিহ্ন চিৰকাললৈ অলঙ্কাৰস্বৰূপে বুকতে ধাৰণ কৰি ৰাখিলে। তাৰ পাছত ভৃগুৰ দ্বাৰাই প্রচাৰিত হ'ল "ভগৱান বিষ্ণুৱেই জগতৰ সর্ব্বশ্রেষ্ঠ দেৱতা"।

(মহাভাৰত—অনুশাসন—৮৫ অঃ)

# ম

**মকৰাক্ষ**—এজন ৰাক্ষস। এওঁ ৰাৱণ ৰজাৰ ভায়েক খৰৰ পুত্ৰ আৰু লঙ্কাৰ এজন সেনাপতি। লঙ্কা-যুদ্ধত মকৰাক্ষ অতুল বিক্ৰমে যুদ্ধ কৰি ৰামৰ হাতত বিনাশ হয়।

(ৰামায়ণ লঙ্কা)

**মণিগ্ৰীৱ**—এওঁ ধনপতি কুবেৰৰ পুত্ৰ। এদিন মণিগ্ৰীৱ তেওঁৰ ভায়েক নল কুবেৰে সৈতে সুৰাপান কৰি উলঙ্গ হৈ নাৰী বিলাকক লগত লৈ জলবিহাৰ কৰি আছিল। নাৰদ মুনিক দেখি উন্মত্ত অৱস্থাৰ কাৰণে সিহঁতে সন্মান নেদেখুৱালে। এইবাবে মুনিয়ে নলকুবেৰ আৰু মণিগ্ৰীৱক অভিশাপ দিয়ে। তাৰ ফলত তেওঁলোক দুয়োজন ভায়েক ককায়েক বৃন্দাবনত যামল-অৰ্জ্জুন নামে বৃক্ষৰূপে জন্মগ্ৰহণ কৰে আৰু কৃষ্ণ-কৃপাত শাপমুক্ত হয়।

(অৰ্জ্জুন (৩) দ্ৰষ্টব্য—শ্ৰীমদ্ভাগৱত ১০ম)

**মনিমাণ**—কুবেৰৰ সখিয়েক। এদিন কুশস্থলী নামে ঠাইত বহা দেৱতাৰ সভালৈ দুই সখিয়েক ৰথত উঠি যাওঁতে মণিমানে থু পেলায় আৰু সেই থুই গৈ তপোৰত অগস্ত্য মুনিৰ মূৰত পৰে। এই কুকাৰ্য্যৰ বাবে মুনিয়ে নৰৰ হাতত বিনাশ হবলৈ অভিশাপ দিলে। বনবাসী পাণ্ডৱবিলাক গন্ধমাদন পৰ্ব্বতত থকা সময়ত দ্ৰৌপদীৰবাবে ফুল আনিবলৈ যাওঁতে ফুলনীৰখীয়া মণিমানৰ লগত যুদ্ধ হয় আৰু তাতে মণিমানৰ মৃত্যু ঘটে।

(মহাভাৰত—বন)

**মৎস্য**—সত্য যুগত হোৱা বিষ্ণুৰ প্ৰথম অৱতাৰ। এওঁৰ নাভিৰ তলৰ খণ্ড ৰৌ মাছ আৰু উপৰখণ্ড মানুহৰ নিচিনা আকৃতি আছিল। বিবস্বানৰ পুত্ৰ বৈবস্বত (সত্যব্ৰত) মনুৱে নদীত তৰ্পণ কৰোঁতে আঁজলিত এটি সৰু পুঠি মাছ উঠে। মাছটিৰ শৰীৰ ক্ৰমে বৃদ্ধি হোৱা দেখি মনুৱে, কলহ, হ্ৰদ আৰু সমুদ্ৰত ক্ৰমে সলনি কৰি থয়। তেতিয়া মাছটিয়ে অৱতাৰ ৰূপ ধৰি সাতদিনৰ ভিতৰতে

ত্রিভুৱন প্রলয়-জলত তল যাব বুলি মনুক জনায় আৰু দৈৱপ্রাপ্ত নাওঁ এখনিত উঠি মনুক জীৱন ৰক্ষা কৰিবলৈ আদেশ কৰিলে। সেইমতে মহাপ্রলয় হ'ল আৰু হঠাতে নাও এখনি পাই মনুৱে ঔষধি, বীজ আৰু প্রাণী আদি লগত লৈ নাওত উঠিল। সেই নাওখনি মৎস্যৰূপী ভগবানে টানি নি হিমালয়ৰ শৃঙ্গত বান্ধিলে। লাহে লাহে প্রলয়ৰ অন্ত পৰিল। সমস্ত বেদ উদ্ধাৰ কৰি ব্রহ্মাক দি মৎস্যৰূপী ভগবান অন্তৰ্হিত হ'ল।

(বৈবস্বত দ্রষ্টব্য—শ্রীমদ্ভাগৱত, মহাভাৰত—বন ১৮৭ অ:)

**মৎস্যগন্ধা**—বসু (উপৰিচৰ) ৰজাৰ বীৰ্য্যত মাছৰূপীনী অদ্রিকা অপ্সৰাৰ গৰ্ভত ওপজা কন্যা। এওঁ ধীবৰৰ দ্বাৰা পালিত হয়। উপযুক্তা বয়সত ৰূপবতী মৎস্য গন্ধাক ধীবৰে পাৰঘাটত নাৱেৰে মানুহ পাৰ কৰা কাৰ্য্যত নিযুক্ত কৰে। এদিন পাৰ হওঁতে পৰাশৰ মুনি মৎস্য গন্ধাৰ ৰূপত মোহিত হৈ ৰমণ অভিপ্রায় জনায়। দিনৰ পোহৰত মৎস্যগন্ধাই অসন্মতি প্রকাশ কৰাত মুনিয়ে কুঁৱলী সৃষ্টি কৰি সঙ্গম কৰে। তাৰ ফলত মৎস্যগন্ধা আবিয়ৈকালতে গৰ্ভৱতী হয় আৰু লাজতে যমুনা নদীৰ দ্বীপত সন্তান এটি প্রসৱ কৰে। সেই সন্তানেই সুপ্রসিদ্ধ দ্বৈপায়ণ ব্যাস। পৰাশৰৰ কৃপাত মৎস্যগন্ধাৰ শৰীৰত মাছৰগোন্ধৰ পৰিবৰ্ত্তে পদ্মফুলৰগোন্ধ হয় আৰু সন্তানৰ মাতৃহোৱাতো তেওঁৰ কন্যাভাব নুগুচে। এই কন্যাভাব থকাৰ কাৰণেই তেওঁক পাছলৈ মহাৰাজ শান্তনুৱে বিয়া কৰায়। পৰাশৰ মুনিয়ে তেওঁৰ মৎস্যগন্ধা নাম সলনি কৰি সত্যৱতী থৈছিল।

(মহাভা: আদি ৬৩ অ: পৰাশৰ দ্রষ্টব্য)

**মদালসা**—এগৰাকী ধৰ্ম্মপৰায়ণা তত্ত্বদৰ্শিনী ৰাণী। এওঁ গন্ধৰ্ব্বৰাজ বিশ্বাবসুৰ কন্যা আৰু চন্দ্রবংশীয় মহাৰাজ ঋতুধ্বজৰ পত্নী। সুবিখ্যাত অলৰ্ক ৰজা মদালসাৰ পুত্র। অলৰ্ক আদৰ্শ নৰ আৰু আদৰ্শ নৰপতি হোৱাৰ কাৰণে ব্রহ্মবিদ্যা, গাৰ্হস্থ্যনীতি, ধৰ্ম্মনীতি

আৰু ৰাজনীতিৰ বিৰোৰ উপদেশ মদালসাই দিছিল তাৰ তুলনা বিচাৰি পোৱা টান। ( মাৰ্কণ্ডেয় পুঃ—অলৰ্ক দ্ৰষ্টব্য )

মধু—১। এজন চন্দ্ৰবংশীয় ৰজা। এওঁৰ নাম অনুসাৰে পাছলৈ তেওঁৰ বংশক লোকে "মাধব বংশ" বুলি উল্লেখ কৰা হয়।

২। বিষ্ণুৰ কাণৰ মলিৰপৰা জন্ম পোৱা এজন দৈত্য। মধু আৰু তেওঁৰ ভায়েক কৈটভ উপজিয়েই ব্ৰহ্মাক বধ কৰিবলৈ খেদি যোৱাত বিষ্ণুৱে মধু আৰু কৈটভক দহ হাজাৰ বছৰ যুঁজিও বধ কৰিব পৰা নাছিল। শেহত দুই দৈত্যই নিজেই মৃত্যুবৰণ কৰিবলৈ ইচ্ছা কৰি যি ঠাইত অন্য কাৰো মৃত্যু হোৱা নাই তেনে ঠাইত মাৰিবলৈ বিষ্ণুক অনুৰোধ কৰিলে। সেইমতে বিষ্ণুৱে দুয়োকো বাহুৰ ওপৰত তুলি লৈ বধ কৰিলে। মধু আৰু কৈটভৰ শৰীৰৰ মেদেৰে ( তেল ) পৃথিৱী ঢাকি পেলাইছিল। সেই বাবে পৃথিৱীৰ নাম "মেদিনী" আৰু বিষ্ণুৰ নাম "মধুসূদন" আৰু "মধুকৈটভাৰি" হয়।

( হৰিবংশ ৫২ অঃ, মৎস্য পুঃ ১৭০ অঃ, মহাভাঃ বন ২০০ অঃ—কৈটভ দ্ৰষ্টব্য )

৩। এজন ৰাক্ষস। এওঁ "মধুপুৰ" নামে নগৰ নিৰ্ম্মাণ কৰি তালৈ ৰাৱণ ৰজাৰ মাহীয়েকৰ জীয়েক কুম্ভনসীক মধুৱে হৰণ কৰি নিয়ে। ইয়াৰ প্ৰতিবিধানৰ অৰ্থে ৰাৱণে মধুপুৰ আক্ৰমণ কৰে। কিন্তু শেহত কুম্ভনসীৰ অনুৰোধতে ৰাৱণ আৰু মধুৰ ভিতৰত বন্ধুত্ব স্থাপন কৰে। মধুৱে তপস্যাৰে মহাদেৱক তুষ্ট কৰি ভীষণ শূল এপাত লাভ কৰে আৰু তাৰ প্ৰভাৱতে জগতত অজেয় হয়। অৰ্জ্জিত পুণ্যৰ ফলত মধু ৰাক্ষস বৰুণ লোকত স্থান পায়। ( ৰামায়ণ )

মধুমতী—এওঁ মধু ৰাক্ষসৰ কন্যা। ইক্ষ্বাকু বংশীয় হৰ্য্যশ্ব ৰজাই এওঁক বিয়া কৰায়। মধুমতীৰ গৰ্ভত "যদু" নামে পুত্ৰ ওপজে। এই যদুৰ পৰায়ে সুবিখ্যাত "যদু বংশৰ" উৎপত্তি।

( হৰিবংশ—৯৩ অঃ )

**মনসা**—কশ্যপ মুনিৰ ঔৰসত কদ্রুৰ গৰ্ভত ওপজা এগৰাকী কন্যা। এওঁৰ আন এটা নাম "জৰৎকাৰু"। মনসাক শিৱৰ মানসীকন্যা বুলিও কয় আৰু সেইবাবেই তেওঁ "মনসা" নামে বিখ্যাত হয়। এওঁ নাগৰাজ বাসুকিৰ ভনীয়েক। ইন্দ্ৰৰ বগা ঘোঁৰাটিক কলা কৰিবলৈ অসম্মতি প্ৰকাশ কৰাৰ কাৰণে নাগবংশ ধ্বংস হবলৈ নাগমাতা কদ্রুৱে অভিশাপ দিছিল। মনসাৰ পুত্ৰৰপৰা নাগবিলাক ৰক্ষা পৰিব বুলি শুনি পত্নীৰ অৰ্থে ছোৱালী বিচাৰি ফুৰা "জৰৎকাৰু" নামে মুনি এজনত ভনীয়েক মনসাক বাসুকিয়ে লৰালৰি কৰি বিয়া দিয়ে। পত্নীয়ে কিবা কাৰ্য্যত বাধা দিলেই গুচি যাব বুলি বন্দোবস্ত কৰিহে মুনি বিয়া কৰাই পাতালত থাকিল।

বাসুকিৰ মনৰ অভিলাষ পুৰণ হ'ল। মনসাই গৰ্ভত সন্তান ধাৰণ কৰিলে। কিন্তু সেই সময়তে এদিন আবেলি শুই মুনি গধুলিলৈ শুঠা দেখি সন্ধ্যা-পূজাৰ সময় উকলি যায় বুলি মনসাই স্বামীক জগাই দিলে। নিদ্ৰাভঙ্গ দোষকে চেলু কৰি পূৰ্ব্বৰ বন্দবস্ত মতে মুনি গুচি গ'ল। যথা সময়ত মনসাৰ পুত্ৰ এটি উপজিল। মুনি যোৱাৰ সময়ত মনসাই পুত্ৰ এটি নোপোৱাৰ বাবে দুখ-বেজাৰ কৰাত মুনিয়ে "অস্তি" অৰ্থাৎ তোমাৰ গৰ্ভতে আছে বুলি কৈ গৈছিল, সেইবাবে তেওঁ পুত্ৰৰ নাম "আস্তিক" থলে। মহাৰাজ জন্মেজয়ে সৰ্পযজ্ঞ কৰি নাগবোৰ নিৰ্ম্মূল কৰিবৰ উপক্ৰম কৰাত মনসাই আস্তিকক পঠিয়াই সৰ্প যজ্ঞ বন্ধ কৰি দিয়ায়।

মহাঃ আদি ৪৭ অঃ—(জৰৎকাৰু, আস্তিক দ্ৰষ্টব্য)

**মনু**—১। ভাগৱত আৰু পুৰাণৰ মতে মনু ব্ৰহ্মাৰ পুত্ৰ। এওঁলোক সংখ্যাত চৈধ্যজন আৰু প্ৰত্যেকজনেই মনুষ্য জাতিৰ আদি পুৰুষ। প্ৰথম মনু স্বায়ম্ভূব। এওঁ ব্ৰহ্মা আৰু গায়ত্ৰীৰপৰা উদ্ভৱ। বৰ্ত্তমানে মনু বৈবস্বতৰ অধিকাৰকাল চলিছে। গতিকে আৰু সাতজন মনুৰ অধিকাৰকাল বাকী আছে।

(মৎস্য পুঃ ৯।২১ অঃ—শ্ৰীমদ্ভাগৱত—৮।১ অঃ)

২। ৰামায়ণৰ মতে—মনু কশ্যপ প্ৰজাপতিৰ পত্নী। এওঁ কশ্যপৰ তেৰ গৰাকী পত্নীৰ ভিতৰৰ এগৰাকী আৰু মনুষ্য জাতিৰ আদি মাতৃ।

(ৰামায়ণ—অৰণ্য ১৪ অঃ ১১।২৯ শ্লোক, মাৰ্কেণ্ড পুঃ—হৰিবংশ)

**মনোৰমা**—১। প্ৰজাপতি ৰুচিৰ পত্নী। বৰুণৰ পুত্ৰ পুষ্কৰৰ ঔৰসত প্ৰম্লোচা নামে অপ্সৰাৰ গৰ্ভত এওঁৰ জন্ম। প্ৰম্লোচাৰ অনুৰোধমতে প্ৰজাপতি ৰুচিয়ে এওঁক পত্নীৰূপে গ্ৰহণ কৰে আৰু এওঁৰ গৰ্ভত "ৰৌচ্য" মনুৰ জন্ম হয়। (ব্ৰহ্মবৈঃ পুঃ)

২। এওঁ হৈহয় পতি কাৰ্তবীৰ্য্যাৰ্জ্জুনৰ পতিপৰায়ণা ধৰ্ম্মশীলা পত্নী। ক্ষত্ৰিয় নিধনকাৰী পৰশুৰামে সৈতে কাৰ্তবীৰ্য্যাৰ্জ্জুন যুদ্ধ কৰিবলৈ ওলোৱাত মনোৰমাই স্বামীক নানাপ্ৰকাৰে বুজাই যুদ্ধযাত্ৰাত বাধা দিছিল। কিন্তু ক্ষত্ৰিয়ৰ অনুচিত কাৰ্য্য হব বুলি কাৰ্তবীৰ্য্যই পত্নীৰ বাধা নামানিলে। যুদ্ধত স্বামীৰ বিনাশ নিশ্চিত বুলি জানি মনোৰমাই যোগবলেৰে আগে ভাগে প্ৰাণত্যাগ কৰিলে। (কাৰ্তবীৰ্য্যাৰ্জ্জুন দ্ৰষ্টব্য)

**মন্থৰা**—দশৰথ ৰজাৰ পত্নী কৈকেয়ীৰ লগত পিতৃ ৰাজ্যৰ পৰা অহা এগৰাকী সুচতুৰা বুদ্ধিমতী দাসী। মন্থৰাৰ উপদেশমতেই কৈকেয়ীয়ে দশৰথত বৰ মাগি ৰামচন্দ্ৰক বনবাস আৰু নিজপুত্ৰ ভৰতক ৰাজ্য দিয়ে। কিন্তু ইয়াৰ ফলত মন্থৰাই লোকৰপৰা নিন্দাবাদ শুনিবলগা হয়। (ৰামায়ণ)

**মন্দপাল**—এজন মহৰ্ষি। এওঁ তপস্যাৰ ফলত পিতৃলোকলৈ যায়। কিন্তু সন্তানৰ পিতৃ নোহোৱাৰ কাৰণে তেওঁ তাত থিতাপি হৈ থাকিব নোৱাৰে। সেইবাবে তেওঁ অলপ সময়ৰ ভিতৰতে অধিক সন্তানৰ পিতৃ হোৱাৰ আকাঙ্খাত পক্ষীৰূপ ধাৰণ কৰি জৰিতা নামে পক্ষনীৰ গৰ্ভত চাৰিটি ব্ৰহ্মবাদী পুত্ৰ জন্ম দিয়ে। অৰ্জ্জুন আৰু কৃষ্ণই খাণ্ডৱ বন দাহন কৰা সময়ত মন্দপালে অগ্নিস্তব কৰি পুত্ৰ চাৰিটিক ৰক্ষা কৰে।

(মহাভাৰত—আদি—২৩০—২৩৪ অঃ)

**মন্দোদৰী**—লঙ্কাৰ ৰজা ৰাৱণৰ পত্নী। ময়দানৱৰ ঔৰসত হেমা অপ্সৰাৰ গৰ্ভত এওঁৰ জন্ম। ৰাৱণৰ বিখ্যাত পুত্ৰ ত্ৰিভুৱন বিজয়ী মেঘনাদৰ এওঁ জননী। ৰাৱণৰ মৃত্যুৰ পাছত ৰামৰ অনুৰোধমতে মন্দোদৰীয়ে ৰাবণৰ সৰু ভায়েক বিভীষণক পতিৰূপে গ্ৰহণ কৰে।

(ৰামায়ণ)

**ময়**—এজন দানব। এওঁ নমুচি দানৱৰ ভাতৃ আৰু দানৱবিলাকৰ ভিতৰত শিল্পবিদ্যা বিশাৰদ আছিল। দৈত্যৰাজ বলি স্বৰ্গ জয় কৰিবলৈ যাওঁতে ময়দানব বলিৰ সঙ্গী আছিল। ময়ে দেবশিল্পী বিশ্বকৰ্ম্মাক যুদ্ধত পৰাজয় কৰে। হেমা নামে অপ্সৰাৰ গৰ্ভত ময়দানবৰ মন্দোদৰী নামে কন্যা এটি ওপজে। যথা সময়ত মন্দোদৰীক ৰাক্ষসৰাজ ৰাবণেৰে সৈতে বিয়া দিয়ে আৰু নিজে ব্যৱহাৰ কৰা শক্তিযুক্ত শূল এপাত জোঁৱাই ৰাৱণক যৌতুক স্বৰূপে দান কৰে। কৃষ্ণ আৰু অৰ্জ্জুনে খাণ্ডৱ বন দাহন কৰা সময়ত ময়দানব সেই বনত আছিল। পলাবলৈ ধৰোঁত কৃষ্ণই ময়ক ধৰি পেলায়। কিন্তু অনুগ্ৰহ কৰি অৰ্জ্জুনে তেওঁক এৰি দিলে। সেই আপাহতে ময়ে ইন্দ্ৰপ্ৰস্থত যুধিষ্ঠিৰৰ সভাঘৰটি সজাই দিছিল। মায়াৱী আৰু দুন্দুভি নামে ময় দানবৰ দুজন পুত্ৰ। "ময়ত" নামে গৃহনিৰ্ম্মাণ গ্ৰন্থখনি ময় দানবে প্ৰনয়ণ কৰা বুলি কোৱা হয়।

মহাভাঃ আদি ২২৯ অঃ, সভা—১ অধ্যায় (মাতঙ্গ দ্ৰষ্টব্য)

**মৰুৎ**—দিতিৰ পুত্ৰবিলাকক অদিতিৰ পুত্ৰ দেৱতাবিলাকে মাৰি পেলোৱা দেখি দিতিয়ে দেৱতাৰ অজেয় পুত্ৰ এটি স্বামী কশ্যপত প্ৰাৰ্থনা কৰে। পত্নীৰ প্ৰাৰ্থনামতে কশ্যপে মৰুৎ নামে পুত্ৰ এটি গৰ্ভত সঞ্চাৰ কৰা গম পাই দেৱৰাজ ইন্দ্ৰই বজ্ৰ মাৰি দিতিৰ গৰ্ভতে মৰুতক উনপঞ্চাশ খণ্ড কৰি পেলালে। খণ্ড শৰীৰ হোৱাতো কশ্যপৰ বৰত মৰুৎ জীয়াই থাকিল আৰু উন-

পঞ্চাশ মৰুৎ নামে পৱন দেৱতাৰ অধীন হৈ জগতত অজেয় খ্যাতিমন্ত হ'ল। (বিষ্ণু পুৰাণ—দিতি দ্ৰষ্টব্য)

**মৰুত্ত**—এজন চন্দ্ৰবংশীয় ৰজা। এওঁ অবিক্ষিত ৰজাৰ পুত্ৰ। মৰুত্ত ৰজা অতিশয় শৌৰ্য্য-বীৰ্য সম্পন্ন ৰজা আছিল। প্ৰাচীন কালৰ যিবিলাক যাগ-যজ্ঞকাৰী নৃপতিৰ নাম পোৱা যায় তাৰ ভিতৰত মৰুত্ত ৰজা অধিক খ্যাতিমন্ত আছিল।

**মহাদেৱ**—হিন্দু শাস্ত্ৰ মতে প্ৰধান দেৱতা ব্ৰহ্মা, বিষ্ণু আৰু শিৱ। শিৱৰ অন্য এটা প্ৰসিদ্ধ নাম মহাদেৱ। বেলেগ বেলেগ কাৰণত এওঁৰ অন্য নাম আৰু ভালেমান আছে। মহাদেৱ জগতৰ সংহাৰ শক্তিৰ অধিকাৰী আৰু অতিশয় যোগ-তপস্যা-পৰায়ণ। সেইবাবে জগতৰ সৰ্ব্বশ্ৰেষ্ঠ যোগী বুলি তেওঁ বিখ্যাত। মহাদেৱ সংহাৰকৰ্ত্তা সেইবাবে সকলোপ্ৰকাৰ মাৰণ অস্ত্ৰ-শস্ত্ৰ বিশাৰদ। তেওঁৰ ব্যৱহৃত অস্ত্ৰ-শস্ত্ৰ প্ৰধানতঃ ত্ৰিশূল আৰু পিনাক ধনু। প্ৰমোদ কালত পিনাক ধনুখানিক মহাদেৱে বাদ্যৰূপে ব্যৱহাৰ কৰিছিল। তেওঁৰ বাঘছাল পৰিধেয় বস্ত্ৰ, সৰ্প কটিবন্ধ আৰু উত্তৰীয়, ভস্ম—বিভূতি আৰু নন্দী প্ৰধান অনুচৰ।

মহাদেৱৰ প্ৰথমা পত্নী দক্ষ প্ৰজাপতিৰ কন্যা সতী। পিতৃ দক্ষৰ শিৱহীন যজ্ঞত সতীয়ে পতি নিন্দা শুনি প্ৰাণত্যাগ কৰাত মহাদেৱে হিমালয়ত যোগ অৱলম্বন কৰি থাকে। সতী পুনৰায় হিমৱন্ত ৰজাৰ ঘৰত পাৰ্ব্বতীৰূপে জন্ম লৈ মহাদেৱক পতিৰূপে পাবলৈ তপস্যা কৰে। পাৰ্ব্বতীৰ কামনা সিদ্ধিৰ সহায়ৰ অৰ্থে মহাদেৱৰ যোগভঙ্গ কৰিবলৈ গৈ মদন ভস্মীভূত হয়; কিন্তু শেহত মহাদেৱে পাৰ্ব্বতীক বিয়া কৰায় আৰু মদনেও পুনৰ্জ্জীৱন পায়। সিদ্ধিদাতা গণেশ আৰু দেৱসেনাপতি কাৰ্ত্তিক মহাদেৱ-পাৰ্ব্বতীৰ পুত্ৰ। হিমালয়কন্যা গঙ্গাদেৱীও মহাদেৱৰ আন এগৰাকী পত্নী।

অৰ্জ্জুনৰ বীৰত্বত তুষ্ট হৈ মহাদেৱে "পাশুপাত" নামে অমোঘ

অস্ত্ৰ এপাত দান কৰে। মঙ্গলদাতা বাবে মহাদেৱৰ নাম "শিৱ"। ত্ৰিপুৰ অসুৰক বিনাশ কৰি "ত্ৰিপুৰাৰী", হলাহল বিষ পান কৰি "নীলকণ্ঠ" নাম পায়। সামান্য দোষতে খং কৰি তেওঁ শাপ দি লোকক সৰ্ব্বনাশ কৰে। তেতিয়া তেওঁৰ নাম "ৰুদ্ৰ"। আকৌ অলপতে সোনকালে সন্তুষ্ট হৈ বৰ দান কৰি লোকক সৰ্ব্বসুখী কৰে; সেইবাবে তেওঁৰ নাম 'আশুতোষ";

সংহাৰকৰ্ত্তা মহাদেৱক যুদ্ধত কোনেও জয় কৰিব নোৱাৰে। কিন্তু শোণিতপুৰৰ শিৱভক্ত দৈত্যৰাজ বাণৰ সপক্ষে যুদ্ধ কৰাত তেওঁ যদুপতি কৃষ্ণৰ হাতত পৰাজিত হৈছিল। ত্ৰিভুৱন বিখ্যাত বীৰ, ক্ষত্ৰিয়-অন্তকাৰী পৰশুৰাম, বিশ্বামিত্ৰ আৰু তৃতীয় পাণ্ডৱ অৰ্জ্জুনে মহাদেৱৰ ওচৰত অস্ত্ৰ শিক্ষা কৰে।

( ত্ৰিপুৰ—অৰ্জ্জুন—বাণ দ্ৰষ্টব্য )

**মাণ্ডৱী**—কুশধ্বজ জনকৰ কন্যা। সীৰধ্বজ জনকৰ পালিতাকন্যা সীতাক দশৰথৰ প্ৰথম পুত্ৰ ৰামচন্দ্ৰই বিয়া কৰোৱাৰ দিনাই কুশধ্বজৰ কন্যা মাণ্ডৱীক দ্বিতীয় পুত্ৰ ভৰতে বিয়া কৰায়। এওঁৰ গৰ্ভত তক্ষ আৰু পুষ্কৰ নামে ভৰতৰ দুই পুত্ৰ ওপজে।

( ৰামায়ণ—বায়ু পুৰাণ )

**মাণ্ডব্য**—এজন তপস্যাপৰায়ণ ঋষি। ৰাজকৰ্মচাৰীসকলে এওঁক চোৰ বুলি শূলত দিয়ে; কিন্তু ভুল বুজি পাই চেষ্টা কৰিও শূল কাঢ়িব নোৱাৰি কাটি দিলে। ঋষিৰ পেটৰ ভিতৰত এছোৱা শূল ৰৈ যোৱাই তেওঁ সদাই কষ্ট পাবলৈ ধৰিলে। কি পাপৰ ফলত তেওঁৰ এনে দুৰ্দ্দশা হৈছে জানিবলৈ, মাণ্ডব্য যমৰজাৰ ওচৰলৈ গৈ শুনিলে—অজ্ঞান শিশুকালত তেওঁ ফৰিঙৰ গুহ্য দ্বাৰত খৰিকা বিন্ধাই দুখ দিছিল; সেই পাপতে এনে কষ্ট পাবলগীয়া হৈছে। তেতিয়া মাণ্ডব্যই বিধান কৰিলে চৈধ্য বছৰ বয়সলৈ অজ্ঞানকৃত পাপৰ ফলত কোনো শাসকে যেন কোনো শিশুক দণ্ডবিধান নকৰে। নিজৰ এই লঘু পাপৰ এনে গুৰুদণ্ড বিধান কৰাৰ বাবে যম

ৰজাক মানুহ হৈ জন্মিবলৈ ঋষিয়ে অভিশাপ দিলে। সেই শাপৰ ফলতে যম ৰজা হস্তিনাপুৰত “বিদুৰ” ৰূপে ওপজে।

(অনীমাণ্ডব্য, বিদুৰ দ্ৰষ্টব্য)

**মাতঙ্গ**—এজন মুনি। ঋশ্যমুক নামে এক পৰ্ব্বতত তেওঁৰ আশ্ৰম আছিল। কিষ্কিন্ধ্যা-ৰাজ মহাবলী বালীয়ে দুন্দুভী নামে অসুৰক বধ কৰি তাৰ শটো ওপৰেৰে দূৰলৈ দলিয়াই পেলাওঁতে অসুৰৰ তেজ পৰি মুনিৰ শৰীৰ কলুষিত হয়। এই বাবে ঋষ্যমুকত উঠিলেই বালীৰ মৃত্যু হব বুলি মুনিয়ে অভিশাপ দিয়ে। বালীৰ প্ৰতি এই অভিশাপ থকাৰ কাৰণে সুগ্ৰীব পলাই গৈ ঋষ্যমুকত আশ্ৰয় লৈছিল। (বালী দ্ৰষ্টব্য)

**মাতলি**—ইন্দ্ৰৰ সখিয়েক আৰু তেওঁৰ ৰথ চলওঁতা সাৰথি। এওঁৰ পত্নীৰ নাম সুধৰ্মা আৰু কন্যাৰ নাম গুণকেশী। সুমুখ নামে নাগ এজনেৰে সৈতে গুণকেশীৰ বিয়া হয়। সেই আপাহতে ইন্দ্ৰই নাগশত্ৰু গৰুড় পক্ষীৰপৰা সুমুখক ৰক্ষা কৰে। লঙ্কাযুদ্ধত ৰাৱণ বধ কৰিবলৈ ইন্দ্ৰৰ আদেশমতে মাতলিয়ে ৰামচন্দ্ৰক দেৱৰথ আনি যোগান ধৰে। (সুমুখ দ্ৰষ্টব্য)

**মাদ্ৰী**—মহাৰাজ পাণ্ডুৰ দ্বিতীয়া পত্নী। এওঁ মদ্ৰৰাজৰ জীয়ৰী। পাণ্ডুৰজা শাপগ্ৰস্তহে পুত্ৰ জন্ম দানত অসমৰ্থ হোৱাত স্বামীৰ আদেশমতে মাদ্ৰীয়ে অশ্বিনীকুমাৰৰ ঔৰস আকৰ্ষণ কৰি নকুল আৰু সহদেৱ নামে দুটি পুত্ৰ জন্ম দিয়ে। পুত্ৰ দুটিক সপত্নী কুন্তী দেৱীক গতাই তেওঁ স্বামীৰ সহমৃতা হয়। (পাণ্ডু দ্ৰষ্টব্য)

**মান্ধাতা**—এজন সূৰ্যবংশীয় মহা পৰাক্ৰান্ত ন্যায়ৱান নৰপতি। এওঁৰ পিতৃৰ নাম যুবনাশ্ব। যুবনাশ্বই পুত্ৰলাভৰ অৰ্থে ঋষি সকলৰ দ্বাৰাই যজ্ঞ কৰাইছিল। ৰাতি দুপৰত যজ্ঞ শেষ হোৱাত মন্ত্ৰপূত জলৰ কলহ যজ্ঞবেদীতে থৈ ঋষিসকল শুই থাকিল। ৰজা যুবনাশ্বও যজ্ঞশালাতে আছিল ; অতি পিয়াহ লগাত ৰাণীলৈ বুলি থোৱা সেই মন্ত্ৰপূত জল-কলহ তেওঁ খাই শেষ কৰি

পেলালে। সেইবাবে ৰাণীৰ পৰিবৰ্ত্তে ৰজা যুবনাশ্বই গৰ্ভধাৰণ কৰিলে। আৰু যথা সময়ত তেওঁৰ কাষতলিৰে পুত্ৰ এটি জন্ম হয়। এই ঘটনাত ৰজাৰ শাৰীৰিক অনিষ্ট একো নঘটিল; কিন্তু পুত্ৰটিয়ে কাৰ পিয়াহ খাই জীয়াই থাকিব সেই সমস্যা হৈ পৰিল। ইন্দ্ৰ আহি ( মাং ধাস্যতি ) ময়েই শিশুটিক জীৱনধাৰণৰ আহাৰ যোগাম বুলি কলে আৰু শিশুৰ এটা আঙুলি অমৃতময় ৰসযুক্ত কৰিদিলে। সেই আঙুলিটো চুহিয়েই শিশু অতি কম সময়ৰ ভিতৰতে ডাঙৰ দীঘল হ'ল। ইন্দ্ৰই কোৱা "মাং ধাস্যতি" শব্দ অনুসৰি তেওঁ "মান্ধাতা" নামে বিখ্যাত হ'ল।

যথা সময়ত মান্ধাতাই শশবিন্দুৰ কন্যা বিন্দুমতীক বিয়া কৰালে আৰু পুৰুকুৎস, অম্বৰীষ, মুচুকন্দ নামে তিনিটি পুত্ৰ আৰু পঞ্চাশ জনী কন্যা লাভ কৰিলে। মান্ধাতা ৰজা হৈ দিগ্বিজয় কৰি ফুৰা সময়ত সুমেৰু পৰ্ব্বতত ৰাৱণে সৈতে যুদ্ধ লাগে; কিন্তু কোনেও কাকো বলে নোৱাৰি দুয়ো মিত্ৰতা কৰিলে। তাৰ পিচত মান্ধাতা স্বৰ্গজয় কৰিবলৈ যোৱা সময়ত লবণ ৰাক্ষসে শূলেৰে বিন্ধি মান্ধাতাক বধ কৰে।

( মহাঃ বন ১২৬—বিষ্ণুপুৰাণ—৪।২ অঃ )

**মায়াৱতী**—মহাদেৱৰ কোপত মদন ভস্ম হোৱাত মদনৰ পত্নী শোকাতুৰা ৰতিয়ে দৈৱবাণীত শুনিলে যে মদন কৃষ্ণৰ পুত্ৰ হৈ উপজিব; কিন্তু শম্বৰ দৈত্যই তেওঁক হৰণ কৰি নিব। এই কথা শুনি ৰতি আগে ভাগে গৈ শম্বৰ দৈত্যৰ পুৰীত থাকি আসুৰিক মায়াবোৰ শিকি ললে।

যথা সময়ত মদন কৃষ্ণৰ পুত্ৰ হৈ প্ৰদ্যুম্নৰূপে উপজিল কিন্তু জন্মৰ ছয় দিনৰ দিনা শম্বৰ দৈত্যই হৰণ কৰি নি সাগৰত পেলাই দিলে আৰু সাগৰৰ মাছ এটাই কেচুৱাটিক গিলি থলে। কালক্ৰমত সেই মাছটিকে মছুৱাই শম্বৰ দৈত্যৰ ঘৰলৈ নিয়াত মায়াৱতীয়ে আসুৰিক মায়াতে গম পাই মাছৰ পেটৰপৰা স্বামীক

উলিয়াই নি গোপনে পালন কৰিলে আৰু আসুৰিক মায়া শিক্ষা দিলে। দৈৱ অনুগ্ৰহত অলপ দিনতে প্ৰদ্যুম্ন বাঢ়ি আহিল। পূৰ্বৰ সকলো কথা সুমৰণ হোৱাত দুয়োজনৰে চিনাজনা হ'ল আৰু লগে লগে দুয়োৰো আকৌ গন্ধৰ্ব বিয়া হ'ল। তাৰ কিছুদিন পিছত প্ৰদ্যুম্নই শম্বৰক বিনাশ কৰি পত্নীৰে সৈতে দ্বাৰকালৈ গ'ল। শ্ৰীকৃষ্ণই পো-বোৱাৰীক সামৰি চপাই ললে। শম্বৰ দৈত্যক বধ কৰাৰ কাৰণে প্ৰদ্যুম্নৰ আন এটা নাম "শাম্ব" হয়। (প্ৰদ্যুম্ন দ্ৰষ্টব্য)

মায়াবী—এজন দানব। এওঁ ময়দানবৰ পুত্ৰ আৰু দুন্দুভি দৈত্যৰ ভায়েক। ভাতৃবধী বালিৰজাক বধ কৰিবলৈ মায়াবী কিষ্কিন্ধালৈ গৈছিল; কিন্তু বালিৰ আঘাত সহ্য কৰিব নোৱাৰি গাঁত এটাৰে পাতাললৈ পলাল। লগে লগে বালিও পাতাললৈ গৈ ভালেমান দিন খুঁজি মায়াবীক বধ কৰে।

(দুন্দুভি দ্ৰষ্টব্য—ৰামায়ণ কিষ্কিন্ধা)

মাৰীচ—এজন ৰাক্ষস। সুন্দ অসুৰৰ ঔৰসত তাৰকা ৰাক্ষসীৰ গৰ্ভত এওঁৰ জন্ম, বিশ্বামিত্ৰৰ যজ্ঞ ৰক্ষা কৰিব যোৱাৰ সময়ত শ্ৰীৰামচন্দ্ৰই তাৰকাক বধ কৰে, মাৰীচ কোনোমতেহে ৰক্ষা পায়। ৰামচন্দ্ৰই বনবাস কৰাত পূৰ্ব শত্ৰুতা সুমৰি মাৰীচে দুৰ্ঘোৰ বনৰ মাজত ৰামৰ অনিষ্ট কৰিবলৈ গৈ পাছত পলাই সাৰিবলৈ বাধ্য হয়। সীতা হৰণৰ উদ্দেশ্যে ৰাক্ষসৰাজ ৰাৱণে তেওঁক মৃগৰূপ ধৰিবলৈ অনুৰোধ কৰাত মাৰীচ মান্তি হয়। সীতাৰ কথা ৰাখিবলৈ বুলি ৰামে খেদি খেদি কুটীৰৰপৰা দূৰৈত গৈ মাৰীচক বধ কৰে। মৰণ সময়ত ৰাৱণে শিকাই দিয়া মতে সীতা আৰু লক্ষ্মণক মাতি মাৰীচে প্ৰাণ এৰে। মাৰীচৰ সেই মাত শুনি সীতাই প্ৰকৃততে ৰামৰ বিপদ হোৱা বুলি ভাবি লক্ষ্মণক পঠিয়াই দিয়ে। সেই সুযোগতে একাকিনী সীতাক ৰাৱণে লঙ্কালৈ লৈ যায়।

(ৰামায়ণ—অৰণ্য)

**মাৰুত**—দিতিৰ গৰ্ভত থকা মৰুতক ইন্দ্ৰই বজ্ৰ মাৰি খণ্ড খণ্ড কৰি কাটোঁতে দুখ পাই মৰুতে কান্দিছিল। তেতিয়া ইন্দ্ৰই "মা ৰুদ" বুলি কান্দিবলৈ হাক দিছিল; সেইবাবে মৰুতক "মাৰুত" বুলিও কোৱা হয়। ( মৰুৎ দ্ৰষ্টব্য )

**মাৰ্কণ্ড**—এজন কল্পান্তজীৱী মুনি। এওঁৰ পিতৃৰ নাম "মৃকণ্ডু" মুনি; মাতৃ "মনস্বিনী"। মাৰ্কণ্ডৰ পত্নীৰ নাম "ধুমাৱতী" আৰু পুত্ৰৰ নাম "বেদশিৰা"। এওঁ দীৰ্ঘজীৱী হোৱাৰ কাহিনী ভিন্ ভিন্ ৰূপে পুৰাণত দেখা যায়।

(১) পুত্ৰৰ জীৱন কাল মুঠে বাৰ বছৰ বুলি জানি মৃকণ্ডু আৰু মনস্বিনীয়ে অতি দুখত কাল কটাইছিল। মাৰ্কণ্ডই পিতৃ-মাতৃৰ দুখৰ কাৰণ জানি যম ৰজাক জয় কৰি দীৰ্ঘজীৱন লাভ কৰিব বুলি তেওঁলোকক আশ্বাস দিলে আৰু সেই শিশুকালতে বনলৈ গৈ বিষ্ণুৰ উদ্দেশ্যে দুৰ্ঘোৰ তপস্যা কৰি জীৱলোকত আটাইতকৈ দীৰ্ঘজীৱী হ'ল। ( নৰসিংহ পুৰাণ )

(২) এদিন সপ্তৰ্ষিসকল মৃকণ্ডু মুনিক দেখা কৰিবলৈ আহিছিল। মাৰ্কণ্ড ওচৰলৈ গৈ সপ্তৰ্ষিক প্ৰণাম জনোৱাত তেওঁলোকে দীৰ্ঘায়ু হবলৈ আশীৰ্বাদ কৰিলে। কিন্তু পাছত মাৰ্কণ্ডক অল্পায়ু বুলি জানি সপ্তৰ্ষিৰ আশীৰ্বাদ অথলে যায় বুলি চিন্তা লাগিল। তেওঁলোক মাৰ্কণ্ডক লৈ ব্ৰহ্মাৰ ওচৰলৈ গৈ দীৰ্ঘজীৱী কৰি আনিলে। ( পদ্মপুৰাণ সৃষ্টিখণ্ড ৩০ অঃ, স্কন্দপুৰাণ নাগৰখণ্ড ২১ অঃ মহাভাৰত ১৯৮ বন। )

**মাল্যবান**—সুকেশ নামে ৰাক্ষসৰ ঔৰসত গন্ধৰ্ব কন্যা বেদৱতীৰ গৰ্ভত মালী, সুমালী আৰু মাল্যবান ৰাক্ষসৰ জন্ম হয়। সুদীৰ্ঘ কাল তপস্যা কৰি ব্ৰহ্মাৰ বৰত তিনিও অজেয় আৰু দীৰ্ঘজীৱী হৈ লঙ্কাত বাস কৰিছিল আৰু দেৱতা বিলাকক হিংসা কৰিছিল; দেৱতাৰ অনুৰোধত বিষ্ণুই মালীক বধ কৰে, সুমালী আৰু

মাল্যবান পলাই গৈ পাতালত আশ্ৰয় লয়। সুমালীয়েই ৰাৱণ ৰজাৰ মাতৃ কুম্ভনসীৰ পিতৃ।

**মুচুকুন্দ**—মহাৰাজ মান্ধাতাৰ পুত্ৰ। এওঁ অসামান্য বীৰ আছিল আৰু দেৱাসুৰৰ যুদ্ধত দেৱতাৰ হকে অসুৰৰ লগত যুদ্ধ কৰিছিল। যুদ্ধৰ অন্তত দেৱতা সকলে মুচুকুন্দক নিজৰ অভিলাষ অনুসাৰে বৰ মাগিবলৈ কলে। বহুদিন যুদ্ধ কৰি তেওঁৰ ভাগৰ গুচোৱাৰ অৰ্থে শোৱাৰ আৱশ্যক হৈছিল। সেইবাবে কলে "যেয়ে মোৰ নিদ্ৰা ভঙ্গ কৰিব, চকু মেলি দেখা মাত্ৰে সি যেন ভস্মীভূত হয়।" দেবতাই সেই বৰকে দিয়াত মুচুকুন্দ গৈ নিৰ্জন পৰ্ব্বতৰ গুহাত শুই থাকিল আৰু টোপনিতে যুগ-যুগান্তৰ পাৰহৈ গল। এসময়ত যবন নৰপতি কালযবনে যাদব বিলাকক নানা প্ৰকাৰে বাৰে বাৰে অত্যাচাৰ কৰিছিল। শ্ৰীকৃষ্ণই যাদব বংশৰ সকলোকে মথুৰালৈ পঠিয়াই নিজে অকলে কালযবনৰ লগত যুদ্ধ দিলে আৰু এবেলি পৰাজিত হৈ পলোৱা যেন ছল কৰি মুচুকুন্দ শুই থকা পৰ্ব্বতৰ গুহাটোতে গৈ সোমাল। পাছে পাছে খেদি গৈ শুই থকা মুচুকুন্দকে কৃষ্ণ বুলি ভাবি কাল যবনে বুকুতে গোৰ মাৰি দিলে। সাৰ পাই মুচুকুকুন্দই চকু মেলি চোৱা মাত্ৰে কাল-যবন ভস্মীভূত হ'ল। গুহাৰ পৰা নিজৰ পুৰীৰ উদ্দেশ্যে গৈ পুত্ৰ পৰিজনতো কাকো নাপালেই, আনকি মুচুকুন্দই নিজৰ থলৰ পূৰ্ব পৰিচিত জাৱজন্তুও কাকো নেদেখিলে। যুগ পৰিবৰ্ত্তনত সকলো-পৰিবৰ্ত্তন ঘটিছে বুলি জানি মনৰ দুখতে তেওঁ হিমালয়ত তপস্যা কৰি প্ৰাণত্যাগ কৰিলে। (কাল যবন দ্ৰষ্টব্য—হৰিবংশ)

**মেনকা**—(১) এজনী স্বৰ্গৰ অপ্সৰা। বিশ্বামিত্ৰ মুনিয়ে দুৰ্ঘোৰ তপস্যা কৰা দেখি দেৱৰাজ ইন্দ্ৰই মুনিৰ তপস্যা ভঙ্গ কৰাৰ অৰ্থে মেনকাক পঠিয়াই দিলে। মেনকাই নিজৰ অতুলনীয় ৰূপ সম্ভাৰেৰে বিশ্বামিত্ৰৰ তপ ভঙ্গ কৰিলে; কিন্তু স্বাধীনা অপ্সৰা মুনিৰ পৌৰুষত্বৰ প্ৰভাৱত বন্দিনী হ'ল, সেই সময়তে বিশ্বামিত্ৰৰ

ঔৰসত তেওঁৰ শকুন্তলা নামে কন্যা এটি জন্ম পালে। তেতিয়া মুনিৰ গালৈ চৈতন্য আহিল। তেওঁ পুণ্যক্ষয়কাৰী অৱস্থা ত্যাগ কৰি তপস্যাৰ অৰ্থে আনফালে গুচি গল মেনকায়ো শকুন্তলাক পৃথিবীতে এৰি থৈ স্বৰ্গলৈ দহ বছৰৰ মুৰত গতি কৰিলে।

(২) পৰ্ব্বতৰ ৰজা হিমালয়ৰ পত্নী। এওঁৰ নাম "মেনা" বুলিও উল্লেখিত হয়। মেনকাৰ পুত্ৰ মৈনাক; কন্যা গঙ্গা আৰু পাৰ্ব্বতী।

**মৈত্ৰীয়ী**—মৈত্ৰেয় মুনিৰ কন্যা আৰু ব্ৰহ্মবিদ যাজ্ঞবল্ক্য ঋষিৰ জ্যেষ্ঠা পত্নী। যাজ্ঞবল্ক্যই গৃহাশ্ৰম ত্যাগ কৰি সন্ন্যাস আশ্ৰম গ্ৰহণ কৰিবলৈ ওলোৱাত তেওঁৰ গৃহাশ্ৰমৰ সমস্ত সম্পত্তি দুই পত্নী মৈত্ৰেয়ী আৰু কাত্যায়নীক ভগাই দিয়াৰ প্ৰস্তাব কৰিলে। "সেই সম্পত্তিবোৰৰ আৱশ্যকতা কি", মৈত্ৰেয়ী সোধাত—"ভবিষ্যত সুখৰ কাৰণে প্ৰয়োজন হব" বুলি যাজ্ঞবল্ক্যই উত্তৰ দিলে, তেনেহলে "এই সুখৰ আহিলাবোৰ ত্যাগ কৰি যাজ্ঞবল্ক্যই কিয় সন্ন্যাস আশ্ৰম গ্ৰহণ কৰিব ওলাইছে"—এই কথা লৈত্ৰেয়ীয়ে সোধাত,—"আত্মসুখ" লাভৰ কাৰণে বুলি ঋষিয়ে জনালে।

আত্মা কি? আত্মসুখ কেনে? প্ৰশ্ন কৰি মৈত্ৰেয়ীয়ে স্বামী যাজ্ঞবল্ক্যৰ পৰা যি উত্তৰ লাভ কৰিছিল সেইবোৰ অতি পৰমাৰ্থ-তত্ত্ব। "যাজ্ঞবল্ক্য মৈত্ৰেয়ী সংবাদ" তত্ত্বজ্ঞান পিপাসু সকলৰ পক্ষে চিৰকালেই লোভনীয় বস্তু। প্ৰাচীন ভাৰতৰ নাৰী যে কিমান চৰম জ্ঞানৰ অধিকাৰিণী হৈছিল তাৰ শ্ৰেষ্ঠ উদাহৰণ মৈত্ৰেয়ী দেৱী।

**মৈনাক**—পৰ্ব্বতৰাজ হিমালয়ৰ পুত্ৰ। মেনকাৰ গৰ্ভত এওঁৰ উৎপত্তি। পৰ্ব্বতবোৰ উৰি গৈ যতে ততে পৰি লোকৰ অহিত কৰিছিল। এই অহিতকাৰী কাৰ্য নিবাৰণৰ অৰ্থে দেৱৰাজ ইন্দ্ৰই বজ্ৰ নিক্ষেপ কৰি পৰ্ব্বতবোৰৰ পাখা কাটি দিয়ে। মৈনাকে ভয়তে পবন দেৱতাৰ সহায়ত সমুদ্ৰৰ তলিত গৈ আশ্ৰয় লয় আৰু ইন্দ্ৰৰ বজ্ৰৰ পৰা ৰক্ষা পৰে।

# য

**যদু**—সুবিখ্যাত যাদর বংশৰ আদি পুৰুষ। এওঁৰ পিতৃ মহাৰাজ যযাতি, মাতৃ শুক্ৰাচাৰ্য্যৰ কন্যা দেৱযানী। যযাতি ৰজা শুক্ৰাচাৰ্য্যৰ অভিশাপত অকালতে জৰাগ্ৰস্ত হয়; কিন্তু অনুনয় বিনয়ত সন্তুষ্ট হৈ, ইচ্ছামতে আনৰ যৌবনৰ লগত সাল-সলনি কৰিব পাৰিব বুলি শুক্ৰাচাৰ্য্য মুনিয়ে ৰজাক ক্ষমতা দিয়ে। সেই ক্ষমতাৰ বলত যথাতিয়ে পুত্ৰ যদুৰ লগত নিজৰ জৰা সলনি কৰিব খোজাত যদু কোনোমতে সম্মত নহ'ল। ৰাজপুত্ৰ হৈ ৰাজোচিত উদাৰতা গুণ নথকাত; বিশেষকৈ পিতৃৰ অনুৰোধলৈ কাণ নিদিয়াৰ বাবে যযাতিয়ে যদুক শাপ দি কলে—"তোমাৰ বংশৰ কোনেও কতো ৰজা হব নোৱাৰিব।" সেয়ে হ'ল, যদুৰ পৰা হোৱা সুপ্ৰসিদ্ধ যাদর বংশত ভগবান শ্ৰীকৃষ্ণই জন্ম গ্ৰহণ কৰিছিল কিন্তু বংশৰ কোনেও হলে ৰজা হোৱা নাছিল।

( মহাভাৰত আদি ) শ্ৰীকৃষ্ণ - যযাতি দ্ৰষ্টব্য

**যম**—এজন দিকৃপাল আৰু জীৱৰ পাপ-পুণ্যৰ বিচাৰ কৰ্তা। পুণ্যৱানৰ চকুত এওঁ বিষ্ণুমূৰ্ত্তিৰ সদৃশ পৰম সুন্দৰ মনোহৰ ৰূপধাৰী; কিন্তু পাপীৰ বাবে ভয়ঙ্কৰ ৰূপ। সূৰ্যৰ ঔৰসত সংজ্ঞাৰ গৰ্ভত যমৰ জন্ম। মাহীমাক ছাঁয়ালৈ ভৰি তোলা পাপতে ছাঁয়াৰ শাপত এওঁৰ ভৰিত্নখনত ঘা হয় আৰু পোক লাগে। এই দুৰ্দশা পিতৃ সূৰ্য্যক জনোৱাত তেওঁ অন্য প্ৰতিবিধান কৰিব নোৱাৰি ঘা চেলেকিবলৈ যমক কুকুৰ এটা চিৰকাললৈ সঙ্গী কৰি দিয়ে। যমপুৰী মনুষ্যলোকৰ পৰা ছিয়াশি হাজাৰ যোজন দূৰত চাৰি হাজাৰ দীঘল দুই হাজাৰ বহল আৰু সুবৰ্ণময় গড়েৰে আগুৰা। তাতে থাকি চিত্ৰগুপ্ত নামে মন্ত্ৰীৰ সহায়ত তেওঁ ধৰ্মৰাজ ৰূপে জীৱৰ পাপ-পুণ্যৰ বিচাৰ কৰে। মাণ্ডব্য নামে মুনিক লঘুপাপত গুৰুদণ্ড দিয়াৰ কাৰণে মুনিৰ শাপত যম মনুষ্যৰূপে হস্তিনাপুৰত "বিদুৰ" নামে জন্মগ্ৰহণ কৰিবলগীয়া হয়।

মাণ্ডব্য—অনীমাণ্ডব্য—বিদুৰ দ্ৰষ্টব্য—( গৰুড় পুঃ পদ্মপুৰাণ )

**যযাতি**—চন্দ্ৰবংশীয় এজন ক্ষত্ৰিয় ৰজা ।' এওঁ মহাৰাজ নহুষৰ পুত্ৰ। যযাতি মৃগয়া কৰিবলৈ গৈ পিয়াহৰ পানী বিচাৰি ফুৰোঁতে থিয় নাদ এটাত গাভৰু ছোৱালী এজনী পৰি থকা দেখা পাই হাতত ধৰি টানি তুলিলে। সেই ছোৱালীজনী আছিল শুক্ৰাচাৰ্য্যৰ কন্যা দেৱযানী। আন এদিন দেৱযানী আৰু যযাতিৰ দেখাদেখি হোৱাত দুয়ো দুয়োতে প্ৰণয়ভাৱ নিবেদন কৰিলে। ইয়াৰ ফলত শুক্ৰমুনিৰ অনুমতি মতে দুয়োৰো বিয়া হল আৰু দুটা পুত্ৰও উপজিল।

দৈত্যৰাজ বৃষপৰ্বাৰ কন্যা শৰ্মিষ্ঠায়ে দেৱযানীক নাদত পেলাইছিল, এই দোষৰপৰা মুক্তি পোৱাৰ অৰ্থে শৰ্মিষ্ঠা দেৱযানীৰ দাসী হবলগীয়া হৈছিল। বিয়াৰ পাছত শৰ্মিষ্ঠাক দাসীৰূপে লগত লৈ দেৱযানী যযাতিৰ ৰাজপুৰীলৈ গ'ল। কিছুদিন পাছত ৰূপ-গুণত মোহিত হৈ যযাতিয়ে গুপুতে শৰ্মিষ্ঠাকো বিয়া কৰালে আৰু তেওঁৰপৰা তিনিটি পুত্ৰও জন্ম পালে। এই কথাৰ গম পাই দেৱযানীয়ে অভিমান কৰি গুচি গ'ল আৰু পিতৃ শুক্ৰাচাৰ্যক সমস্ত কথা কলে। যৌৱন গৰ্বত এনে গৰ্হিত কাৰ্য কৰাৰ বাবে শুক্ৰই ৰজাক জৰাগ্ৰস্ত হবলৈ অভিশাপ দিলে; কিন্তু ৰজাই বৰকৈ কাবৌ-কাতৰ কৰাত সেই জৰা আনৰ লগত ইচ্ছামতে সালসলনি কৰিবৰ ক্ষমতা মুনিয়ে প্ৰদান কৰিলে।

যৌৱন ভোগৰ আকাঙ্ক্ষা যযাতিৰ তেতিয়াও গুচা নাছিল। শুক্ৰাচাৰ্যই দিয়া ক্ষমতাৰ বলত তেওঁ পুত্ৰবিলাকক নিজৰ জৰাৰ সলনি সিহঁতৰ যৌৱন খুজিলে; কিন্তু শৰ্মিষ্ঠাৰ সুমলীয়া পুত্ৰ পুৰুৰ বাহিৰে আন কোনেও যৌৱন দিবলৈ সম্মত নহল। ৰজাই পুৰুৰ যৌৱন লৈ সুদীৰ্ঘকাল ভোগ-সুখত কাল কটাই বুজিলে যে "ভোগৰ নিবৃত্তি নাই—ত্যাগেহে পৰম সুখ"। ইয়াকে ভাবি তেওঁ পুৰুক যৌৱন ফিৰাই দি নিজৰ জৰা গ্ৰহণ কৰিলে আৰু

আনবোৰ পুত্ৰক বঞ্চিত কৰি পুৰুক সিংহাসনত বহুৱাই তপস্যাৰ অৰ্থে বনলৈ গ'ল। বহুকাল তপস্যা কৰি যযাতিয়ে স্বৰ্গলৈ গতি কৰিলে ; কিন্তু নিজৰ পুণ্যকাৰ্য্যৰ গৰ্ব কৰাৰ বাবে স্বৰ্গভ্ৰষ্ট হ'ল আৰু শুভস্থানবাসী নিজৰ বয়-বংশৰ লোকসকলৰ মাজত পৰিল। তেওঁলোকে নিজৰ নিজৰ পুণ্য ভাগ দি যযাতিক আকৌ স্বৰ্গলৈ পঠিয়ালে।

( দেবযানী, শৰ্মিষ্ঠা, অষ্টক দ্ৰষ্টব্য—মহাভাঃ আদি—৭৫, উদ্যোগ ১২১ অঃ )

**যশোদা**—গোকুলৰ নন্দঘোষৰ পত্নী। ভাদ মাহৰ কৃষ্ণ অষ্টমী তিথিত একে সময়তে গোকুলত যশোদাই মহামায়াক কন্যাৰূপে আৰু মথুৰাৰ কংস ৰজাৰ কাৰাগাৰত বসুদেৱৰ পত্নী দেৱকীয়ে কৃষ্ণক পুত্ৰৰূপে জন্ম দিয়ে। দৈৱবাণী শুনি আৰু দেৱ অনুগ্ৰহত কাৰাগাৰৰপৰা ওলাই যমুনা নদী পাৰ হৈ বসুদেৱে কৃষ্ণক অচেতনা যশোদাৰ ওচৰত থৈ মহামাযাক কাৰাগাৰলৈ লৈ আহে। বসুদেৱ দেৱকীৰ আনবোৰ পুত্ৰ বধ কৰাৰ নিচিনাকৈ মহামায়াক বধ কৰি কংস ক্ষান্ত হ'ল। সিফালে কৃষ্ণ নন্দৰ গৃহত যশোদাৰ পুত্ৰৰূপে পৰম যত্ন আৰু স্নেহত ডাঙৰ দীঘল হবলৈ ধৰিলে। কৃষ্ণ নিজৰ পুত্ৰ নহয় বুলি যশোদাই কেতিয়াও ভবা নাছিল। তেওঁ কৃষ্ণৰ প্ৰতি যি বাৎসল্য স্নেহ দেখুৱাইছিল তাৰ তুলনা ক'তো নাই।

সতীদেহত্যাগ কৰাৰ পাছত দক্ষ আৰু প্ৰসূতিয়ে আকৌ ভগৱতীক কন্যাৰূপে পাবলৈ তপস্যা কৰে। আকৌ দ্ৰোণ নামে বসুই তেওঁৰ পত্নী ধৰাৰে সৈতে ভগবানক ওচৰ সম্বন্ধত পাবলৈ তপস্যা কৰে। এই দুই আকাঙ্ক্ষাৰ ফলত দ্বাপৰ যুগৰ শেহ ভাগত নন্দ যশোদাৰ জন্ম হয়। ( শ্ৰীমদ্ভাগৱত—ব্ৰহ্মবৈঃ শ্ৰীকৃষ্ণ অঃ )

**যাজ্ঞবল্ক্য**—এজন সুপ্ৰসিদ্ধ ঋষি। এওঁ যজ্ঞবল্ক্য মুনিৰ পুত্ৰ। যাজ্ঞ্যবল্ক্য যজুৰ্বেদ প্ৰৱৰ্তক, সংহিতাকাৰ আৰু সুবিখ্যাত ব্ৰহ্মবিদ আছিল। এওঁ বৈশাম্পায়ন মুনিৰ শিষ্য। গুৰুগৃহত থকা সময়ত

যাজ্ঞবল্ক্যই কৰা স্বস্ত্যয়নৰ শান্তিজল এজন ৰজাই অৱজ্ঞা কৰি ৰাজ সভাগৃহৰ কাঠৰ খুটা এটাত নিক্ষেপ কৰিবলৈ কলে। শান্তি-জল পৰি কাঠৰ খুটা তত্তালিকে সজীৱ হৈ ডাল পাত মেলা দেখি ৰজাই অনুতাপ কৰি আকৌ স্বস্ত্যয়ন কৰাৰ অৰ্থে পিচদিনা নিজে যাজ্ঞবল্ক্যক নিমন্ত্ৰণ কৰিবলৈ আহিল; কিন্তু আগদিনাৰ অৱজ্ঞা-অপমান বাবে তেওঁ যাবলৈ সন্মত নহল। গুৰুৱে আদেশ কৰাতো তেওঁ ৰজাৰ নিমন্ত্ৰণ গ্ৰহণ নকৰিলে। তেতিয়া গুৰুৱে কোপ কৰি অধীত বিদ্যা ওলোটাই দিবলৈ কোৱাত যাজ্ঞবল্ক্যই গুৰুৰপৰা শিকা সমস্ত বিদ্যা বতিয়াই উলিয়াই দি গুচি গল আৰু সূৰ্য দেবতাক আৰাধনা কৰি সমস্ত বিদ্যা শিকি ললে।

এসময়ত ব্ৰহ্মতত্ত্ব জিজ্ঞাসু ৰাজৰ্ষি সীৰধ্বজ জনকৰ যজ্ঞ-সভাত সমস্ত ঋষি-মুনি গোট খাইছিল। এহেজাৰ খীৰঁতী গাই সভাৰ থলত বান্ধি জনকে কলে "এই সভাৰ যিজন সৰ্বশ্ৰেষ্ঠ ব্ৰহ্মবিদ্ তেওঁ এই গাইকেইজনী লৈ যাওঁক"। নিজক ব্ৰহ্ম-তত্ত্বৰ নিচিনা দুৰ্জ্ঞেয় সুকঠিন বিষয়ৰ জ্ঞানী বুলি প্ৰচাৰ কৰিবলৈ কাৰো সাহ নহল। শেষত মহাজ্ঞানী যাজ্ঞবল্ক্যই গাইবোৰ খেদি নিয়া দেখি সভাস্থ যিবিলাক ঋষিয়ে তেওঁক অশ্ৰেষ্ঠ কৰিবলৈ ব্ৰহ্মতত্ত্ব সম্বন্ধে প্ৰশ্ন কৰিছিল তাৰ ভিতৰত "গাৰ্গী" নামে মহাবিদুষী নাৰী এগৰাকীও আছিল; কিন্তু কোনেও যাজ্ঞবল্ক্যক পৰাজয় কৰিব নোৱাৰিলে। গতিকে তেওঁ সৰ্বশ্ৰেষ্ঠ ব্ৰহ্মবিদ্ বুলি পৰিগণিত হ'ল।

যাজ্ঞবল্ক্যই আশ্ৰম বাস এৰি শেষ বয়সত সন্ন্যাস গ্ৰহণ কৰিবলৈ ওলোৱাত, তেওঁ পত্নী দুজনীক আশ্ৰম-সামগ্ৰী ভগাই দিবলৈ আয়োজন কৰিলে। তেতিয়া জ্যেষ্ঠা পত্নী মৈত্ৰেয়ীয়ে অস্থায়ী অসাৰ গৃহদ্ৰব্যৰ সলনি শাশ্বত ব্ৰহ্মতত্ত্ব জ্ঞান স্বামীত প্ৰাৰ্থনা কৰে। সেই সময়ত ব্ৰহ্ম সম্বন্ধে স্বামী-স্ত্ৰীৰ ভিতৰত যি প্ৰশ্নোত্তৰ হৈছিল ধৰ্মসাহিত্যৰ সেই সুপ্ৰসিদ্ধ ভাগটো "যাজ্ঞবল্ক্য

মৈত্ৰেয়ী সংবাদ" নামে চিৰকালেই ব্ৰহ্মতত্ত্ব জিজ্ঞাসু লোকৰ অমূল্য জ্ঞান সম্ভাৰ হৈ আছে। পত্নী সাবিত্ৰীৰ শাপত প্ৰজাপতি ব্ৰহ্মাই যাজ্ঞবল্ক্য ৰূপে নৰদেহ ধাৰণ কৰা বুলি উল্লেখ আছে।

( স্কন্দপুৰাণ নাগৰ খণ্ড ১৯১-২৭৮ অঃ মহাভাঃ শান্তি ৩১০ )

**যুধাজিৎ**—এওঁ কেকয়ৰাজ অশ্বপতিৰ পুত্ৰ। কেকয়ীৰ ভায়েক আৰু ভৰত কুমাৰৰ মাতুল। যুধাজিৎ ভৰতৰ প্ৰতি অতিশয় স্নেহ পৰায়ণ আছিল। ( ৰামায়ণ )

**যুধিষ্ঠিৰ**—পঞ্চপাণ্ডৱৰ জ্যেষ্ঠজন। এওঁৰ পিতৃ ধৰ্মৰাজ মাতৃ পাণ্ডু-ৰজাৰ পত্নী কুন্তীদেবী। যুধিষ্ঠিৰ সকৰেপৰা ধৰ্মপৰায়ণ, ন্যায়-ৱান, ধীৰমতি আৰু স্থিৰবুদ্ধি সম্পন্ন আছিল। পাণ্ডুৰ মৃত্যুৰ পাছত যুধিষ্ঠিৰ আৰু ভায়েক চাৰিটি ধৃতৰাষ্ট্ৰৰ আশ্ৰয়ত ভীষ্মৰ দ্বাৰা লালিত-পালিত হয় আৰু কৌৰৱ শিশুসকলে সৈতে কৃপাচাৰ্য্য আৰু দ্ৰোণাচাৰ্য্যত ধনুৰ্বেদ আদি শিক্ষা লাভ কৰে। যুধিষ্ঠিৰ চৰিত্ৰৰ গুণত মহৰ্ষি বেদব্যাসৰ অতি প্ৰিয় পাত্ৰ হয় আৰু সেইবাবে তেওঁক ব্যাসদেবে "প্ৰতিস্মৃতি" বিদ্যা দান কৰে।

শিক্ষাকাল শেষ হোৱাত প্ৰজাবৰ্গৰ অভিমত অনুসাৰে ধৃতৰাষ্ট্ৰই যুধিষ্ঠিৰক হস্তিনাৰাজ্যৰ যুৱৰাজ পাতে। এই ব্যৱস্থাত ধৃতৰাষ্ট্ৰৰ পুত্ৰ দুৰ্য্যোধনৰ পাণ্ডৱৰ প্ৰতি হিংসাভাব বেছি হয় আৰু তেওঁলোকক ধ্বংস কৰিবলৈ মোমায়েক শকুনি আৰু বন্ধু কৰ্ণ প্ৰভৃতিৰ লগত নানা প্ৰকাৰ কু-অভিসন্ধি কৰে। ধৃতৰাষ্ট্ৰৰ অনুমতি লৈ দুৰ্যোধনে যুধিষ্ঠিৰ আদিৰ বাসৰ অৰ্থে বাৰনাবত নগৰত ঘৰ এজোৰা সজোৱালে। যথা সময়ত মাতৃ কুন্তীৰ সৈতে পাণ্ডৱবিলাক তালৈ গল; কিন্তু যাবৰ সময়ত মহামতি বিদুৰৰ পৰা বাৰনাবত নগৰৰ ঘৰবোৰ "জতুগৃহ" পদ্ধতিৰে সজোৱা বুলি জানিব পাৰি দুৰ্যোধনে গোপনে ঘৰত জুই লগাই দিয়াতো পাণ্ডৱ-বিলাকে নিৰ্বিঘ্নে সাৰি গল আৰু ভেশছন কৰি চাৰিওফালে ঘুৰি ফুৰিব ধৰিলে।

সেই সময়তে ভীমে হিড়িম্বাক বিয়া কৰায় আৰু অৰ্জুনে লক্ষ্যভেদ কৰি দ্রুপদ নন্দিনী দ্রৌপদীক লাভ কৰে। জতুগৃহ দাহ হোৱাত পাণ্ডৱ পুৰি মৰা বুলি কৌৰৱবিলাক নিশ্চিন্ত হৈছিল। দ্রৌপদীৰ স্বয়ংবৰত তেওঁলোক প্ৰকাশ হোৱাত বিশেষতঃ শ্ৰীকৃষ্ণৰ সহায় আৰু দ্রুপদৰ আশ্ৰয় পোৱা শুনি কৌৰৱ বিলাক আকৌ চিন্তান্বিত হ'ল। ভীষ্ম, দ্রোণ আদিৰ পৰামৰ্শ মতে বিদুৰক পঠিয়াই ধৃতৰাষ্ট্ৰই পাণ্ডৱবিলাকক মাতি অনালে আৰু হস্তিনা ৰাজ্যৰ এটা অংশ তেওঁলোকক অৰ্পণ কৰিলে। যুধিষ্ঠিৰে ইন্দ্রপ্রস্থত ৰাজধানী সজাই পৰোভৰে সৈতে ৰাজ্য শাসন কৰিব ধৰিলে আৰু ৰাজসূয় যজ্ঞ পাতি যশস্যা অৰ্জন কৰিলে।

ৰাজসূয়লৈ গৈ যুধিষ্ঠিৰৰ অপাৰ খ্যাতি দেখি দুৰ্যোধনে কেনেকৈ পাণ্ডৱৰ সৰ্বনাশ কৰিব পাৰে তাৰে উপায় চিন্তিব ধৰিলে। শেহত ধৃতৰাষ্ট্ৰৰ অনুমতি লৈ ক্ষত্ৰিয় ৰীতিমতে যুধিষ্ঠিৰক পাশা খেলিবলৈ মাতি আনিলে আৰু মোমায়েক শকুনিৰ হতুৱাই খেলত হৰুৱাই দ্রৌপদী সহ পঞ্চপাণ্ডৱক শকুনিৰ দাস কৰি পেলালে। এই অনুচিত কাৰ্যৰবাবে ৰাজ্যৰ সাধু সজ্জন সকলোৱে নিন্দা কৰা দেখি ধৃতৰাষ্ট্ৰই পাণ্ডৱবিলাকক মুক্তি দিয়ালে আৰু বুজাই-বঢ়াই ইন্দ্রপ্রস্থলৈ পঠিয়াই দিলে। শক্তিশালী পাণ্ডৱবিলাকক ইমানতে কিবা স্বৰূপে শক্তিহীন কৰিব নোৱাৰিলে কৌৰৱৰ ৰক্ষা নাই—এনেদৰে নানা প্ৰকাৰে বুজদি দুৰ্যোধনে পুনৰাই ধৃতৰাষ্ট্ৰৰ অনুমতি লৈ আকৌ যুধিষ্ঠিৰক পাশা খেলিবলৈ নিমন্ত্ৰণ কৰিলে। ক্ষত্ৰিয়-ৰীতি ৰক্ষাৰ অৰ্থে যুধিষ্ঠিৰ সৰ্বনাশী পাশা খেললৈ আকৌ আহিবলগা হ'ল। এইবেলিৰ খেলত শকুনিয়ে পাণ্ডৱৰ ৰাজ্য-ধন-সম্পত্তি সকলোকে জিকি নি তেওঁলোকক বাৰ বছৰ বনবাস আৰু এবছৰ অজ্ঞাতবাসলৈ পঠিয়াই দুৰ্যোধনৰ মনৰ কামনা পূৰণ কৰিলে।

দ্ৰৌপদীৰ পাঁচটি পুত্ৰক দ্বাৰকাত আৰু কুন্তী মাতৃক বিদুৰৰ ওচৰত থৈ চাৰিভায়েক আৰু দ্ৰৌপদীৰে সৈতে যুধিষ্ঠিৰ বনলৈ গ'ল। অশেষ দুখ-নিকাৰৰ মাজত বাৰ বছৰ বনবাস আৰু বিৰাট ৰজাৰ ওচৰত এক বছৰ অজ্ঞাত বাস খপি পাণ্ডৱসকলে বিৰাটৰ ৰাজসভাতে আত্মপ্ৰকাশ কৰিলে। পঞ্চপাণ্ডৱৰ পৰিচয় পাই বিৰাটৰাজ পৰম সন্তোষিত হ'ল আৰু এই পৰিচয়কে আত্মীয়তাত পৰিণত কৰিবলৈ অৰ্জুনৰ পুত্ৰ অভিমন্যুলৈ ৰজাই নিজৰ কন্যা উত্তৰাক বিয়া দিলে। বিৰাট ৰজাৰ ৰাজ্যত থাকিয়েই যুধিষ্ঠিৰে নিজৰাজ্য ইন্দ্ৰপ্ৰস্থ ঘূৰাই পাবলৈ দুৰ্যোধনৰ ওচৰলৈ দূত পঠিয়ালে; কিন্তু বিনা যুদ্ধে বেজিৰ আগেৰে যিমান কণ ঠাই খোচ খায় সিমান কণ ঠাইও ফিৰাই দিবলৈ দুৰ্যোধন সম্মত নহল। গতিকে বাধ্য হৈ যুধিষ্ঠিৰে যুদ্ধৰ আয়োজন কৰিবলগীয়া হ'ল। যদুপতি কৃষ্ণই তেওঁক প্ৰধান ৰূপে সহায় কৰিলে। ভাৰতবৰ্ষৰ সমস্ত ৰাজশক্তি সম্বন্ধ অনুসৰি দুয়োপক্ষৰে সহায় হ'ল। যুধিষ্ঠিৰৰ পক্ষে সাত অক্ষৌহিনী আৰু দুৰ্যোধনৰ পক্ষে এঘাৰ অক্ষৌহিনী সৈন্য কুৰুক্ষেত্ৰ নামে ঠাইত যুদ্ধ কৰি বেছি ভাগেই নিৰ্মূল হ'ল, কৌৰৱ বংশ সমূলে ধ্বংস পালে। এই যুদ্ধত শল্যৰাজক পৰাজয় কৰাত বাহিৰে যুধিষ্ঠিৰৰ যুদ্ধ নিপুণতাৰ পৰিচয় আৰু পোৱা নাযায়।

যুদ্ধত জয়ীহৈ যুধিষ্ঠিৰ হস্তিনাৰ একছত্ৰী ৰজা হয়। ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীক চপাই নি পৰম যত্নকৰি ৰাখিলে; কিন্তু এই অসংখ্য ইষ্ট-মিত্ৰ, জ্ঞাতি-বান্ধৱক ৰাজ্যৰবাবে বধ কৰা দুখ-অনুতাপতে তেওঁৰ মনৰ প্ৰকৃত সুখ-শান্তি আঁতৰি গ'ল। ইয়াৰ প্ৰতিবিধানৰ অৰ্থে ব্যাসদেৱৰ উপদেশ মতে যুধিষ্ঠিৰে অশ্বমেধ-যজ্ঞ এটি কৰি কোনোমতে পোন্ধৰ বছৰ ৰাজ্যভোগ কৰাৰ পিছত যদুবংশ ধ্বংস হোৱা আৰু আবাল্য-বান্ধৱ শ্ৰীকৃষ্ণক দেহত্যাগ কৰা বুলি শুনি যুধিষ্ঠিৰৰ আৰু ৰাজ্যভোগ দূৰৰে কথা জীয়াই থাকিবৰে

মন নোহোৱা হ'ল। অশ্বমেধৰ পাছতে ধৃতৰাষ্ট্ৰ, গান্ধাৰী আৰু কুন্তীদেৱী তপস্যাৰ অৰ্থে বনলৈ গৈছিল। বনপোৰা জুইত তেওঁলোক নিৰাশ্ৰয়ভাবে পুৰি মৰা শুনি যুধিষ্ঠিৰৰ মন দুগুণে বিকল হৈ পৰিল। অৰ্জুনৰ নাতি পৰীক্ষিতক হস্তিনাৰ সিংহাসনত বহুৱাই চাৰিভায়েক আৰু দ্ৰৌপদীৰে সৈতে তেওঁ মহাপ্ৰস্থান-যাত্ৰা কৰিলে। দ্ৰৌপদী আৰু ভায়েক চাৰিটিয়ে বাটতে এটি এটি কৰি দেহত্যাগ কৰিলে। যুধিষ্ঠিৰে সাধনাৰ দ্বাৰা ভোক-পিয়াহ-ৰোগ-শোক-মোহ সকলোকে জয় কৰি অশেষ ক্লেশে গৈ স্বৰ্গৰ দুৱাৰত উপস্থিত হ'ল। দেৱৰাজ ইন্দ্ৰ নিজে আহি তেওঁক আদৰি নিলে। নৰদেহে যুধিষ্ঠিৰ স্বৰ্গলৈ গৈ দেৱসঙ্গ আৰু পূৰ্বগামী আত্মীয়-স্বজনৰ সঙ্গ একেলগে লাভ কৰিলে।

যুধিষ্ঠিৰ চিৰকাল ধৰ্মাশ্ৰয়ী, সত্যবাদী, ন্যায়ৱান আৰু সমদৰ্শী আছিল; সেইবাবে তেওঁক শত্ৰু-মিত্ৰ সকলোৱে সমানে শ্ৰদ্ধা কৰিছিল। মহাবীৰ দ্ৰোণাচাৰ্যক কোনোমতে বধ কৰিব নোৱাৰি শ্ৰীকৃষ্ণই যুধিষ্ঠিৰৰ হতুৱাই "অশ্বত্থামা হত" এই শব্দটো ডাঙৰকৈ উচ্চাৰণ কৰাইছিল। সেই সময়ত অশ্বত্থামা নামে হাতী এটা মৰা সত্য ঘটনা; কিন্তু দ্ৰোণে তেওঁৰ পুত্ৰ অশ্বত্থামাৰ মৃত্যুৰ কথাকে সত্যবাদী যুধিষ্ঠিৰে কোৱা বুলি শোকতে অস্ত্ৰ ত্যাগ কৰি ৰথৰ ওপৰত বহি থাকিল আৰু সেই সুযোগতে দ্ৰুপদৰ পুত্ৰ ধৃষ্টদ্যুম্নই দ্ৰোণক বধ কৰিলে। এই সত্য-মিথ্যা ভাষণ পাপৰ ফলত যুধিষ্ঠিৰে স্বৰ্গলৈ যোৱাত নৰকৰ দৃশ্যও এবাৰ চাবলগীয়া হৈছিল।

আকাশস্থ গ্ৰহ-নক্ষত্ৰৰ গতি আৰু স্থিতিকালৰ লেখ কৰি, কলি যুগৰ প্ৰভাৱ ছয় শ বছৰ চলাৰ পাছত কৌৰৱ-পাণ্ডৱৰ সমস্ত ঘটনা ঘটিছিল বুলি পণ্ডিতসকলে কয়।

**যুবনাশ্ব**—এজন সূৰ্যবংশীয় ৰজা। এওঁৰ পিতৃৰ নাম প্ৰসেনজিত। মহাৰাজ মান্ধাতা যুবনাশ্বৰে পুত্ৰ। ( মান্ধাতা দ্ৰষ্টব্য )

**যুযুৎসু**—বৈশ্যজাতীয়া পত্নীৰ গৰ্ভত ওপজা ধৃতৰাষ্ট্ৰ ৰজাৰ এজন পুত্ৰ। ধৃতৰাষ্ট্ৰৰ আনবোৰ পুত্ৰৰ নিচিনা এওঁ দুৰ্নীতিপৰায়ণ আৰু অধৰ্মাচাৰী নাছিল। কুৰুক্ষেত্ৰৰ যুদ্ধৰ আৰম্ভণীতে যেতিয়া যুধিষ্ঠিৰে ক'লে "বিপক্ষৰ কোনো বীৰে যদি অনুগ্ৰহ কৰি মোৰ পক্ষত যোগ দিবলৈ ইচ্ছা কৰে, তেনেহলে তেওঁক মই সাদৰে গ্ৰহণ কৰিম।" তেতিয়া যুযুৎসু নিজ ইচ্ছাতে আহি পাণ্ডৱপক্ষত যোগ দিলে। যুদ্ধৰ অন্তত পুত্ৰ বুলিবলৈ ধৃতৰাষ্ট্ৰৰ এই যুযুৎসু পুত্ৰ মাত্ৰ জীয়াই আছিল। (মহাভাৰত)

**যোগমায়া**—মহাশক্তি। মথুৰাৰ কংসৰ কাৰাগাৰত কৃষ্ণ জন্ম হোৱা সময়তে এওঁ গোকুলত নন্দগৃহিনী যশোদাৰ পৰা জন্মগ্ৰহণ কৰে। বসুদেৱে ৰাতিতে গৈ কৃষ্ণক সলনি কৰি যোগমায়াক গোপনে কাৰাগাৰলৈ লৈ আহে। কংসই যোগমায়াকে দেৱকীৰ অষ্টম গৰ্ভৰ সন্তান বুলি ভাবি শিলত আফাল মাৰি দিব খোজোঁতে হাতৰ পৰা এৰাই তেওঁ বিন্ধ্যাচললৈ গুচি যায়। কৃষ্ণ উপজি আন ঠাইত ডাঙৰ-দীঘল হবলৈ ধৰা সংবাদ তেওঁৰেই কংসক দি যায়।

(শ্ৰীমদ্ভা: ১০ম, ব্ৰহ্মবৈ: পু: শ্ৰীকৃষ্ণখণ্ড)

## ৰ

**ৰক্তবীজ**—এজন দৈত্য। এওঁ সুপ্ৰসিদ্ধ শুম্ভ-নিশুম্ভ দৈত্যৰ সেনাপতি আছিল। দেৱী যুদ্ধত ৰক্তবীজক লৈয়েই দেৱীৰ মহাসঙ্কট হয়। দেৱীয়ে অস্ত্ৰ প্ৰহাৰ কৰিলেও দৈত্যৰ শৰীৰৰ পৰা ওলোৱা প্ৰত্যেক টোপা তেজৰে পৰা একোটা একোটা ৰক্তবীজ জন্ম হৈ দৈত্যসৈন্য বৃদ্ধি কৰে। এইবাবে দেৱীয়ে অস্ত্ৰ প্ৰহাৰৰ লগে লগে জিভা উলিয়াই মাটিত পৰাৰ আগতে ৰক্তবীজৰ গাৰ তেজ চেলেকি যাব ধৰিলে। সমশেষত দৈত্যৰ শিৰশ্ছেদন কৰিও সমস্ত তেজ দেৱীয়ে পান কৰিলে। তেতিয়াহে ৰক্তবীজ বিনাশ হল।

**ৰুক্ষৰাজ**—এজন বান্দৰ। 'এওঁ ব্ৰহ্মাৰ চকুৰ পানীৰপৰা উৎপন্ন হয়। এসময়ত মেৰু শিখৰৰ কোনো সৰোবৰত গা ধোৱাৰ ফলত এওঁ বান্দৰ গুচি বান্দৰী হয়; কিন্তু দৈবানুগ্ৰহত আকৌ পূৰ্বৰূপ পাই ব্ৰহ্মাৰ আদেশত কিষ্কিন্ধ্যাত ৰাজত্ব কৰিব ধৰে।

**ৰঘু**—সূৰ্যবংশীয় এজন সুবিখ্যাত ৰজা। এওঁ মহাৰাজ দিলীপৰ পুত্ৰ। মহাৰাজ দিলীপ বহুদিন অপুত্ৰক হৈ থকাত কুলগুৰু বশিষ্ঠৰ উপদেশমতে স্বৰ্গ ধেনু সুৰভিৰ কন্যা নন্দিনীক পত্নী সুদক্ষিণাৰে সৈতে সেৱা কৰি ৰঘুক পুত্ৰৰূপে লাভ কৰে। এসময়ত দিলীপৰ অশ্বমেধ যজ্ঞৰ ঘোঁৰা উপযুক্ত পুত্ৰ ৰঘুক ৰক্ষা কৰিবলৈ দিছিল। দেৱৰাজ ইন্দ্ৰই যজ্ঞ নষ্ট কৰিবৰ উদ্দেশ্যে ঘোৰাটি পলুৱাই লৈ যায়। ৰঘুৱে ইন্দ্ৰক পৰাজয় কৰি ঘোঁৰা লৈ আহে। যথাসময়ত ৰঘু অযোধ্যাৰ পিতৃ সিংহাসন লাভ কৰি দিগ্বিজয় কৰিবলৈ ওলায় আৰু ভাৰতবৰ্ষৰ চতুৰ্দিশৰ সমস্ত ৰাজ্য জয় কৰি অসংখ্য ধন-ঐশ্বৰ্য সংগ্ৰহ কৰে। তাৰ পিছত "বিশ্বজিৎ" নামে যজ্ঞ এটিৰ অনুষ্ঠান কৰি ব্ৰাহ্মণক সমস্ত ধন ঐশ্বৰ্য দান কৰে।

(ৰঘুবংশ)

**ৰতি**—কন্দৰ্পৰ পত্নী। হৰৰ কোপত কন্দৰ্প ভস্ম হোৱাত দেৱতাৰ আদেশত ৰতি মায়াৱতীৰূপে মৰ্ত্যলোকত জন্ম লয় আৰু স্বামীৰ লগত মিলন হোৱাৰ উদ্দেশ্যে সম্বৰ দৈত্যৰ ঘৰত ৰৈ থাকে।

(শাম্ব দ্ৰষ্টব্য)

**ৰম্ভা**——অপূৰ্ব ৰূপ-লাৱণ্যৱতী আৰু সঙ্গীতকলা অভিজ্ঞা এগৰাকী স্বৰ্গ-বেশ্যা। এওঁ এদিন স্বৰ্গৰপৰা নলকুবেৰৰ ওচৰলৈ যাওঁতে বাটতে লঙ্কাৰ ৰজা ৰাবণে বলেৰে ধৰ্ষণ কৰে। এই অপমানৰ কথা নলকুবেৰক জনোৱাত তেওঁ শাপ দিলে—"আজিৰ পৰা নাৰীক বলেৰে ধৰ্ষণ কৰিলে ৰাৱণৰ মৃত্যু হব।" এই শাপ পোৱাৰ পাছত আৰু ৰাৱণে অনিচ্ছুকা কোনো নাৰীক বলেৰে

ধৰ্ষণ কৰা নাছিল আৰু সেইবাবেই জানকীয়ে লঙ্কাত সতীত্ব ৰক্ষা কৰিব পাৰিছিল। নলকুবেৰ দ্ৰষ্টব্য (ৰামায়ণ উত্তৰ)

**ৰাধা**—(১) সূত জাতীয় অধিৰথ সাৰথিৰ পত্নী। এওঁ এদিন নদীত গা ধোঁৱতে পানীত ভাঁহি যোৱা জপা এটাৰ ভিতৰত কেঁচুৱা এটি পালে আৰু পৰম যতনে কেচুৱাটিক পালন কৰিলে। পাছলৈ সেই কেচুৱাটিয়েই মহাবীৰ "কৰ্ণ" ৰূপে বিখ্যাত হয়। পালিকা মাতৃৰ নাম অনুসৰি কৰ্ণৰ আন এটা নাম "ৰাধেয়" বুলিও উল্লিখিত হয়। (মহাঃ আদি)

(২) কৃষ্ণ প্ৰেম পৰায়ণা এগৰাকী গোপ যুৱতী। এওঁ বৃষভানু গোপৰ ঔৰসত কলাবতী গোপিনীৰ গৰ্ভত ওপজে আৰু আয়ান নামে এজন গোপৰ লগত এওঁৰ বিয়া হয়। বিবাহিতা হলেও ৰাধাই কৃষ্ণৰ উদ্দেশ্যেই মন প্ৰাণ-জীৱন-যৌৱন-সকলোকে সমৰ্পণ কৰিছিল। বহু ক্লেশ আৰু অশেষ সাধনৰ ফলত এওঁৰ কৃষ্ণৰ লগত মিলন হয়। ৰাধা-কৃষ্ণৰ প্ৰেম দৈহিক নহয়, বৰঞ্চ ভগৱদ্ভক্তিৰ আদৰ্শ বুলিহে বৰ্ণিত হৈ আছিছে। কিন্তু কৃষ্ণলীলা-ময় শ্ৰীমদ্ভাগৱতত কৃষ্ণপ্ৰেমময়ী ৰাধাৰ উল্লেখ দেখা নাযায়।

(ব্ৰহ্মবৈঃ—পুঃ—প্ৰকৃতি খণ্ড)

**ৰাৱণ**—লঙ্কা ৰাজ্যৰ অধিপতি, ৰাক্ষস বিলাকৰ ৰজা আৰু ত্ৰিভুৱন-বিজয়ী বীৰ। বিশ্ৰবা মুনিৰ ঔৰসত কৈকেসী ৰাক্ষসীৰ গৰ্ভত এওঁৰ জন্ম। বিভীষণ আৰু কুম্ভকৰ্ণ এওঁৰ ভায়েক আৰু সূৰ্পনখা ৰাবণৰ ভনীয়েক। সপত্নী ইলবিলাৰ পুত্ৰ কুবেৰক ঐশ্বৰ্যশালী হোৱা দেখি কৈকেসীয়ে তেওঁৰ পুত্ৰ তিনিটিকো তপস্যা কৰিবলৈ পঠিয়ায়। তপস্যাত তুষ্ট হৈ ব্ৰহ্মা বৰ দিবলৈ অহাত ৰাৱণে প্ৰথমে অমৰ বৰ প্ৰাৰ্থনা কৰিলে। তেনে বৰ দিবলৈ ব্ৰহ্মা অসম্মত হোৱাত দেৱ-দানব-যক্ষ-গন্ধৰ্ব আদিৰ অবধ্য হবলৈ প্ৰাৰ্থনা কৰিলে। নৰ আৰু বান্দৰক সামান্য বুলি ভাবি ৰাৱণে উল্লেখ নকৰিলে। প্ৰাৰ্থনামতে বৰ দি ব্ৰহ্মা অন্তৰ্হিত হ'ল।

বৰ পাই ৰাৱণে প্ৰথমে কুবেৰক খেদি লঙ্কা ৰাজ্য অধিকাৰ কৰিলে আৰু ত্ৰিভুবন জয় কৰি জগতৰ ঐশ্বৰ্য্যেৰে লঙ্কা ৰাজ্য পৰিপূৰ্ণ কৰিলে। ময়দানবৰ কন্যা মন্দোদৰীৰ লগত ৰাবণৰ বিয়া হয়; কিন্তু ত্ৰিভুৱনত সুন্দৰী নাৰী দেখিলেই ৰাবণে ছলে-বলে কিবাস্বৰূপে লঙ্কালৈ আনি উপপত্নী কৰি লৈছিল। এদিন সুন্দৰী তপস্বিনী বেদৱতীক বলপ্ৰয়োগ কৰিব ধৰাত সবংশে ৰাৱণ বধ কামনা কৰি বেদৱতীয়ে অগ্নিত প্ৰাণত্যাগ কৰে। আন এদিন ৰম্ভা অপ্সৰাক বল প্ৰয়োগ কৰাৰ কাৰণে অনিচ্ছুকা নাৰীক বল প্ৰয়োগ কৰিলেই মৃত্যু হব বুলি ৰাৱণে অভিশাপ পায়।

মহাবীৰ ৰাৱণ ৰজাই ত্ৰিভুবনৰ সকলোকে জয় কৰিছিল কিন্তু এবাৰ স্বৰ্গত দেৱতাবিলাকৰ দ্বাৰা পৰাজয় হবলগীয়াত পৰিলেও তেওঁৰ মন্দোদৰী ৰাণীৰ গৰ্ভজাত দুৰ্জয় পুত্ৰ মেঘনাদৰ হতুৱাই দেৱৰাজ ইন্দ্ৰক বন্দী কৰি অনাইছিল। ইয়াত বাহিৰে বালী, কাৰ্ত্তবীৰ্যাৰ্জুন আৰু মান্ধাতাৰ ওচৰত ৰাৱণ পৰাজিত হৈছিল আৰু দৈত্যৰাজ বলিৰপৰা তেওঁ দুৰ্ঘোৰ অপমান পাইছিল।

দানববিলাকক জয় কৰিবলৈ যাওঁতে ভনীজোঁৱাই বিদ্যুৎ-জিহ্বক ভুলতে বধ কৰি ৰাৱণ চিৰজীৱনলৈ একমাত্ৰ ভনীয়েক সূৰ্পনখাৰ ওচৰত লাজ আৰু সঙ্কোচৰ পাত্ৰ হৈ আছিল। দশৰথ ৰজাৰ পুত্ৰ ৰামচন্দ্ৰ কোৱঁৰ, ভায়েক লক্ষ্মণ আৰু ভাৰ্যা সীতাৰে সৈতে পঞ্চবটী বনত বনবাস কৰাত লক্ষ্মণে সূৰ্পনখাৰ নাক-কান কাটি লাঞ্ছনা কৰে। তাৰে প্ৰতিশোধ লোৱাৰ অৰ্থে ৰাবণে সীতাক হৰণ কৰি লঙ্কালৈ লৈ যায়। ৰামে বান্দৰৰাজ সুগ্ৰীবৰ সহায়ত লঙ্কালৈ গৈ ৰাবণৰ ভায়েক ধৰ্মপ্ৰাণ বিভীষণৰ দিহামতে সবংশে ৰাৱণক মাৰি সীতাক উদ্ধাৰ কৰে। ব্ৰহ্মাৰপৰা বৰ লওঁতে সামান্য বুলি উল্লেখ নকৰা নৰ আৰু বান্দৰৰ হাততে ত্ৰিভুৱন বিজয়ী বীৰ

লঙ্কেশ্বৰ ৰাবণৰ মৃত্যু ঘটিল। বিষ্ণুৰ দুৱৰী জয়-বিজয়, মুনিৰ শাপত ৰাৱণ কুম্ভকৰ্ণ ৰূপে ওপজে বুলি উল্লেখ আছে।

**ৰাম**—ৰাম নামে কেইবাজনো সুবিখ্যাত পুৰুষ থাকিলেও প্ৰধানতঃ শ্ৰীৰামচন্দ্ৰকে "ৰাম" বুলি বুজা হয়। কোশল ৰাজ্যৰ অধিপতি সূৰ্যবংশীয় মহাৰাজ দশৰথৰ ঔৰসত তেওঁৰ প্ৰধানা মহিষী কৌশল্যাৰ গৰ্ভত শ্ৰীৰামচন্দ্ৰৰ জন্ম হয়। ৰজাৰ মাজুৰাণী সুমিত্ৰাৰ গৰ্ভত লক্ষ্মণ, শত্ৰুঘ্ন আৰু সৰু ৰাণী কৈকেয়ীৰ গৰ্ভত ভৰত নামে আৰু তিনিটি পুত্ৰ ওপজে। চাৰিও পুত্ৰৰ সমিল-মিল ভাব থাকিলেও ৰামৰ প্ৰতি লক্ষ্মণ আৰু ভৰতৰ প্ৰতি শত্ৰুঘ্ন অতি অনুগত আছিল। যথাসময়ত চাৰিও কুমাৰে ক্ষত্ৰিয়োচিত সমস্ত বিদ্যাকে অৰ্জন কৰে।

বিশ্বামিত্ৰ মুনিৰ অনুৰোধত দশৰথৰ আদেশমতে লক্ষ্মণে সৈতে ৰামচন্দ্ৰ চৈধ্য বছৰ বয়সতে মুনিৰ যজ্ঞ ৰক্ষা কৰিবলৈ যাব-লগীয়া হয়। সেই সময়তে বিশ্বামিত্ৰই ৰামক "বলা" আৰু "অতিবলা" মন্ত্ৰ দান কৰে। যজ্ঞ নিৰ্বিঘ্নে শেষ হোৱাৰ পিছত বিশ্বামিত্ৰই সীৰধ্বজ জনকৰ ৰাজধানী মিথিলালৈ তেওঁলোকক লৈ যায় আৰু তাতে ৰামচন্দ্ৰই সুবিখ্যাত "হৰধনু" ভঙ্গ কৰি জনক-নন্দিনী সীতাক লাভ কৰে। এই হৰ্ষযুক্ত ঘটনাৰ উদ্দেশ্যে জনকে দশৰথ ৰজাক সপৰিয়ালে অযোধ্যাৰপৰা মিথিলালৈ অনায়। নিজৰ আন এজনী আৰু ভায়েকৰ দুজনী কন্যাক জনকে দশৰথৰ আন তিনি পুত্ৰলৈ বিয়া দিয়ে। পো-বোৱাৰীসকলক লগত লৈ দশৰথ নিজ ৰাজ্যলৈ যোৱাৰ বাটতে শিৱ-শিষ্য ক্ষত্ৰিয়ৰ যম পৰশুৰামে হৰধনু ভঙ্গকৰি অৰ্জা ৰামৰ বীৰত্বক হীনপ্ৰভু কৰিবলৈ আৰু গুৰুৰ ধনু ভাঙি কৰা অপমানৰ প্ৰতিশোধ লোৱাৰ অৰ্থে ৰামচন্দ্ৰত যুদ্ধ প্ৰাৰ্থনা কৰে। ৰাম আৰু পৰশুৰামৰ যুদ্ধ হয়। ৰামচন্দ্ৰই পৰশুৰামৰ দৰ্প চূৰ্ণ কৰি নিৰ্বিঘ্নে গৈ অযোধ্যা পায়।

বিয়াৰ পাছত সুখে সন্তোষে বাৰ বছৰ কটোৱাৰ পাছত

দশৰথে নিজৰ বৃদ্ধত্বৰ হেতুত ৰাজ্যশাসন অসমৰ্থতাৰ কাৰণে প্ৰজাপ্ৰিয় ৰামচন্দ্ৰকে যুবৰাজ পাতিবলৈ দিন-বাৰ স্থিৰ কৰিলে। এই ব্যৱস্থাত ৰাজ্যৰ আনে সন্তোষ পালেও সৰুৰাণী কৈকেয়ীৰ মনত ঈৰ্ষা হ'ল। দশৰথে ইতিপূৰ্বে দিবলৈ প্ৰতিশ্ৰুতি কৰা দুটি বৰ ঠিক এই সময়তে আহি কৈকেয়ীয়ে খুজিলে। সেই বৰৰ প্ৰভাৱত কৈকেয়ীৰ পুত্ৰ ভৰত হ'ল কোশল ৰাজ্যৰ যুৱৰাজ। ৰামচন্দ্ৰ সীতা আৰু লক্ষ্মণেৰে সৈতে চৈধ্য বছৰৰ কাৰণে বনলৈ গ'ল। ভগ্ন মনোৰথ দশৰথে পুত্ৰশোকত প্ৰানত্যাগ কৰিলে। সেই সময়ত ভৰত কোৱঁৰ শত্ৰুঘ্নৰ সৈতে মাতুল-গৃহত আছিল। তেওঁ অযোধ্যালৈ আহি এই অনুচিত কাৰ্য্যৰ বাবে মাতৃক পাৰ্যমানে নিন্দা কৰিলে। তাৰ পিছত পিতৃৰ প্ৰেতকাৰ্য সমাপন কৰি ৰামচন্দ্ৰক বিচাৰি গ'ল। বহু প্ৰবন্ধে বিচাৰি চিত্ৰকূট পৰ্বতত ৰামক লগধৰি ৰাজ্যলৈ ঘূৰাই অনাৰ কাৰণে অশেষ চেষ্টা কৰিলে; কিন্তু পিতৃসত্য পালনকে সাৰোগত কৰি ৰামচন্দ্ৰই ভৰতৰ অনুৰোধ ৰক্ষা নকৰিলে। শেহত ৰামৰ খৰম এজুৰি লৈ ভৰত ৰাজ্যলৈ ফিৰি আহিল আৰু তাকে সিংহাসনত স্থাপন কৰি প্ৰতিনিধিস্বৰূপে ৰাজ্যশাসন কৰিব ধৰিলে।

দণ্ডকা নামে অৰণ্যত বাস কৰা সময়ত ৰামে অগস্ত্য মুনিক তুষ্ট কৰি "বৈষ্ণৱধনু", "ব্ৰহ্মাস্ত্ৰ" আৰু "অক্ষয়তূনীৰ" লাভ কৰে। মুনিৰ উপদেশ মতে ৰামে লক্ষ্মণ আৰু সীতাৰে সৈতে গৈ পঞ্চৱটী নামে বনত বাস কৰে। তাতে ঘটনাক্ৰমে এদিন লক্ষ্মণে লঙ্কেশ্বৰ ৰাৱণৰ ভনীয়েক সূৰ্পনখাৰ নাক-কান কাটি দিয়ে। এই অপমানৰ প্ৰতিশোধ লোৱাৰ অৰ্থে মায়ামৃগ দেখুৱাই ৰাম-লক্ষ্মণক দূৰলৈ নি ৰাৱণে একাকিনী সীতাক হৰণ কৰি লঙ্কালৈ লৈ যায়। ৰামে সীতাক কুটীৰত নাপাই বিচাৰি ফুৰোঁতে ৰাৱণে হৰি নিয়া বুলি জটায়ু পক্ষীৰ মুখত বাতৰি পালে। ৰাৱণৰ বাসস্থান বিচাৰি ফুৰোঁত কিষ্কিন্ধাৰ ৰজা বালিৰ ভয়ত লুকাই থকা বালিৰ ভায়েক

সুগ্ৰীবৰ লগত ৰামৰ মিত্ৰতা হয় আৰু বালিক মাৰি সুগ্ৰীবক ৰামে কিষ্কিন্ধাৰ ৰজা পাতে। সুগ্ৰীবৰ বান্দৰসৈন্য লগত লৈ সুগ্ৰীবে সৈতে ৰাম-লক্ষ্মণ গৈ ৰাৱণৰ লঙ্কা ৰাজ্যত উপস্থিত হয়। ৰাৱণৰ ভায়েক ধৰ্মপৰায়ণ বিভীষণে ৰামক সহায় কৰে। তেওঁৰে দিহামতে সুদীৰ্ঘ ছয় মাহ কাল যুঁজি অপৰাজেয় ৰাৱণক ৰামে সবংশে বধ কৰে আৰু লঙ্কা ৰাজ্যত বিভীষণক ৰজা পাতে। ৰাৱণপুৰী-নিবাসিনী সীতাৰ অগ্নি পৰীক্ষাৰে সতীত্ব পৰীক্ষা কৰি চৈধ্য বছৰৰ মূৰত লক্ষ্মণ আৰু সীতাৰে সৈতে ৰাম অযোধ্যালৈ ঘূৰি আহে। তাৰ পিছত ভৰতৰ একান্ত আগ্ৰহত মহা পয়োভৰে সৈ:তে ৰাম কোশল ৰাজ্যৰ সিংহাসনত উঠে।

ৰাৱণে হৰণ কৰি নিয়া সীতাক গ্ৰহণ কৰাত প্ৰজা সকলৰ মনত আসোঁৱাহ ওপজা শুনি প্ৰজাবৎসল ৰামে লক্ষ্মণৰ দ্বাৰাই গৰ্ভৱতী জানকীক বাল্মীকি মুনিৰ আশ্ৰমত থৈ দিয়ায়। লক্ষ্মণকে আদি কৰি ভালেমান সদ্বিবেচক লোকে এই কাৰ্যত ৰামক বাধা দিছিল; কিন্তু প্ৰজাৰ সন্তোষবিধানক তেওঁ নিজৰ সুখৰ আগত ঠাই দি কোনোমতে নিবৃত্ত নহল। বাল্মীকিৰ আশ্ৰমতে লব আৰু কুশ নামে সীতাৰ দুটি যমজপুত্ৰ উপজিল। মুনিৰ দ্বাৰা লব-কুশ লালিত-পালিত আৰু শিক্ষিত হ'ল।

ইয়াৰ পাছত ৰামচন্দ্ৰই অশ্বমেধ যজ্ঞ এটি পাতি সমস্ত ঋষি-মুনি সাধু সজ্জনক নিমন্ত্ৰণ কৰিলে। বাল্মীকি মুনিয়ে আন বিদ্যাৰ লগতে সীতাৰ পুত্ৰ লব-কুশক নিজৰ ৰচিত ৰামায়ণ কাব্যও সুৰ তাল লগাই গাবলৈ শিকাইছিল। মুনিৰ লগত লব-কুশও ৰামৰ যজ্ঞলৈ আহি মুনিৰ নিৰ্দেশত ৰামায়ণ গান কৰাত ৰাম পৰম পুলকিত হ'ল আৰু লব-কুশৰ পৰিচয় পোৱাৰ লগতে বাল্মীকিৰ মুখত সীতাৰ নিষ্কলঙ্ক চৰিত্ৰৰ সুনিশ্চিত বাণী শুনি, সকলোৰে অনুমতি লৈ পুনঃ গ্ৰহণৰ অৰ্থে ৰামে সীতাক আশ্ৰমৰ পৰা অনালে কিন্তু অগ্নি পৰীক্ষা দিবলগীয়া হোৱাত লাজে

থিকাৰে বসুমতীৰ গৰ্ভত সীতাই আশ্ৰয় ললে। এই ঘটনাত ৰামৰ চিত্ত ব্যাকুল হ'লেও লব-কুশৰ মুখলৈ চাই ধৈৰ্য ধৰি থাকিল আৰু যথানিয়মে ৰাজকাৰ্য সমাপন কৰি যাব ধৰিলে।

ৰামৰাজত্বত প্ৰজাৰ সুখৰ পৰিসীমা নোহোৱা হ'ল। দুৰ্ভিক্ষ, অকাল মৰণ, শোক-তাপ, আদিৰ কথা মানুহে পাহৰি গ'ল। সেই সময়তে কোনো ব্ৰাহ্মণৰ একমাত্ৰ পুত্ৰৰ অকাল মৃত্যু হোৱা শুনি ৰামে তাৰ কাৰণ বিচাৰি ফুৰিব ধৰিলে আৰু শম্বুক নামে শূদ্ৰ এজনক অনধিকাৰ তপস্যা কৰা দেখি তেওঁ শম্বুকক বধ কৰিলে। ৰামৰ এই কাৰ্যৰ ফলত ব্ৰাহ্মণ পুত্ৰই জীৱন পালে।

এই সময়ৰ ভিতৰতে ৰামে ভৰত-শত্ৰুঘ্ন আৰু লক্ষ্মণৰ হতুৱাই আন আন ৰাজ্য জয় কৰাই কোশল ৰাজ্যৰ কৰতলীয়া কৰিলে আৰু নতুন নতুন নগৰ পতাই তাত ভায়েকসকলৰ পুত্ৰবিলাকক ৰজা পতিলে।

জীৱন লীলাৰ শেষ খণ্ডত এদিন কাল-পুৰুষ ৰামৰ ওচৰলৈ আহি গোপনে কথা-বতৰা হবলৈ বিচাৰিলে আৰু যেয়ে সেই সময়ত কথা পতা ঠাইলৈ আহে তাকে বৰ্জন কৰিবলৈ ৰামক অঙ্গীকাৰবদ্ধ কৰি ললে। লক্ষ্মণক দুৱৰী থৈ ৰাম কাল-পুৰুষে সৈতে গৈ মন্ত্ৰণাঘৰ সোমাল। সেইসময়তে মহাক্ৰোধী দুৰ্বাসা মুনি আহি ৰামৰ সাক্ষাৎ বিচাৰিলে। মুনিৰ ক্ৰোধক ভয় কৰি লক্ষ্মণ দুৱাৰ এৰি ৰামক খবৰ দিবলৈ মন্ত্ৰণা ঘৰলৈ যোৱাত পূৰ্ব অঙ্গীকাৰমতে ৰামে লক্ষ্মণক বৰ্জন কৰিলে। বৰ্জিত লক্ষ্মণে যোগবলত সৰযূ নদীত প্ৰাণত্যাগ কৰা শুনি ৰামৰ মন ভাঙি গ'ল। তেওঁ কোশল ৰাজ্য দুভাগ কৰি লব আৰু কুশক বেলেগে তাত থাপিত কৰিলে। তাৰ পিছত আত্মীয়-স্বজন আৰু অনুগতসকলে সৈতে সৰযুৰ পাৰলৈ গৈ আদৰ্শ ৰজা—প্ৰজাবৎসল নৰপতি—শ্ৰীৰামচন্দ্ৰই যোগবলতে প্ৰাণত্যাগ কৰিলে।

শ্ৰীৰামচন্দ্ৰৰ ৰাজধানী ধৱল অট্টালিকা শোভিত অযোধ্যা নগৰী সূৰ্যবংশৰ শেষ ৰজা সুমিত্ৰইৰাজত্ব কৰাৰ পিছত ভাঙি চিঙি অৰণ্যত পৰিণত হয়; কিন্তু ৰামায়ণ আদি কাণ্ডত অযোধ্যা নগৰীৰ যি বৰ্ণনা পোৱা যায় সি আধুনিক নগৰীতকৈও সুশোভিত আৰু প্ৰাচীন ভাৰতীয় সভ্যতাৰ এটি শ্ৰেষ্ঠ নিদৰ্শন।

**ৰাহু**—বিপ্ৰচিত্তিৰ ঔৰসত সিংহিকাৰ গৰ্ভত ওপজা এজন অসুৰে ভেশছন কৰি দেৱতাৰ শাৰীত বহি অমৃত পান কৰিব ধৰিছিল।

চন্দ্ৰ আৰু সূৰ্যই অসুৰক ধৰি পেলোৱাত বিষ্ণুই চক্ৰ প্ৰহাৰ কৰি তেওঁক গলতে দুইখণ্ড কৰি কাটে। অমৃত খোৱাৰ ফলত মৃত্যু নঘটি অসুৰৰ মুৰ খণ্ড ৰাহু নামে গ্ৰহ হৈ থাকিল আৰু সেই আক্ৰোশতে চন্দ্ৰ আৰু সূৰ্যক সুবিধা পালেই ৰাহুৱে গ্ৰাস কৰে। সেই গ্ৰাসৰ নামেই "চন্দ্ৰগ্ৰহণ" আৰু "সূৰ্যগ্ৰহণ"।

( মহা :১—শ্ৰীমন্তা: ৮১ অ: )

**ৰুক্মিণী**—শ্ৰীকৃষ্ণৰ প্ৰধানা পত্নী। এওঁ বিদৰ্ভ ৰাজ ভীষ্মকৰ কন্যা আৰু ৰুক্মীৰ ভনীয়েক। যদুপতি শ্ৰীকৃষ্ণৰ অসামান্য গুণ-গৰিমাৰ কথা শুনি ৰুক্মিণী কৃষ্ণৰ প্ৰতি আকৃষ্টা হয় আৰু ৰূপহী ৰুক্মিণীৰ ৰূপ-গুণ-খ্যাতি জানি শ্ৰীকৃষ্ণয়ো ৰুক্মিণীক পাবলৈ মনত অভিলাষ কৰে। মগধৰাজ জৰাসন্ধ আৰু চেদি ৰাজ দমঘোষ একে বংশতে ওপজা। তাৰ উপৰি দমঘোষৰ পুত্ৰ শিশুপালক জৰাসন্ধই সৰুৰে পৰা পালন কৰিছিল। শিশুপাল আছিল ৰুক্মীৰ বন্ধু। জৰাসন্ধই শিশুপালৰ বাবে ভীষ্মকত ৰুক্মিণীক প্ৰাৰ্থনা কৰাত ৰুক্মীৰ অনুমোদন পাই ভীষ্মক অতি সহজতে সন্মত হ'ল আৰু যথা সময়ত ভীষ্মকৰ ৰাজধানী কুণ্ডিল ( অসমৰ শদিয়া ? ) নগৰত বিয়াৰ আয়োজন হবলৈ ধৰিলে।

শ্ৰীকৃষ্ণই জৰাসন্ধৰ জোঁৱায়েক মথুৰা পতি কংসক বধ কৰাত কৃষ্ণ জৰাসন্ধৰ পৰম শত্ৰু হৈ পৰিছিল। সেই সূত্ৰে শ্ৰীকৃষ্ণ শিশুপালৰো শত্ৰু গতিকে ৰুক্মীৰো কৃষ্ণ বন্ধু-শত্ৰু। শিশু-

পালৰ লগত বিয়াৰ ঠিক হোৱা শুনি ৰুক্মিণীয়ে নিজৰ কৃষ্ণৰ প্ৰতি মনৰ ভাব পিতৃ ভাতৃ দুয়োজনকে জনালে, কিন্তু কোনোজনে তাৰ একো প্ৰতিকাৰ নকৰিলে। তেতিয়া নিৰুপায় হৈ ৰুক্মিণীয়ে নিজৰ মনৰ ভাব জনাই অতি গোপনে কৃষ্ণৰ ওচৰলৈ দূত এজন পঠিয়াই দিলে।

শিশুপাল শ্ৰীকৃষ্ণ আৰু বলৰামৰ আপোন পেহীয়েকৰ পুতেক। বৰযাত্ৰীসকলে সৈতে মিতিৰ-কুটুম বুলি দুয়োজনেই বিয়াৰ উপলক্ষে ভীষ্মকৰ কুণ্ডিল নগৰলৈ আহিল। বিয়াৰ আগদিনাখন নগৰৰ দেৱ-মন্দিৰলৈ ৰুক্মিণী পূজা দিবলৈ গৈছিল। পূজা দি মন্দিৰৰপৰা ওলোৱামাত্ৰে ৰুক্মিণীক নিজৰ ৰথত তুলি লৈ কৃষ্ণই দ্বাৰকাৰফালে ৰথ চলাই দিলে। এই ঘটনাৰবাবে জৰাসন্ধ প্ৰভৃতি বীৰসকলে কৃষ্ণক আক্ৰমণ কৰিলে কিন্তু সকলো পৰাজিত হ'ল। দ্বাৰকা পাই কৃষ্ণই ৰুক্মিণীক যথাবিধি বিয়া কৰালে।

কৃষ্ণৰ ঔৰসত ৰুক্মিণীৰ প্ৰদ্যুম্নকে আদি কৰি দহজন পুত্ৰ আৰু "চাৰুমতী"নামে কন্যা এজনী ওপজে। যদুবংশ ধ্বংস হোৱাৰ পাছত কৃষ্ণই যেতিয়া মানবলীলা সম্বৰণ কৰিলে তেতিয়া অৰ্জ্জুনে গৈ দ্বাৰকাৰপৰা সমস্ত যদুনাৰীকে হস্তিনালৈ লৈ আহিল; কিন্তু ৰুক্মিণীয়ে কৃষ্ণবিৰহ সহ্য কৰিব নোৱাৰি জ্বলন্ত অগ্নিত প্ৰাণত্যাগ কৰিলে। (হৰিবংশ—মহাভাৰত)

**ৰুক্মী**—বিদৰ্ভৰাজ ভীষ্মকৰ পুত্ৰ আৰু ৰুক্মিণীৰ জ্যেষ্ঠ ভাতৃ। কৃষ্ণই ৰুক্মিণীক হৰণ কৰি নিয়াত এওঁ নিজ ৰাজ্যত বাধা দিব নোৱাৰি প্ৰতিজ্ঞাবদ্ধ হৈ আন বাটেৰে নৰ্মদা নদীৰ পাৰত কৃষ্ণক বাট ভেটিছিল, কিন্তু কৃষ্ণৰ হাতত পৰাজিত হৈ লাজতে আৰু নিজ ৰাজ্যলৈ নিফিৰিল। বিদৰ্ভৰ বাহিৰত ভোজকট নামে নগৰ স্থাপন কৰি ৰুক্মীয়ে তাতে ৰাজত্ব কৰিব ধৰিলে। কৃষ্ণৰ প্ৰতি তেওঁৰ বিদ্বেষ থাকিলেও ৰুক্মিণীলৈ স্নেহ অটুট আছিল আৰু

সেইধাৰেই নিজ কন্যা কন্মাৱতীক ৰুক্মিণীৰ পুত্ৰ প্ৰদ্যুম্নলৈ বিয়া দিছিল।

কুৰুক্ষেত্ৰ যুদ্ধত ৰুক্মীয়ে পাণ্ডৱ পক্ষত যোগ দিম বুলি কৈ পাছত কৌৰৱপক্ষলৈ যাব খুজিছিল। কথাৰ এনে লৰচৰ হোৱা দেখি তেওঁক কোনোপক্ষই বিশ্বাস কৰি লগ নিদিলে। ৰুক্মীয়ে নিজৰ ল'ৰাৰ ফালৰ নাতিনী এজনীকো ৰুক্মিণীৰ ল'ৰাৰ ফালৰ নাতি অনিৰুদ্ধলৈ বিয়া দিয়ে। এই বিয়ালৈ যাদৱসকল ভোজকট নগৰলৈ যায়। বিয়াৰ পাছত বলদেৱে সৈতে পাশা খেলোঁতে ছলনাৰ আশ্ৰয় লোৱা দেখি বলদেৱে ৰুক্মীক পাশা-গুটি মাৰি বধ কৰে। (মহাভাৰত—ৰুক্মিণী দ্ৰষ্টব্য)

**ৰুচি**—এজন প্ৰজাপতি। এওঁৰ পত্নীৰ নাম আকূতি। ৰুচিৰ ঔৰসত আকূতিৰ গৰ্ভত যজ্ঞ আৰু দক্ষিনা নামে দুটি যমজ পুত্ৰকন্যা ওপজে।

**ৰুদ্ৰ**—এজন দেৱতা। এওঁ ব্ৰহ্মা ক্ৰোধভাবে থকাত কপালৰপৰা উৎপত্তি হৈ কান্দিবলৈ ধৰে। ৰোদন অৰ্থাৎ কান্দিবলৈ ব্ৰহ্মাই হাক দিয়াৰ কাৰণে এওঁৰ নাম "ৰুদ্ৰ" হয়। এওঁক এঘাৰ মূৰ্তিত বিভক্ত কৰি সূৰ্য আদি তেজস্বী দেৱতাসকলৰ লগত ব্ৰহ্মাই স্থান কৰি দিয়ে। ঋগ্বেদত (ঋ ১।১৭।১০) অগ্নি আৰু বৰুণকো ৰুদ্ৰ বুলি কোৱা আছে। (কূৰ্ম পুৰাণ—পদ্ম পুৰাণ)

**ৰুমা**—এওঁ "তাৰ" নামে বান্দৰৰ কন্যা আৰু বান্দৰৰ ৰজা সুগ্ৰীৱৰ ভাৰ্যা। সুগ্ৰীৱৰ জ্যেষ্ঠ ভাতৃ বালী ৰজাই এসময়ত সুগ্ৰীৱক খেদি ৰুমাক বন্দিনী কৰি ৰাখিছিল। সুগ্ৰীৱে ৰামচন্দ্ৰৰ লগত মিত্ৰতা কৰি তেওঁৰ হতুৱাই বালীক বধ কৰোৱাৰ পাছত পত্নী ৰুমাক উদ্ধাৰ কৰিবলৈ সমৰ্থ হয়। (ৰামায়ণ—কিষ্কিন্ধ্যা)

**ৰুৰু**—এজন মুনি। চ্যবন মুনিৰ এওঁ নাতি আৰু প্ৰমতিৰ পুত্ৰ। ঘৃতাচী অপ্সৰাৰ গৰ্ভত ৰুৰুৰ জন্ম। যুৱক ৰুৰুই মেনকা অপ্সৰাৰ কন্যা সুন্দৰী প্ৰমদ্বৰাক বিয়া কৰাবলৈ স্থিৰ কৰিছিল; কিন্তু বিয়াৰ ঠিক আগতে সৰ্পদংশনত প্ৰমদ্বৰাৰ মৃত্যু হোৱাত শোকে

ৰেজাৰে ৰুৰু বলীয়া হৈ ঘূৰি ফুৰিবলৈ ধৰিলে। শেহত দেৱতাৰ আদেশত নিজৰ আয়ুৰ আধা দান কৰাত প্ৰমদ্বৰাই প্ৰাণ পালে তেতিয়া ৰুৰু আৰু প্ৰমদ্বৰাৰ বিয়া হ'ল। এওঁলোকৰ 'শুনক' নামে বেদবিদ্ সত্যবাদী ব্ৰহ্মজ্ঞানী পুত্ৰ এটি ওপজে। বাৰ বছৰ বিয়পি যজ্ঞ কৰোঁতা নৈমিষাৰণ্যৰ সুবিখ্যাত কুলপতি "শৌনক-মুনি" ৰুৰু মুনিৰ নাতিৰ নাতি।

: প্ৰমদ্বৰা দ্ৰষ্টব্য ( মহাভাঃ—আদি ৮ )

**ৰেণুকা**—প্ৰসেনজিত্ ৰজাৰ কন্যা, জমদগ্নি মুনিৰ পত্নী আৰু সুবিখ্যাত পৰশুৰামৰ মাতৃ। এওঁৰ পাঁচ পুত্ৰৰ ভিতৰত পৰশু-ৰাম শেহতীয়া পুত্ৰ। গন্ধৰ্ববিলাকৰ জলকেলি দেখি মন কলুষিত কৰা অপৰাধত জমদগ্নিৰ আদেশ পাই পৰশুৰামে এওঁক বধ কৰে; কিন্তু পৰশুৰামেই আকৌ পিতৃৰপৰা মাতৃৰ প্ৰাণদান বৰ মাগি ৰেণুকাক জীয়াই লয়। এদিন পৰশুৰামৰ অনুপস্থিতিত কাৰ্তবীৰ্যাৰ্জুন নামে ক্ষত্ৰিয় ৰজা এজনে জমদগ্নিক বধ কৰি ৰেণুকাক একইশ বাৰ প্ৰহাৰ কৰে। পৰশুৰাম আশ্ৰমলৈ অহাত ৰেণুকাই পুত্ৰক ঘটনাৰ সকলো বিৱৰণ জনালে। পৰশুৰামে কাৰ্তবীৰ্য বধৰ আৰু জননীৰ প্ৰহাৰ সংখ্যা অনুসৰি একইশ বাৰ পৃথিবী নিঃক্ষত্ৰিয় কৰাৰ অঙ্গীকাৰ কৰাত ৰেণুকাই সন্তুষ্টচিত্তে স্বামীৰ চিতাত পৰি প্ৰাণত্যাগ কৰিলে।

: কামলী, কাৰ্তবীৰ্যাৰ্জুন, পৰশুৰাম দ্ৰষ্টব্য ( হৰিবংশ ২৭ অঃ )

**ৰেবত**—এজন ৰজা। এওঁ আনৰ্তৰাজৰ পুত্ৰ। ৰাজধানীৰ নাম "কুশস্থলী"। ৰেবত ৰজাৰ "ৰেবতী" নামে এজনী পৰমাসুন্দৰী কন্যা আছিল। ৰেবতীৰ উপযুক্ত বৰ বিচাৰি নাপাই এওঁ ব্ৰহ্মাৰ ওচৰলৈ দিহা সুধিবলৈ গ'ল; কিন্তু ব্ৰহ্মলোকত সাম গান শুনি মুগ্ধ হৈ তাতে বহুদিন কটাই দিলে। শেহত ব্ৰহ্মাৰ উপদেশ মতে ৰেবত পৃথিবীলৈ আহিল আৰু ৰোহিণীৰ গৰ্ভত ওপজা বসুদেৱৰ পুত্ৰ বলৰামৰ হাতত ৰেবতীক সম্প্ৰদান কৰে।

( হৰিবংশ )

**ৰেৱতী**—কুশস্থলীৰ ৰজা ৰেৱতৰ পৰমাসুন্দৰী কন্যা। ব্ৰহ্মাৰ উপদেশ মতে শ্ৰীকৃষ্ণৰ জ্যেষ্ঠ ভাতৃ বলৰামৰ লগত এওঁৰ বিয়া হয়। নিশঠ আৰু উল্মুক নামে এওঁৰ দুটি পুত্ৰ ওপজে। যদুবংশ ধ্বংস হোৱাত বলৰামে যোগবলত দেহত্যাগ কৰিলে। ৰেৱতী স্বামীৰ লগত সমমৃতা হয।

**ৰোহিণী**—(১) এওঁ দক্ষ প্ৰজাপতিৰ কন্যা আৰু চন্দ্ৰৰ পত্নী। দক্ষৰ সাতাইশজনী কন্যা চন্দ্ৰই গ্ৰহণ কৰে; কিন্তু ৰোহিণীৰ ৰূপ গুণত মুগ্ধহৈ সৰ্বতিকালে তেওঁৰ লগতে কাল কটেৱা দেখি বাকী পত্নীবোৰে গৈ দক্ষত স্বামীৰ ব্যৱহাৰৰ কথা জনালে। সকলো পত্নীৰ প্ৰতি সম ব্যৱহাৰ কৰিবলৈ দক্ষই উপদেশ দিয়া সত্বেও চন্দ্ৰই ৰোহিণীৰ সঙ্গ নেৰা দেখি প্ৰজাপতি দক্ষই চন্দ্ৰক যক্ষ্মা-ৰোগগ্ৰস্ত হবলৈ অভিশাপ দিলে। ( চন্দ্ৰ দ্ৰষ্টব্য )

(২) বসুদেৱৰ প্ৰথমা পত্নী। এওঁ বাহ্লীক গন্ধৰ্বৰ কন্যা আৰু বলৰামৰ মাতৃ। মথুৰাৰ অত্যাচাৰী ৰজা কংসৰ ভয়ত বসুদেৱে নিজ ঘৰৰপৰা আঁতৰাই ৰোহিণী আৰু বলৰামক সখিয়েক নন্দঘোষৰ আশ্ৰয়ত গোকুলত থৈ দিয়ে। কৃষ্ণ আৰু বলৰাম ডাঙৰ হৈ কংস ৰজাক বধ কৰাৰ পাছতহে ৰোহিণী মথুৰাৰ স্বামী গৃহলৈ আকৌ আহে। যাদৱবিলাক মথুৰা এৰি দ্বাৰকালৈ যোৱাত বসুদেৱৰ লগত ৰোহিণীও দ্বাৰকালৈ যায়। যদুবংশ নিৰ্মূল হোৱাৰ পাছত বসুদেৱে তনুত্যাগ কৰাত ৰোহিণী সহমৃতা হয। ( বসুদেৱ দ্ৰষ্টব্য )

## ল

**লক্ষ্মণ**—(১) অযোধ্যাপতি মহাৰাজ দশৰথৰ পুত্ৰ। এওঁ ৰজাৰ মাজু গৰাকী ৰাণী সুমিত্ৰাৰ গৰ্ভত ওপজা দুটি যমজ পুত্ৰৰ ভিতৰত এজন। ৰজাৰ ডাঙৰ গৰাকী ৰাণী কৌশল্যাৰ পুত্ৰ শ্ৰীৰাম চন্দ্ৰৰ

প্ৰতি লক্ষ্মণ সদায় অনুগত আৰু সকল কাৰ্যবে সঙ্গী আছিল। ভাতৃ সকলে সৈতে এওঁ ক্ষত্ৰিয়োচিত সকলো বিদ্যা আৰু ধনুৰ্বেদ আদি উত্তমৰূপে শিক্ষা কৰে।

হৰধনু ভঙ্গকৰি ৰামচন্দ্ৰই জানকী সীতাক বিয়া কৰোঁৱা সময়তে চৈধ্য বছৰ বয়সত লক্ষ্মণেও জনকৰ "উৰ্মিলা" নামে কন্যা এজনীক বিয়া কৰায় আৰু বিয়াৰ পিছত বাৰ বছৰ সুখে সন্তোষে থাকে। বিমাতা কৈকেয়ীৰ চক্ৰান্তত ৰামচন্দ্ৰ চৈধ্য বছৰৰ কাৰণে বনবাস কৰিবলগা হোৱাত সীতাদেবী স্বামীৰ লগত ওলায় আৰু লক্ষ্মণো তেওঁলোকৰ সঙ্গী হয়। লঙ্কাৰ ৰাক্ষসৰাজ ৰাৱণে বন-কুটীৰৰপৰা সীতাদেবীক হৰণ কৰি নিয়াত তেওঁও ৰামেৰে সৈতে অশেষ কষ্টেৰে সীতাক বিচাৰি ফুৰে। বান্দৰৰাজ সুগ্ৰীবৰ সহায়ত বান্দৰসৈন্যই সৈতে ৰামচন্দ্ৰৰ লগত লক্ষ্মণ লঙ্কালৈ যায় আৰু ৰাৱণৰ ভাযেক ধৰ্মপ্ৰাণ বিভীষণৰ মন্ত্ৰণামতে লঙ্কাৰ সৰ্বশ্ৰেষ্ঠ বীৰ দুৰ্জয় মেঘনাদক বধ কৰে। তাৰ প্ৰতিফলত পাছদিনা ৰাৱণৰ শক্তি শেলত লক্ষ্মণ ঘাইল হয়। "সুষেন" নামে বৈদ্য-বান্দৰ এজনে "মৃত সঞ্জিৰণী" ঔষধ প্ৰয়োগ কৰি তেওঁক নিৰুজ কৰে।

সবংশে ৰাৱণক বধ কৰাৰ পিছত সীতা আৰু ৰামে সৈতে লক্ষ্মণ অযোধ্যালৈ আহে। কিছুদিন পাছত দুৰ্জনৰ কু-ৰটনাৰ ফলত প্ৰজাবৎসল ৰামচন্দ্ৰৰ আদেশমতে তেওঁ সীতাদেবীক বাল্মীকি মুনিৰ আশ্ৰমত নি থৈ আহে। ইয়াৰ পাছত ৰামৰে নিৰ্দেশত লক্ষ্মণে লবণ ৰাক্ষসক মাৰি লবণৰ ৰাজ্যত নিজৰ দুই পুত্ৰ অঙ্গদ আৰু চন্দ্ৰকেতুক দুখনি ৰাজ্য পাতি দি থিতাপি কৰে। কালপুৰুষৰ লগত ৰামচন্দ্ৰই গোপেনে কথা হওঁতে লক্ষ্মণ দুৱৰী হৈ আছিল। সেই সময়তে মহাক্ৰোধী দুৰ্বাসা মুনি আহি ৰামৰ সাক্ষাৎ বিচৰাত তেওঁ ৰামক খবৰ দিবলৈ যায়। এই দোষতে কালপুৰুষৰ লগত কৰা প্ৰতিজ্ঞামতে ৰামচন্দ্ৰই চিৰ-

অনুগত-জীৱনৰ-সঙ্গী পৰমপ্ৰিয় লক্ষ্মণক বৰ্জন কৰে। ৰামৰ সঙ্গ বৰ্জিত হৈ সৰযূ নদীৰ পাৰত যোগ অবলম্বন কৰি লক্ষ্মণে প্ৰাণত্যাগ কৰিলে।

(২) কৌৰৱৰাজ দুৰ্যোধন পুত্ৰ। কুৰুক্ষেত্ৰ যুদ্ধত এওঁ যুদ্ধৰ তেৰ দিনৰ দিনা অৰ্জুনৰ পুত্ৰ মহাবীৰ অভিমন্যুৰ হাতত বিনাশ হয়।

**লক্ষ্মণা**—দুৰ্যোধনৰ কন্যা। এওঁক স্বয়ংবৰ সভাৰপৰা শ্ৰীকৃষ্ণৰ পুত্ৰ শাম্বই হৰণ কৰাত কৌৰৱবিলাকে যুদ্ধত হৰুৱাই শাম্বক বন্দী কৰি থয়। এই ঘটনাৰ সংবাদ দ্বাৰকালৈ যোৱাত কৃষ্ণৰ জ্যেষ্ঠ ভাতৃ বলৰাম সসৈন্যে আহি দুৰ্যোধনৰ হস্তিনাপুৰ অৱৰোধ কৰে। বলৰামৰ বীৰত্বক ভয় কৰি দুৰ্যোধনে শাম্বক মুক্তি দিয়ে আৰু অতি সমাৰোহেৰে সৈতে লক্ষ্মণাক শাম্বৰ হাতত সম্প্ৰদান কৰে। ( শাম্ব দ্ৰষ্টব্য )

**লক্ষ্মী**—ভগবান বিষ্ণুৰ ভাৰ্যা। এওঁ শোভা, সৌভাগ্য আৰু ঐশ্বৰ্যৰ অধিষ্ঠাত্ৰী দেৱী। লক্ষ্মী ভৃগুমুনিৰ ঔৰসত খ্যাতি দেৱীৰ গৰ্ভত ৰূপ ধাৰণ কৰে। এওঁ স্থিৰযৌৱনা আৰু অপূৰ্ব ৰূপ-লাৱণ্যৱতী। বিষ্ণুৰ সঙ্গত সৰ্বতিকালে এওঁ বৈকুণ্ঠত বাস কৰিলেও লক্ষ্মী-দেৱীয়ে সকলো শুভময় স্থানকে শোভান্বিতা কৰি ৰাখে। ইন্দ্ৰৰ স্বৰ্গৰাজ্যত এওঁ "স্বৰ্গলক্ষ্মী" ৰজাসকলৰ ৰাজ্যত "ৰাজলক্ষ্মী" আৰু গৃহীলোকৰ গৃহত "গৃহলক্ষ্মী" ৰূপে বিৰাজ কৰে।

এদিনাখন দুৰ্বাসা মুনিয়ে ঐৰাবত আৰোহী দেৱৰাজ ইন্দ্ৰক পাৰিজা ত ফুলৰ মালা এধাৰি দিছিল। ইন্দ্ৰই ঐশ্বৰ্য গৰ্বত মালা-ধাৰি ঐৰাবতৰ মূৰত থলে আৰু ঐৰাবতে শুৰেৰে মালাধাৰি মাটিত পেলাই দিলে। তাকে দেখি দুৰ্বাসাই খং কৰি দেৱৰাজক লক্ষ্মীভ্ৰষ্ট হবলৈ শাপ দিলে। এই অভিশাপৰ ফলত স্বৰ্গৰ পৰা স্বৰ্গলক্ষ্মী গৈ বৈকুণ্ঠবাসিনী মহালক্ষ্মীত লীণ হ'ল। এই অনৰ্থৰ কাৰণে স্বৰ্গ শ্ৰীহীন হৈ পৰিল ; দেৱতাসকলে হাহাকাৰ

লগালে আৰু বিষ্ণুৰ শৰণাপন্ন হৈ স্তুতি কৰিবলৈ ধৰিলে। তেতিয়া ভগবান বিষ্ণুৱে মহালক্ষ্মীৰ স্বৰ্গীয় অংশক আকৌ ক্ষীৰোদ সাগৰত জন্মিবলৈ কৈ দেৱতাসকলক ক্ষীৰোদ সাগৰ মন্থণ কৰিবলৈ আদেশ দিলে। মন্দৰ পৰ্বতক মন্থণ-দণ্ড, বাসুকি নাগক মন্থণ-ৰজ্জু কৰি অসুৰবিলাকে সৈতে দেৱগণে সাগৰ মন্থণ কৰাত অমৃতৰ কলহ কাষত লৈ লক্ষ্মীদেবীৰ উদ্ভৱ হ'ল। দুৰ্বাসাৰ শাপমোচন হোৱাই স্বৰ্গৰাজ্যৰ সুখ-সৌভাগ্য-শ্ৰী-ঐশ্বৰ্য আকৌ ফিৰি আহিল। (ব্ৰহ্মবৈঃ পুঃ—প্ৰকৃতিখণ্ড)

**লৱ**—অযোধ্যাপতি ৰামচন্দ্ৰৰ এওঁ কনিষ্ঠ পুত্ৰ। জানকী সীতাই বাল্মীকি মুনিৰ আশ্ৰমত দুটি যমজ পুত্ৰ জন্মদিয়ে, তাৰে লৱ এজন। মুনিৰ আশ্ৰমতে তেওঁ লালিত পালিত আৰু শিক্ষিত হয়। আন বিদ্যাৰ লগতে লৱই ৰামায়ণ গাবলৈও শিক্ষা পাইছিল আৰু জ্যেষ্ঠ ভাতৃ কুশেৰে সৈতে যজ্ঞত ৰামায়ণ গাই পিতৃ ৰামচন্দ্ৰৰ লগত পৰিচিত হয়। সীতা পাতালত প্ৰবেশ কৰাৰ পাছত ৰামে লৱ-কুশক সাদৰে গ্ৰহণ কৰে আৰু যথাসময়তে নিজৰ কোশল ৰাজ্য দুভাগ কৰি উত্তৰ ভাগত "লৱকোট" (বৰ্তমান লাহোৰ) নামে ৰাজধানী পাতি তাতে লৱক ৰজাৰূপে থাপিত কৰিলে। (ৰামায়ণ—উত্তৰ)

**লৱণ**—এজন ৰাক্ষস। মধু ৰাক্ষসৰ ঔৰসত ৰাৱণৰ মাহীয়েকৰ জীয়েক কুম্ভানসী ৰাক্ষসীৰ গৰ্ভত লবণৰ জন্ম হয়। মধু ৰাক্ষসে শিবক তুষ্ট কৰি লাভ কৰা অমোঘ "শূল" পাত পুত্ৰ লৱণক দান কৰে। এই শূলৰ প্ৰভাৱত লৱণে মহাৰাজ মান্ধাতাক সসৈন্যে বিনাশ কৰি যমুনা নদীৰ পাৰত বাসকৰা ঋষি-মুনি বিলাকক অত্যাচাৰ কৰিবলৈ ধৰে। চ্যবন আদি মুনি সকলে মহাৰাজ ৰামচন্দ্ৰক লৱণৰ অত্যাচাৰৰ কথা জনোৱাত ৰামে শত্ৰুঘ্নক পঠিয়াই দিয়ে। লগত শূলপাত হাতত নথকা অৱস্থাত ছেগ চাই শত্ৰুঘ্নই লৱণক বধ কৰি ৰাজধানী মধুবন অধিকাৰ

কৰে আৰু ৰামৰ আদেশ মতে লৱণৰ ৰাজ্যখন দুভাগ কৰি তাতে নিজৰ দুইপুত্ৰ সুবাহু আৰু শত্ৰুঘাতীক ৰজা পাতে।

( ৰামায়ণ—উত্তৰ )

**লোপা**—( লোপামুদ্ৰা ) মহৰ্ষি অগস্ত্যৰ পত্নী। অবিবাহিত অগস্ত্য মুনিয়ে পিতৃপুৰুষসকলৰ আদেশমতে বিয়া কৰাবলৈ স্থিৰ কৰি পত্নীৰ উপযুক্তা কন্যা ক'তো বিচাৰি নাপালে। সেইবাবে তেওঁ জগতৰ সকলো বস্তুৰে সৰ্বোৎকৃষ্ট অংশ সংগ্ৰহ কৰি কন্যা এটি সৃজন কৰিলে আৰু নিঃসন্তান বিদৰ্ভ ৰাজক পালন কৰিবলৈ দিলে। ৰজাই কন্যাটিৰ নাম লোপা বা লোপামুদ্ৰা ৰাখিলে। যথা সময়ত—অগস্ত্যৰ লগত লোপাৰ বিয়া হয়। ৰাজপুৰীত পিন্ধা ৰত্নময় বসন-ভূষণ ত্যাগ কৰি তেওঁ ঋষি-পত্নীৰ উপযুক্ত 'চীৰ" ধাৰণ কৰিলে। এদিন লোপাই অলঙ্কাৰ পিন্ধাৰ অভিলাষ কৰাত অগস্ত্যই মহা ঐশ্বৰ্যশালী "ইল্বল" দানৱক মাৰি অশেষ ধন ঐশ্বৰ্য সংগ্ৰহ কৰে আৰু তাৰে লোপাক অভিলাষ অনুসৰি অলঙ্কাৰ দিয়ে। মহাভাঃ বন—৯৬ ( অগস্ত্য দ্ৰষ্টব্য )

**লোমপাদ**—( ৰোমপাদ ) এজন ৰজা। এওঁ অঙ্গৰাজ্যৰ অধিপতি আছিল। অযোধ্যাৰ ৰজা দশৰথ এওঁৰ পৰম বন্ধু আছিল। দশৰথৰ একমাত্ৰ কন্যা "শান্তা"ক লোমপাদে নিজৰ কন্যাৰ নিচিনাকৈ পালন কৰিছিল। এসময়ত অনাবৃষ্টিৰ কাৰণে অঙ্গ-ৰাজ্যত প্ৰজাৰ মহাকষ্ট হৈছিল। লোমপাদে ঋষ্যশৃঙ্গ নামে মুনি কুমাৰ এজনক আনি যজ্ঞ কৰোৱাত ৰাজ্যত বৃষ্টি হয়। এই উপকাৰৰ কাৰণে দশৰথত অনুমতি লৈ লোমপাদে শান্তাক ঋষ্য-শৃঙ্গত বিয়া দিয়ে। ( ঋষ্যশৃঙ্গ দ্ৰষ্টব্য )

**লোমশ**—এজন ব্ৰহ্মৰ্ষি। ইন্দ্ৰৰ অনুৰোধমতে এওঁ বনবাসী পাণ্ডৱ সকলৰ লগত থাকি তীৰ্থস্থানৰ মাহাত্ম্য আৰু উপদেশ মূলক বিবিধ পৌৰাণিক উপাখ্যান শুনাই তেওঁলোকৰ চিত্তবিনোদন কৰিছিল। ( মহাভাৰত— বন ৪০।১৭৬ অঃ )

**লোমহৰ্ষণ**—এজন মুনি। এওঁৰ প্ৰকৃত নাম "সুত"। সুত মহৰ্ষি বেদব্যাসৰ অতি প্ৰিয় শিষ্য আছিল। সেইবাবে ব্যাসদেৱে স্বপ্ৰণীত সমস্ত পুৰাণ প্ৰচাৰৰ অৰ্থে এওঁক সমৰ্পণ কৰে। গুৰুৰ আদেশ শিৰোধাৰ্য কৰি সুতে লোক সমাজত পুৰাণবিলাক প্ৰচাৰ কৰিবলৈ ধৰিলে। তেওঁ পুৰাণৰ উপাখ্যানসমূহ এনে সুমধুৰ ৰসযুক্তভাৱে বৰ্ণনা কৰিব পৰিছিল যে শুনোতাবোৰৰ লোমহৰ্ষণ অৰ্থাৎ গাৰ নোম শিয়ৰি থিয় হৈছিল। এইবাবে সুতক লোক "লোমহৰ্ষণ" বুলি উল্লেখ কৰিছিল।

## শ

**শকুনি**—গান্ধাৰ ৰাজ সুবলৰ পুত্ৰ। এওঁ ধৃতৰাষ্ট্ৰৰ পত্নী গান্ধাৰীৰ ভায়েক আৰু দুৰ্যোধনৰ মোমায়েক। শকুনি কুমন্ত্ৰণা অভিজ্ঞ আৰু দুৰ্যোধনৰ সকলো প্ৰকাৰ কু-অভিসন্ধিৰ মন্ত্ৰণাদাতা। তেওঁ বেছি ভাগ সময় পিতৃৰাজ্য এৰি হস্তিনাপুৰতে কটাইছিল আৰু ধৰ্মপ্ৰকৃতি পাণ্ডৱসকলৰ অনিষ্ট কৰিবলৈ নানা প্ৰকাৰে দুৰ্যোধনক উত্তেজিত কৰি পৰামৰ্শ দিছিল। শকুনি কপট পাশা খেলত অতি পাৰ্গত আছিল। দুৰ্যোধনে শকুনিৰ পৰামৰ্শ মতেই ইন্দ্ৰপ্ৰস্থৰপৰা যুধিষ্ঠিৰক পাশা খেলিবলৈ মাতি আনে আৰু নিজৰ সলনি শকুনিক খেলিবলৈ দি কপট খেলত ৰাজ্য জিকি লৈ পাণ্ডৱক বনবাসী কৰে। কুৰুক্ষেত্ৰ যুদ্ধত সকলো অনিষ্টৰ মূল শকুনিক পঞ্চম পাণ্ডৱ সহদেৱে বিনাশ কৰে।
( মহাভাৰত )

**শকুন্তলা**—ৰজা দুষ্মন্তৰ মহিষী। মহৰ্ষি বিশ্বামিত্ৰৰ ঔৰসত মেনকা অপ্সৰাৰ গৰ্ভত এওঁৰ জন্ম। জন্মৰ পিছতে পিতৃ তপস্যালৈ আৰু মাতৃ স্বৰ্গলৈ গুচি যোৱাত শিশু কন্যাটিক শকুনি চৰাই এটিয়ে পাখিৰে ঢাকি ৰখি আছিল। সেই অৱস্থাতে কুলপতি "কণ্ব" মুনিয়ে দেখা

পাই কন্যাটিক আশ্ৰমলৈ নি পালন কৰিলে। শকুনিয়ে ৰখি থকাৰ কাৰণে নাম থলে শকুন্তলা। আশ্ৰম পালিতা শকুন্তলা গাভৰু হোৱাত মুনিৰ অনুপস্থিতিত মহাৰাজ দুষ্মন্ত এদিন আশ্ৰমলৈ আহিল আৰু শকুন্তলাৰ ৰূপ-গুণত মুগ্ধ হৈ গান্ধৰ্বমতে তেওঁক বিয়া কৰালে। এই বিয়াৰ ফলত শকুন্তলা গৰ্ভৱতী হ'ল; ৰাজকাৰ্যৰ বাবে ৰজাও ৰাজধানীলৈ যাবলগীয়াত পৰিল। আশ্ৰমলৈ আহি মুনিয়ে সকলো কথাকে জানি পৰম সন্তোষ লাভ কৰিলে আৰু উপযুক্ত শিষ্য-সঙ্গী লগত দি শকুন্তলাক দুষ্মন্ত ৰজাৰ ওচৰলৈ পঠিয়াই দিলে। কিন্তু শকুন্তলাৰ প্ৰতি দুৰ্বাসা মুনিৰ অভিশাপ থকাত ৰজাই তেওঁক পাহৰি গ'ল। পাকে-প্ৰকাৰে নিন্দাবাক্য প্ৰয়োগ কৰি দুষ্মন্তই আশ্ৰয় নিদিয়াত শকুন্তলাই অন্য এক ঋষিৰ আশ্ৰমত গৈ আশ্ৰয় গ্ৰহণ কৰিলে। যথাসময়ত তাতে তেওঁৰ ভৰত নামে পুত্ৰ জন্ম হ'ল; কিন্তু কিছুদিনৰ পাছত দৈববাণী শুনি দুষ্মন্তৰ পূৰ্ব কথা সুমৰণ হোৱাত শকুন্তলা আৰু ভৰতক নিজৰ পুৰীলৈ আদৰি লৈ আহিল। এই ঘটনা অবলম্বন কৰিয়েই মহাকবি কালিদাসে পৃথিবী বিখ্যাত অমৰ কাব্য "অভিজ্ঞান শকুন্তলম্" ৰচনা কৰে। মহাভাঃ আদি ৭০ অঃ

( কণ্বমুনি আৰু দুষ্মন্ত দ্ৰষ্টব্য )

শক্ত্ৰি—এজন মুনি। এওঁ সুপ্ৰসিদ্ধ বশিষ্ঠ মুনিৰ পুত্ৰ। শক্ত্ৰিৰ পত্নীৰ নাম অদৃশ্যন্তী। এসময়ত অভক্ষ্য বস্তু ভোজন কৰিবলৈ দিয়া দোষৰ বাবে বশিষ্ঠ মুনিয়ে সৌদাস ৰজাক ৰাক্ষস হবলৈ অভিশাপ দিয়ে। ৰজা ৰাক্ষস হৈয়েই মুনিৰ শক্ত্ৰি প্ৰভৃতি এশ পুত্ৰক খাই পেলালে। পুত্ৰশোকত বশিষ্ঠ পগলা যেন হ'ল; কিন্তু সেই সময়তে শক্ত্ৰিৰ পত্নী অদৃশ্যন্তী গৰ্ভৱতী বুলি জানি মন সুস্থিৰ কৰিলে। যথা সময়ত শক্ত্ৰিৰ পুত্ৰ পৰাশৰৰ জন্ম হোৱাত বশিষ্ঠৰ শোক পাতলিল।

( পৰাশৰ দ্ৰষ্টব্য )

**শঙ্খচূৰ**—এজন অসুৰ। এওঁ তপস্যাৰে বিষ্ণুক তুষ্ট কৰি তুলসীদেৱীক পত্নীৰূপে পায়। শঙ্খচূৰে দীৰ্ঘকাল ৰাজত্ব কৰাৰ পাছত দেৱতাসকলক যুদ্ধত পৰাজিত কৰি স্বৰ্গ অধিকাৰ কৰে। দেৱতাসকলে স্তুতি মিনতি কৰি ৰুদ্ৰৰূপী শিৱক আনি যুদ্ধত লগায়; কিন্তু তুলসীয়ে পতিৰ মঙ্গল কামনা কৰি বিষ্ণুক আৰাধনা কৰাত শঙ্খচূৰক ৰুদ্ৰয়ো একো কৰিব নোৱাৰিলে। তেতিয়া দেৱতাসকলে আকৌ বিষ্ণুত শৰণ ললে। বিষ্ণুৱে আন উপায় একো নেদেখি শঙ্খচূৰৰ ৰূপ ধৰি দেখা দিয়াত তুলসীৰ তপস্যা ভঙ্গ হ'ল। সেই সুযোগতে ৰুদ্ৰই শঙ্খচূৰক বধ কৰিলে। এই ছলনাৰ বাবে সতী তুলসীয়ে বিষ্ণুক অভিশাপ দিব খুজিছিল; কিন্তু নানাবিধ প্ৰবোধ বাক্যেৰে বিষ্ণুৱে সান্ত্বনা দিয়াত তুলসী স্বামীৰ সহমৃতা হ'ল।

( তুলসী দ্ৰষ্টব্য )

**শচী**—দেৱৰাজ ইন্দ্ৰৰ ভাৰ্যা। এওঁ দানৱৰাজ পুলোমাৰ কন্যা। শচীৰ পুত্ৰৰ নাম জয়ন্ত। স্বৰ্গৰাজ্য এৰি ইন্দ্ৰই অজ্ঞাত বাস কৰা সময়ত পৃথিবীৰ নহুষ বজাক দেৱতাবিলাকৰ ৰজা পতা হয়। পদগৌৰৱৰ অহঙ্কাৰত নহুষে শচীৰ নাৰীধৰ্ম নষ্ট কৰিব খুজিছিল। বৃহস্পতিৰ পৰামৰ্শমতে তেওঁ নিজৰ ধৰ্ম ৰক্ষা কৰে।

নহুষ দ্ৰষ্টব্য ( মহাভাৰত )

**শতানন্দ**—এজন মুনি। মহৰ্ষি গৌতমৰ ঔৰসত অহল্যাৰ গৰ্ভত এওঁৰ জন্ম। শতানন্দ তপস্বী, মেধাবী আৰু কাৰ্যকুশল হলেও, যেই সেই কাৰ্য সুদীৰ্ঘকাল চিন্তা কৰিহে সমাপন কৰিছিল; সেইবাবে লোকে তেওঁক "চিৰকাৰী" অৰ্থাৎ এলেহুৱা বুলিছিল। অহল্যাৰ ইন্দ্ৰই ধৰ্ম নষ্ট কৰাত গৌতমে শতানন্দক মাতৃবধ কৰিবলৈ দি তপস্যালৈ গুচি গ'ল। পিতৃৰ আদেশ পালন আৰু মাতৃৰ প্ৰাণ ৰক্ষণ এই দুটিৰ কোনটি কৰ্তব্য তাকে ভাবি গুনি শতানন্দই ভালেমান দিন কটালে। এনেতে গৌতম তপস্যা কৰি ঘুৰি আহিল। পুত্ৰৰ এনে অচঞ্চল ধীৰ প্ৰকৃতি দেখি সন্তুষ্ট হৈ

আশীৰ্ব্বাদ কৰিলে। শতানন্দক ৰাজৰ্ষি জনকে কুলপুৰোহিত কৰি লৈছিল। অহল্যা, চিৰকাৰী দ্ৰষ্টব্য—( ৰামায়ণ আদি ৪৯।৫২সন )

**শতানিক**—(১) চতুৰ্থ পাণ্ডৱ নকুলৰ দ্ৰৌপদী-গৰ্ভজাত পুত্ৰ। মহাযুদ্ধ কুৰুক্ষেত্ৰত এওঁ উৎসাহেৰে যুদ্ধ কৰি অসংখ্য শত্ৰু নাশ কৰিছিল; কিন্তু যুদ্ধৰ শেহত ৰাতি শুই থাকোঁতে দ্ৰোণৰ পুত্ৰ অশ্বত্থামাই চোৰৰ নিচিনাকৈ শিবিৰত সোমাই শতানিকক বধ কৰে। ( মহাভাৰত সৌপ্তিক ৮ অঃ )

(২) মৎস্য দেশৰ ৰজা বিৰাটৰ সৰু ভায়েক।

( মহাভাৰত : বিৰাট )

**শত্ৰুঘ্ন**—সূৰ্য বংশীয় মহাৰাজ দশৰথৰ দ্বিতীয়া মহিষী সুমিত্ৰা দেবীৰ গৰ্ভত ওপজা যমজ পুত্ৰৰ সৰুজন। ৰজাৰ আন তিনিজন পুত্ৰৰ নিচিনাকৈ এওঁও ক্ষত্ৰিয়োচিত সমস্ত বিদ্যাকে যথাসময়ত শিকে। এওঁৰ জ্যেষ্ঠ সহোদৰ লক্ষ্মণ যেনেকৈ কৌশল্যা ৰাণীৰ পুত্ৰ ৰামচন্দ্ৰৰ সঙ্গী আছিল তেওঁও তেনেকৈ কৈকেয়ী ৰাণীৰ পুত্ৰ ভৰত কুমাৰৰ একান্ত অনুগত আছিল। আন তিনি ভাতৃৰ বিয়াৰ লগতে জনক ৰজাৰ ভাতিজা জীয়েক শ্ৰুতকীৰ্তিৰ লগত শত্ৰুঘ্নৰ বিয়া হয়। ৰামচন্দ্ৰৰ আদেশমতে তেওঁ লৱণ দৈত্যক বিনাশ কৰিছিল আৰু দৈত্যৰ ৰাজ্যখন দুভাগ কৰি নিজৰ পুত্ৰ সুবাহু আৰু শত্ৰুঘাতীক তাত ৰজা পাতে। ৰামচন্দ্ৰৰে সৈতে শত্ৰুঘ্নও সৰযূ নদীৰ পাৰত যোগ অবলম্বন কৰি প্ৰাণত্যাগ কৰে। ( ৰামায়ণ )

**শনি**—নবগ্ৰহৰ ভিতৰৰ এজন। সূৰ্যৰ ঔৰসত ছায়াৰ গৰ্ভত শনিৰ জন্ম। ধৰ্মৰাজ যমৰ মন্ত্ৰী চিত্ৰগুপ্তৰ কন্যাক শনিয়ে বিয়া কৰায়। কোনো কাৰণে এওঁৰ পত্নীয়ে অভিশাপ দি কয়—"তেওঁ যি বস্তুৰ প্ৰতি চকু দিব সেয়ে বিকৃত নাইবা নাশ পাব।" পাৰ্বতীৰ পুত্ৰ গণেশ ওপজাত স্বৰ্গৰাজ্যৰ আটায়ে কৈলাসলৈ পাৰ্বতীৰ পুত্ৰক চাবলৈ গল; কিন্তু শনি যোৱা নাছিল। পাৰ্বতীয়ে অভিমান কৰাত শনিয়ে শাপৰ বৃত্তান্ত জনাই ক্ষমা খুজিলে; কিন্তু পাৰ্বতীয়ে

সৈমান নামানিলে। এবাবৰ উপায় নাপাই শনি গল; কিন্তু মুখলৈ চোৱা মাত্রে গণেশৰ মূৰটো নোহোৱা হ'ল। দেবতা বিলাকে লৰালৰি কৰি হাতীৰ মুৰ এটা লগাই দি গণেশৰ জীৱন ৰক্ষা কৰিলে। তেতিয়াৰপৰা গণেশ "গজানন" হ'ল।

( গণেশ দ্রষ্টব্য )

**শবৰী**—ত্রিকালজ্ঞ এগৰাকী বৃদ্ধা তপস্বিনী। এওঁ মাতঙ্গ মুনিৰ আশ্রমত থাকি তপস্বী সকলক পৰিচৰ্যা কৰিছিল। বনবাসৰ সময়ত ৰাম, লক্ষ্মণে সীতাক বিচাৰি ফুৰোঁতে দণ্ডকাৰণ্যত এওঁৰে সৈতে দেখা হয়। সুদীর্ঘ জীৱন ভোগ কৰাৰ পাছত ৰামৰ অনুমতি লৈ শবৰীয়ে যজ্ঞৰ অগ্নিত প্রাণত্যাগ কৰি মহৰ্ষিলোকলৈ যায়।

( ৰামায়ণ )

**শমীক**—এজন মুনি। এওঁ অতিশয় তপস্যাপৰায়ণ আৰু ক্ষমাশীল আছিল। এদিন পৰীক্ষিত মহাৰজাই মৃগয়াত শৰেৰে ঘাইল কৰা হৰিণ এটা সেইফালে আহিছিল নে তাক মুনিত সুধিলে। সেই সময়ত মুনি যোগধ্যানত থকাৰ কাৰণে মুখেৰে একো নমতাকৈ থকাত ৰজাই বাৰে বাৰে সুধিও একো উত্তৰ নাপালে। খঙতে ৰজাই মৰা সাপ এডাল মুনিৰ গলত পিন্ধাই দি গুচি গল। মুনিৰ পুত্র শৃঙ্গী আহি এই অৱস্থা দেখি খঙতে জ্বলি উঠিল। "তপস্যাৰত শান্ত ব্রাহ্মণক যেয়ে এনে দুৰ্দশা কৰিছে তাৰ সাত দিনৰ ভিতৰতে তক্ষকৰ দংশনত প্রাণ যাওক" এই বুলি শৃঙ্গীয়ে অভিশাপ দিলে। ধ্যানভঙ্গ হোৱাত এই অভিশাপৰ কথা জানি শমীকে দুঃখিত চিত্তে ৰজাক মৃত্যুৰ কাৰণে সাজু হৈ থাকিবলৈ খবৰ দিলে। ( পৰীক্ষিত দ্রষ্টব্য )

**শম্বৰ**—এজন অসুৰ। কৃষ্ণৰ পুত্র প্রদ্যুম্নৰ হাতত মৃত্যু হব বুলি কিবা প্রকাৰে জানিব পাৰি ওপজাৰ ছয় দিনৰ দিনাই শিশু প্রদ্যুম্নক অসুৰে হৰণ কৰি নি সাগৰৰ পানীত পেলাই দিলে। কিন্তু মাছ এটাই শিশুটিক গিলি পেলালে আৰু দৈবক্রমে সেই মাছ ধৰি

শম্বৰৰ ঘৰলৈকে ধীবৰে লৈ গ'ল। প্ৰদ্যুম্নৰ পূৰ্বজন্মৰ পত্নী ৰতিয়ে এই কথা আগধৰি জানিব পাৰি মায়াৱতী নাম লৈ শম্বৰৰ ঘৰত গৈ আছিল। তেওঁ মাছৰ পেট ফালি প্ৰদ্যুম্নক উলিয়াই নিলে আৰু লালন পালন কৰি আসুৰিক মায়াবোৰ শিকালে। যথা সময়ত প্ৰদ্যুম্নৰ দ্বাৰা শম্বৰ নিহত হ'ল। (প্ৰদ্যুম্ন, মায়াৱতী দ্ৰষ্টব্য)

**শম্বুক**—ত্ৰেতা যুগৰ ৰাম-ৰাজ্যবাসী এজন শূদ্ৰ তাপস। শূদ্ৰৰ তপস্যাৰ অধিকাৰ নোহোৱা সত্বেও শম্বুকে স্বৰ্গ কামনাৰে তপস্যা কৰাত ৰাজ্যত পাপ হ'ল। সেই পাপৰ ফলত বামুণ এজনৰ পুত্ৰ অকালতে মৰিল। ৰামৰাজ্যত এই অস্বাভাৱিক অকাল মৃত্যু হোৱাৰ কাৰণে বামুণে ৰজা ৰামচন্দ্ৰত গোচৰ দিলে। ৰামে চাৰিওফালে অনুসন্ধান কৰি দেখিলে গভীৰ অৰণ্যত শূদ্ৰ এজনে মূৰতল ভৰি উপৰলৈ কৰি অনধিকাৰ তপস্যা কৰি আছে। ৰামে ততালিকে তাপসক বধ কৰাত বামুণৰ পুত্ৰই জীৱন পালে। শম্বুকৰ নাম শূদ্ৰক বুলিও উল্লেখ পোৱা যায়।

(ৰাময়ণ—ৰঘুবংশ ১৫ সৰ্গ)

**শৰভঙ্গ**—দণ্ডকাৰণ্যবাসী এজন উগ্ৰ তপস্বী। বনবাসী ৰামচন্দ্ৰ এওঁৰ আশ্ৰমলৈ যিদিনা যায় সেইদিনাই দেৱৰাজ ইন্দ্ৰই শৰভঙ্গ মুনিক ব্ৰহ্মলোকলৈ আগবঢ়াই নিবলৈ আহিছিল। ৰামচন্দ্ৰৰ নিচিনা বিশিষ্ট অভ্যাগত যোৱা দেখি মুনিয়ে যাত্ৰা স্থগিত কৰিলে আৰু ৰামক নিজৰ অৰ্জিত পুণ্যৰ কিছু অংশ দিবলৈ ইচ্ছা কৰিলে; কিন্তু ৰামে লবলৈ সম্মত নহৈ নিজে যাতে পুণ্য অৰ্জন কৰিব পাৰে সেই আশীৰ্বাদকে মুনিত প্ৰাৰ্থনা কৰিলে আৰু সেই বনৰে কোন অংশত থকা ভাল হব তাৰো নিৰ্দেশ খুজিলে। মুনিয়ে ৰামক স্থানৰ নিৰ্দেশ দি মন্ত্ৰ উচ্চাৰণ কৰি নিজৰ মানব শৰীৰ অগ্নিত আহুতি দিলে। তেতিয়াই পৰম সুন্দৰ জ্যোতিৰ্ময় কুমাৰ এটি অগ্নিৰূপৰ৷ উম্ভৱ হৈ ব্ৰহ্মলোকলৈ উৰ্দ্ধগতি কৰিলে। (ৰামায়ণ)

**শৰ্মিষ্ঠা**—দৈত্যপতি বৃষপৰ্বাৰ কন্যা। দৈত্যগুৰু শুক্ৰাচাৰ্যৰ কন্যা দেৱযানীৰে সৈতে এওঁ সখি পাতিছিল; কিন্তু এদিন গা ধুই উঠি পিন্ধা কাপোৰ ভুলতে সলনি কৰি পিন্ধাৰ কাৰণে ছুয়োৰো ভিতৰত দন্দ লাগিল। তাৰ ফলত শৰ্মিষ্ঠাই দেৱযানীক নাদ এটাত ঠেলা মাৰি পেলাই দি গুচি গ'ল। দৈৱক্ৰমে যযাতি ৰজা সেইফালেৰে যাওঁতে দেখা পাই দেৱযানীক নাদৰ পৰা উদ্ধাৰ কৰিলে। এই ঘটনা শুনি দৈত্যগুৰু শুক্ৰাচাৰ্যই খং কৰি দৈত্যৰাজ্য ত্যাগ কৰিবলৈ ওলোৱাত শৰ্মিষ্ঠাক দেৱযানীৰ দাসী কৰি দি গুৰু আৰু গুৰুকন্যাক ৰজাই শান্ত কৰিলে।

ইয়াৰ পাছত দেৱযানীৰ যযাতি ৰজাৰ লগত বিয়া হয়। দাসীস্বৰূপে শৰ্মিষ্ঠাও দেৱযানীৰ লগতে যযাতিৰ অন্তঃপুৰলৈ যাবলগীয়াত পৰিল। কিন্তু কিছুদিনৰ পাছত ৰূপ-গুণত মুগ্ধ হৈ যযাতিয়ে শৰ্মিষ্ঠাকো বিয়া কৰালে। ৰজাৰ ঔৰসত শৰ্মিষ্ঠাৰ দ্ৰুহ্যু, অণু আৰু পুৰু নামে তিনিটি পুত্ৰ ওপজে। ঘটনাসূত্ৰত একমাত্ৰ পুৰুহে যযাতিৰ ৰাজ্যৰ অধিকাৰী হয়।

(যযাতি আৰু দেবযানী চোৱা—মহাভাঃ আদি ৭৭—৮৫ অঃ)

**শৰ্যাতি**—এজন ৰজা। এওঁ বৈবস্বত মনুৰ পুত্ৰ। এদিন পুত্ৰ-পৰিয়াল লগত লৈ ৰজা সসৈন্যে মুনিৰ আশ্ৰমলৈ ফুৰিবলৈ গৈছিল। তাতে তেওঁৰ সুকন্যা নামে কন্যা এজনীয়ে লৰালি-স্বভাবৰ গুণত, উই-হাফলুৰ তলত থকা চ্যবন মুনিৰ চকুত অজ্ঞানতে আঘাতকৰে। মুনিৰ কোপত ৰজা আৰু তেওঁৰ সঙ্গী সকলৰ মল-মূত্ৰদ্বাৰ বন্ধ হৈ পেট-মূৰ উখহি যায়। আকস্মিকতে ঘটা এই বিপদ মুনিৰে কোপৰ ফল বুলি বুজি শৰ্যাতি ৰজাই চ্যবনক কাকূতি-মিনতি কৰি সুকন্যাক তেওঁত বিয়া দিয়াতহে আটায়ে আৰোগ্য লাভ কৰে। (চ্যবন আৰু সুকন্যা চোৱা)

**শল্য**—মদ্ৰ দেশৰ ৰজা। এওঁৰ ভনীয়েক মাদ্ৰীক হস্তিনাপুৰৰ পাণ্ডু ৰজাৰে সৈতে বিয়া দিয়ে। এই সম্বন্ধৰ বাবে পাণ্ডৱবিলাক

শল্য ৰজাৰ ভাগিনেক। দ্ৰোপদীৰ স্বয়ংবৰত এওঁও লক্ষ্য-ভেদৰ অৰ্থে গৈছিল আৰু অকৃতকাৰ্য ৰজাবোৰৰ লগ লাগি লক্ষ্যভেদকাৰী অৰ্জুনৰ লগত যুদ্ধ কৰিছিল। সেই যুদ্ধত ভীমৰ হাতত এওঁ পৰাজিত হয়। কুৰুক্ষেত্ৰ যুদ্ধত শল্যাই ভাগিনেক পাণ্ডৱপক্ষত যোগ দিবলৈয়ে আহিছিল; কিন্তু দুৰ্যোধনে আগধৰি তেওঁক আদৰি নিয়াত, কৌৰৱপক্ষতে যোগ দিবলৈ বাধ্য হয়। কৌৰৱ সেনাপতি মহাবীৰ কৰ্ণই শল্যক সাৰথি স্বৰূপে পাবলৈ ইচ্ছা কৰাত তেওঁ অপমানিত বিবেচনা কৰি কৌৰৱপক্ষ ত্যাগ কৰিবলৈ ওলায়। দুৰ্যোধনে কাবৌ-কাতৰ কৰি কোনোমতে ৰাখে আৰু শেহত তেওঁ কৰ্ণৰ সাৰথি হবলগীয়াও হয়। কৰ্ণৰ মৃত্যুৰ পাছত শল্য কৌৰৱৰ সেনাপতি হয় আৰু যুধিষ্ঠিৰৰ শৰত প্ৰাণত্যাগ কৰে। (মহাভাৰত)

**শান্তনু**—চন্দ্ৰবংশীয় এজন ৰজা। এওঁ মহাৰাজ প্ৰতীপৰ পুত্ৰ। জৰাজীৰ্ণ ব্যাধিযুক্ত লোকেও এওঁৰ সংস্পৰ্শলৈ আহিলে যৌৱন, স্বাস্থ্য আৰু শান্তি লাভ কৰিছিল,সেইবাবে তেওঁৰ নাম "শান্তনু" হোৱা বুলি উল্লেখিত হৈছে। শাপভ্ৰষ্ট অষ্টবসুৰ মাতৃ হবলৈ সন্মত হৈ শান্তনুৰ একান্ত অনুৰাগত গঙ্গাদেৱী ৰজাৰ পত্নী হয়; কিন্তু কোনো কাৰ্যত কেতিয়াও বাধা দিব নোৱাৰিব বুলি আগধৰি গঙ্গাই বন্দৱস্ত কৰি লয়। অষ্টবসুৰ সাতজনক ক্ৰমে জন্ম দি গঙ্গাই পানীত পেলাই দিয়াতো ৰজাই একো নকলে; কিন্তু অষ্টমজন বসুপুত্ৰক পানীত পেলাই দিয়াৰ সময়ত শান্তনুৱে বাধা দিলে। পুত্ৰটি ৰজাক গতাই দি পূৰ্ব-বন্দৱস্তমতে গঙ্গাদেৱী গুচি গ'ল। ৰজাই পুত্ৰৰ নাম "দেৱব্ৰত" থলে আৰু দেৱব্ৰতৰ মুখলৈ চায়েই পত্নীৰ বিচ্ছেদ দুখ পাহৰিলে।

ইয়াৰ কিছুদিন পাছত ধীবৰ পালিতা বসুৰাজৰ কন্যা সত্য-বতীক বিয়া কৰাবলৈ শান্তনুৱে আগ্ৰহ কৰিলে কিন্তু সত্যবতীৰ পুত্ৰৰ সলনি দেৱব্ৰতহে পিতৃ-ৰাজ্যৰ অধিকাৰী হব বুলি ভাবি

সত্যৱতীক বিয়া দিবলৈ ধীবৰ-ৰাজ সম্মত নহল। এই কথাৰ গম পাই দেৱব্ৰতে কাললৈ বিয়া-বাৰু নকৰোৱা আৰু কোনোদিন ৰজা নোহোৱা—এই দুটা ভীষণ প্ৰতিজ্ঞা কৰাত সত্যবতীৰ লগত শান্তনুৰ বিয়া হ'ল আৰু চিত্ৰাঙ্গদ আৰু বিচিত্ৰবীৰ্য নামে দুটি পুত্ৰও উপজিল। শান্তনুৰ মৃত্যুৰ পাছত দেৱব্ৰতৰ প্ৰতিজ্ঞামতে চিত্ৰাঙ্গদহে পিতৃৰাজ্যত ৰজা হয়।

( মহাভাৰত—আদি ৯৯ অঃ )

**শান্তা**—এওঁ অযোধ্যাপতি দশৰথৰ একমাত্ৰ কন্যা। দশৰথৰ বন্ধু অঙ্গৰাজ লোমপাদে শান্তাক নিজৰ ওচৰত ৰাখি কন্যাৰ নিচিনাকৈ পালন কৰে আৰু অঙ্গৰাজ্যক অনাবৃষ্টিৰপৰা ৰক্ষাকাৰী ঋষ্যশৃঙ্গ মুনিলৈ শান্তাক বিয়া দিয়ে। ( ঋষ্যশৃঙ্গ দ্ৰষ্টব্য )

**শাম্ব**—যদুপতি শ্ৰীকৃষ্ণৰ পুত্ৰ। জাম্বৱতী নামে কৃষ্ণৰ পত্নীৰ গৰ্ভত এওঁ ওপজে। শাম্ব কৃষ্ণৰ জ্যেষ্ঠ ভাতৃ বলদেৱৰ অতিশয় প্ৰিয় আছিল। সেইবাবে শিক্ষা-দীক্ষা দি বলদেৱে শাম্বক শৌৰ্যে-বীৰ্যে নিজৰে নিচিনা কৰি তুলিছিল। দুৰ্যোধনৰ কন্যা লক্ষ্মণাক স্বয়ংবৰ সভাৰ পৰা হৰণ কৰাৰ কাৰণে কৌৰৱবোৰে শাম্বক বন্দী কৰি থয়। এই সংবাদ শুনি বলদেৱ সসৈন্যে আহি কৌৰৱ-বিলাকৰ ৰাজধানী হস্তিনাপুৰ অৱৰোধ কৰে। যদুসৈন্য আৰু বলদেৱৰ বীৰত্বক ভয় কৰি দুৰ্যোধনে শাম্বক মুক্তি দি লক্ষ্মণাক শাম্বলৈ বিয়া দিয়ে। যদুবংশ ধ্বংস হোৱাৰ সময়তে শাম্বৰ মৃত্যু হয়।

**শাল্ব**—এজন ৰজা। এওঁ মেৰুপ্ৰদেশত প্ৰৱল প্ৰতাপে ৰাজত্ব কৰিছিল। কাশীৰজাৰ তিনিজনী কন্যাৰ স্বয়ংবৰত শাল্ব উপস্থিত হোৱাত জেষ্ঠা কন্যা অম্বাই তেওঁক মনে মনে পতি বৰণ কৰে; কিন্তু মহাবীৰ ভীষ্মই তিনি ওজনী ৰাজকন্যাকে ভায়েকৰ লগত বিয়াৰ বাবে বলেৰে লৈ যায়। শাল্বই বাধা দিয়ে কিন্তু ভীষ্মৰ হাতত পৰাজিত হয়। হস্তিনাপুৰত ভীষ্মই অম্বাৰ মনৰ কথা

জানিব পাৰি তেওঁক শাম্বৰ ওচৰলৈ পঠিয়াই দিয়ে। ভীষ্মই হৰণ কৰা কন্যাক আৰু শাম্বই গ্ৰহণ নকৰাত অম্বাই ভীষ্ম বধৰ কাৰণ হবলৈ কামনা কৰি অগ্নিত প্ৰাণত্যাগ কৰিলে।

( কাশীৰাজ আৰু শিখণ্ডী দ্ৰষ্টব্য )

**শিখণ্ডী**—দ্ৰুপদ ৰজাৰ নপুংসক দেহযুক্ত পুত্ৰ। ভীষ্মই হৰণ কৰি নিয়া অম্বাক শাল্ব ৰজাই গ্ৰহণ নকৰাত ক'তো আশ্ৰয় নাপাই তেওঁ নিৰুপায় হ'ল আৰু ভীষ্ম বধৰ কাৰণ হবলৈ কামনা কৰি অগ্নিত প্ৰাণত্যাগ কৰিলে। তাৰ পিছত শিখণ্ডিণী নামে স্ত্ৰী ক্লীবৰূপে অম্বাৰ দ্ৰুপদ ৰজাৰ ঘৰত জন্ম হ'ল। সাধাৰণতে শিখণ্ডিনীয়ে পুৰুষবেশে থাকিছিল আৰু লোকে তেওঁক শিখণ্ডী নামে পুৰুষ বুলিয়েই জানিছিল। সেইবাবে দশাৰ্ণ দেশৰ ৰজাই শিখণ্ডীত নিজৰ জীয়েকক বিয়া দিয়ে। বিয়াৰ পাছত ৰাজকন্যাই স্বামীক ক্লীব বুলি জানি নিজ পিতৃৰ আগত কথাটো ভাঙিলে। এই ঘটনাক লৈয়েই দশাৰ্ণৰাজ আৰু দ্ৰুপদৰ ভিতৰত যুদ্ধ এখন লগাৰ সাম্ভাৱনা হয়।

কিন্তু সেই সময়তে লাজে-অপমানে শিখণ্ডী গৈ দুৰ্ঘোৰ অৰণ্যত সোমাল আৰু তাতে "স্থূলকৰ্ণ" নামে যক্ষ এজনে তেওঁৰ দুখ বেজাৰৰ কাৰণ জানি নিজৰ পুৰুষত্ব দান কৰি শিখণ্ডীৰ ক্লীবত্ব গ্ৰহণ কৰিলে। ইয়াৰ পাছত শিখণ্ডী প্ৰকৃত পুৰুষ হৈয়েই ৰাজধানীলৈ আহিল আৰু সুখে সন্তোষে কাল কটাব ধৰিলে।

কুৰুক্ষেত্ৰ যুদ্ধত শিখণ্ডীয়ে পাণ্ডৱপক্ষত যোগ দিয়ে। দশম দিনৰ যুদ্ধত অৰ্জুনে শিখণ্ডীক নিজৰ ৰথৰ আগত তুলি লৈ ভীষ্মৰ লগত যুদ্ধ কৰিবলৈ যায়। ক্লীবৰ শৰীৰত শৰৰ আঘাত লগোৱা বীৰধৰ্ম নহয়; সেইবাবে মহাবীৰ ভীষ্মই অৰ্জুনলৈ শৰ প্ৰয়োগ কৰিবলৈ এৰে। এই সুযোগতে অৰ্জুনে ভীষ্মক ঘাইল কৰি ৰথৰপৰা শৰশয্যাত বগৰাই থলে। যুদ্ধৰ শেহত অশ্বত্থামাৰ নিশা আক্ৰমণত শিখণ্ডী হত হয়।

( মহাভাৰত—উদ্যোঃ ১৮৯ অঃ )

**শিনি**—যদুবংশীয় এজন বীৰ পুৰুষ। এওঁ বসুদেৱৰ লগত বিয়া দিয়াৰ অৰ্থে দেৱকৰ কন্যা দেৱকীক বলেৰে লৈ আহে। এই বাবে সোমদত্তৰ লগত শিনিৰ যুদ্ধ হয়। পৰাজিত সোমদত্তক শিনিয়ে সকলোৰে আগতে পদাঘাত কৰি অপমান দিয়ে। শিনিৰ পুত্ৰ সত্যক আৰু "সত্যকৰ" পুত্ৰ যদুবংশীয় মহাবীৰ "সাত্যকি"।

**শিৱ**—হিন্দুৰ সৰ্বপ্ৰধান দেৱতা তিনিজন। শিৱ তাৰে ভিতৰৰ এজন। এওঁৰ সতী আৰু গঙ্গা নামে দুগৰাকী পত্নী। সতীয়ে পিতৃ যজ্ঞত পতি নিন্দা শুনি প্ৰাণত্যাগ কৰি আকৌ হিমালয়ত পাৰ্বতীৰূপে জন্ম লয় আৰু তপস্যা কৰি শিৱক পুনঃ পতিৰূপে লাভ কৰে। কাৰ্তিক আৰু গণেশ নামে শিৱ-পাৰ্বতীৰ দুজন পুত্ৰ ওপজে। মহৰ্ষি ভৃগুৰ শাপত—শিৱৰ লিঙ্গৰূপ হয়।

**শিবি**—এজন সুবিখ্যাত ৰজা। মহাৰাজ যযাতিৰ কন্যা মাধবীৰ গৰ্ভত ৰজা উশীনৰৰ ঔৰসত এওঁৰ জন্ম। শিবি ৰজা ধৰ্মপৰায়ণ আৰু অতিশয় দয়ালু আছিল। তাৰে পৰীক্ষা কৰি চোৱাৰ অৰ্থে এদিন ব্ৰহ্মাই বামুনৰ বেশে গৈ ৰাজপুত্ৰৰ মঙহ খাবলৈ ইচ্ছা প্ৰকাশ কৰিলে।

ৰজাই অকুণ্ঠিত চিত্তে পুত্ৰৰ মঙহ ৰান্ধাই ভোজনলৈ আগবঢ়োৱাত বামুণে ৰজাকো লগতে খোৱাৰ কাৰণে অনুৰোধ কৰিলে। বামুণৰ আদেশ শিৰোধাৰ্য কৰি ৰজাই পুত্ৰৰ মঙহ ভোজন কৰিবলৈ সাজু হোৱা দেখি ব্ৰহ্মাই নিজমূৰ্তি ধৰিলে আৰু ৰাজপুত্ৰক জীয়াই দি শিবি ৰজাক বিবিধ বাক্যে প্ৰশংসা কৰিলে। শিবিৰ আত্মত্যাগৰ বিষয়ে আন উপাখ্যানো আছে। কপোতৰূপী অগ্নিক শিবিয়ে নিজৰ আগমঙহ দি ৰক্ষা কৰিছিল। ইও পৰীক্ষাহে আছিল। ( মহাঃ বন—১৯৬ )

**শিশুপাল**—চেদি দেশৰ এজন ৰজা। চেদিৰাজ দমঘোষৰ ঔৰসত শ্ৰুতশ্ৰবাৰ গৰ্ভত শিশুপালৰ জন্ম। শ্ৰুতশ্ৰবা (অন্যমতে সুপ্ৰভা) শ্ৰীকৃষ্ণৰ পিতৃ বসুদেৱৰ ভনীয়েক। এই সম্বন্ধত শিশুপাল

শ্ৰীকৃষ্ণৰ পেহীয়েকৰ পুতেক। কৃষ্ণৰ হাতত শিশুপালৰ মৃত্যু হব বুলি শুনি শিশুপালৰ এশ অপৰাধ ক্ষমা কৰিবলৈ শ্ৰুতশ্ৰবাই কৃষ্ণক অনুৰোধ কৰে। পেহীয়েকৰ অনুৰোধ পালন কৰিবলৈ কৃষ্ণ সন্মত হয়।

প্ৰবল প্ৰতাপী মগধৰাজ জৰাসন্ধ শ্ৰীকৃষ্ণৰ মহা বিৰোধী আছিল। চেদিৰাজ দমঘোষ, তেওঁৰ পুত্ৰ শিশুপাল, আৰু দন্তবক্ৰ প্ৰভৃতি জৰাসন্ধৰ অতি অনুগত আছিল। জৰাসন্ধৰ অনুৰোধমতে বিদৰ্ভৰাজ ভীষ্মকে নিজৰ কন্যা ৰুক্মিণীক শিশুপাললৈ বিয়া দিয়াৰ স্থিৰ কৰিছিল, সেইমতে শিশুপাল বৰবেশে বিদৰ্ভলৈ যায়। কৃষ্ণও বৰযাত্ৰী হৈ যায়; কিন্তু তেওঁ ৰুক্মিণীক নিজৰ ৰথত তুলি দ্বাৰকালৈ নিয়ে আৰু মহা সমাৰোহে বিয়া কৰাই পেলায়। শিশুপাল মহা অপমানিত হৈ নিজৰ ৰাজ্যলৈ গুচি আহে। যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞত শ্ৰীকৃষ্ণকে সৰ্বশ্ৰেষ্ঠ ব্যক্তি বুলি সন্মান অৰ্ঘ্য দিয়াত পূৰ্ব অপমানৰ প্ৰতিশোধ লোৱাৰ অৰ্থে শিশুপালে কৃষ্ণৰ প্ৰতি নানা কটুক্তি প্ৰয়োগ কৰে। পেহীয়েকৰ আগত কৰা অঙ্গীকাৰ পালন কৰি কৃষ্ণ নীৰৱে সহি থাকিবলগীয়া হয়; কিন্তু অপৰাধৰ সংখ্যা এশ পাৰ হৈ যোৱাৰ পিছত শিশুপালক তত্তালিকে বিনাশ কৰে। মহাঃ সভাঃ—৪৩ অঃ (ৰুক্মিণী দ্ৰষ্টব্য)

**শুক**—এজন ৰাক্ষস। এওঁ লঙ্কেশ্বৰ ৰাৱণৰ মন্ত্ৰী। ৰাৱণৰ আদেশ মতে শুকে ভেশছন কৰি সাগৰৰ পাৰত ছাউনি কৰি থকা ৰামৰ সৈন্যবলৰ অনুসন্ধান লবলৈ গৈছিল। তাতে বিভীষণৰ হাতত ধৰা পৰে। কিন্তু ৰামে শুকক মন্ত্ৰীৰ নিচিনা সন্মান দেখুৱাই সৎব্যৱহাৰেৰে বিদায় দিয়ে। (ৰামায়ণ-লঙ্কা)

**শুকদেৱ**—এজন মুনি। এওঁ বেদব্যাসৰ পুত্ৰ। এদিন ঘৃতাচী নামে নামে অপ্সৰাক দেখি ব্যাসদেৱৰ মন চঞ্চল হয়। অন্য কাৰ্যত নিবিষ্ট হৈ মনৰ চঞ্চলতা দূৰ কৰাৰ অৰ্থে যজ্ঞৰ অগ্নি উৎপাদন কৰোঁ বুলি ব্যাসে "অৰণি" মন্থন কৰিবলৈ ধৰিলে। কিন্তু হৃদয়ৰ

বেগ দমন নোহোৱাত ব্যাসৰ হঠাতে শুক্রপাত হ'ল আৰু সেই শুক্র গৈ অৰণিত পৰিল। ব্যাসৰ তেনে অৱস্থা দেখি ঘৃতাচী শুক পক্ষিণীৰ ৰূপ ধৰি তাৰপৰা পলাল। ব্যাসে অৰণি মন্থন কৰিয়েই থাকিল। কিছু সময়ৰ পাছত অগ্নিৰ সদৃশ প্রদীপ্ত-হুতাশনৰ নিচিনা তেজঃপুঞ্জ কলেবৰসম্পন্ন কুমাৰ এটি সেই অৰণিৰপৰা উৎপন্ন হ'ল। শুক্রপাতৰ সময়ত শুকপক্ষিণী ৰূপী ঘৃতাচীক দেখাৰ কাৰণে কুমাৰৰ নাম ব্যাসে "শুকদেৱ" থলে।

স্বয়ং মহাদেৱে শুকদেৱৰ উপনয়ণ কাৰ্য্য কৰিলে। দেৱৰাজ ইন্দ্রই তেওঁক "দেৱাসন" আৰু "কমণ্ডলু" দিলে। শুকে কিছুদিন ব্যাসদেৱৰ আশ্ৰমতে তপস্যা কৰি পিতৃৰপৰা মোক্ষ-ধৰ্ম অধ্যয়ন কৰিলে। তাৰ পিচত পিতৃৰ উপদেশ মতে শুকদেৱে মিথিলাৰাজ জনকৰ ওচৰলৈ গৈ ব্ৰহ্মজ্ঞান লাভ কৰি আকৌ হিমালয় প্ৰদেশৰ ব্যাস আশ্ৰমলৈ ফিৰি আহিল। ব্যাসদেৱৰ নিৰ্দেশত শুকদেৱে জগতত সুদীৰ্ঘকাল ব্ৰহ্মতত্ত্ব প্ৰচাৰ কৰি যেতিয়া পৰমব্ৰহ্মত লীন হোৱাৰ অৰ্থে যোগবলেৰে নশ্বৰ দেহ ত্যাগ কৰিলে, সেই সময়ত জগতত ভূমিকম্প, উল্কাপাত আদি নানা দুৰ্লক্ষণৰ সূচনা হৈছিল। ( মহাভাঃ—শান্তি পৰ্ব ৩২৪ অ )

**শুক্র**—এজন মুনি। সাধাৰণতে এওঁক শুক্ৰাচাৰ্য বোলে। শুক্র মুনি মহৰ্ষি ভৃগুৰ পুত্ৰ, সেইবাবে তেওঁক "ভৃগুসুত" বা "ভাৰ্গৱ" বুলিও উল্লেখ কৰে। শুক্র দৈত্যবিলাকৰ গুৰু নাছিল। দৈত্যৰাজ বলিৰ দানক্ৰিয়াত ৰজাৰে হিতৰ অৰ্থে ব্যাঘাত জন্মাবলৈ যাওঁতে বামণৰ কুশৰ খোঁচত শুক্ৰৰ চকু এটা কণা হয়। এই কাৰণে নিন্দাৰ্থত "কণাশুক্র" বুলিও তেওঁ উল্লেখিত হয়। শুক্ৰৰ নিচিনা সৰ্বশাস্ত্ৰ বিশাৰদ মুনি অতি কম আছিল। দৈত্যবিলাকক সৰ্বজয়ী কৰাৰ উদ্দেশ্যে তেওঁ "বিশ্বজিৎ যজ্ঞ" প্ৰৱৰ্তন কৰে।

শুক্ৰাচাৰ্যই মৰাক জীয়াব পৰা "মৃতসঞ্জীৱনী" মন্ত্ৰ জানিছিল আৰু সেই মন্ত্ৰেৰে মৃত দৈত্যবোৰক পুনৰুজ্জীবিত কৰি জগতত

দৈত্যবল সুস্থিৰ কৰি ৰাখিছিল। তেওঁৰ "ষণ্ড" আৰু "অমৰ্ক" নামে দুই পুত্ৰ আৰু "দেৱযানী" আৰু "অৰজা" নামে দুটি কন্যা আছিল। দেৱতাবিলাকৰ গুৰু বৃহস্পতিৰ পুত্ৰ "কচ" মৃত-সঞ্জীৱনী মন্ত্ৰ শিকাৰ উদ্দেশ্যে শুক্ৰৰ ওচৰলৈ গৈছিল আৰু তাত বহুদিন থকাৰ ফলত শুক্ৰৰ কন্যা দেৱযানীৰ অনুৰাগভাজন হয়। দৈত্যৰ কল্যাণকৰ এই মন্ত্ৰ চিৰশত্ৰু দেৱতাৰ ওচৰলৈ কচৰ দ্বাৰা যোৱাতো দৈত্যবিলাকে ভাল পোৱা নাছিল। শুক্ৰক নিশিকাব বুলিবৰ সাহো কাৰো নহল। আন উপায় নেদেখি দৈত্যবোৰে কচকে বধ কৰিবলৈ স্থিৰ কৰিলে আৰু সেইমতে কচক দুবাৰো বধ কৰিলে; কিন্তু দেৱযানীৰ অনুৰোধত দুয়োবাৰেই শুক্ৰই কচক জীয়াই তুলিলে। তৃতীয় বাৰ দৈত্যবিলাকে কচৰ মৃতদেহ পুৰি ছাই কৰি সেই ছাই সুৰাৰ লগত মিহলাই শুক্ৰক খুৱাই দিলে। ইওবাৰ জীয়েকৰ অনুৰোধত কচৰ মৰা শ বিচাৰি নাপাই শুক্ৰই যোগবলতে সকলো কথা জানি ললে। তাৰপিচত নিজৰ পেটৰ ভিতৰতে কচক দেহ আৰু প্ৰাণ দি সঞ্জীৱনী মন্ত্ৰদান কৰিলে আৰু পেট ফালি ওলাই আহিবলৈ আদেশ কৰিলে। সেইমতে ওলাই অহাত শুক্ৰ মৰিল; কিন্তু সঞ্জৱনী মন্ত্ৰৰ প্ৰভাৱত কচে গুৰুক পুনৰুজ্জীৱিত কৰিলে।

শুক্ৰৰ অৰজা নামৰ কন্যাটিক দণ্ড ৰজাই বল প্ৰকাশ কৰাত মুনিয়ে শাপ দি ৰজাক ভস্ম কৰে আৰু তেওঁৰ ৰাজ্যখন অৰণ্য কৰি থয়। কালক্ৰমত সেয়ে গৈ "দণ্ডকাৰণ্য" নামে খ্যাত হয়। অন্য গৰাকী কন্যা দেৱযানীক যযাতি ৰজালৈ বিয়া দিয়ে; কিন্তু ৰজাই দেবযানীৰ দাসী শৰ্মিষ্ঠাক গোপনে বিয়া কৰাই দেৱযানীৰ প্ৰতি বিশ্বাসঘাতকতা কৰাত শুক্ৰাচাৰ্যই শাপ দি কামুক যযাতিক জৰাগ্ৰস্ত কৰে। (প্ৰহ্লাদ, দেবযানী, কচ দ্ৰষ্টব্য)

**শুনঃশেফ**—এজন মুনি। এওঁৰ পিতৃ ঋচিক মুনি, মাতৃ বিশ্বামিত্ৰ মুনিৰ ভনীয়েক সত্যৱতী। অযোধ্যাৰ ৰজা অম্বৰীষৰ যজ্ঞীয়

পশু ইন্দ্ৰই হৰণ কৰি নিয়াত যজ্ঞ-বিঘ্নৰ প্ৰায়শ্চিত্তৰ স্বৰূপে মানুহ এজন যজ্ঞত আহুতি দিব লগীয়া হয় আৰু তাৰবাবে শুনঃশেফক কিনি লৈ অযোধ্যালৈ আহোঁতে ৰজাৰ মানুহবোৰ ৰাতি বিশ্বামিত্ৰৰ আশ্ৰমত থাকে। শুনঃশেফে প্ৰাণ ৰক্ষাৰ কাৰণে মোমায়েক বিশ্বামিত্ৰত শৰণ লয়। বিশ্বামিত্ৰই শুনঃশেফক অগ্নিৰ স্তৱ শিকাই নিৰ্ভয় দি পঠিয়ায়। স্তৱৰ প্ৰভাৱত শুনঃশেফক যজ্ঞৰ অগ্নিয়ে দাহ কৰিব নোৱাৰিলে। ইয়াৰ পাছত বিশ্বামিত্ৰই শুনঃশেফক পোষ্যপুত্ৰৰূপে পালন কৰি নতুনকৈ "দেবৰথ" নাম দিলে। 'ঐতৰেয় ব্ৰাহ্মণত শুনঃশেফৰ বৃত্তান্ত আনপ্ৰকাৰে পোৱা যায়। ( বিশ্বামিত্ৰ দ্ৰষ্টব্য )

**শুম্ভ**—এজন অসুৰ। এওঁৰ ভায়েকৰ নাম নিশুম্ভ। শুম্ভ-নিশুম্ভই স্বৰ্গ অধিকাৰ কৰি দেৱতাবিলাকক খেদি পেলায়। দেৱগণে ভগৱতীত শৰণাপন্ন হোৱাত দশহস্তধাৰিণী দুৰ্গাৰূপে অবতীৰ্ণ হৈ ভগৱতীয়ে শুম্ভ-নিশুম্ভক বধ কৰে। ( চণ্ডী দ্ৰষ্টব্য )

**শূৰ সেন**—যদু বংশীয় এজন ৰজা। কৃষ্ণৰ পিতৃ বসুদেৱ এওঁৰে পুত্ৰ। কুন্তিভোজ ৰজাৰ লগত শূৰসেনৰ বন্ধুত্ব আছিল। সেই বাবে নিজৰ প্ৰথম সন্তান কুন্তিভোজক দিবলৈ তেওঁ প্ৰতিশ্ৰুত হৈছিল। সেইমতে প্ৰথম সন্তান "পৃথা" নামে ছোৱালী গৰাকীক শূৰসেনে কুন্তিভোজক দিয়ে। পৃথাৰ নাম পাছলৈ "কুন্তী" হয়। দ্বিতীয়া কন্যা শ্ৰুতশ্ৰবাক চেদি ৰাজত বিয়া দিয়ে। কুন্তীৰ বিয়া হয় হস্তিনাপুৰৰ পাণ্ডু ৰজাৰ লগত। ( কুন্তীভোজ দ্ৰষ্টব্য )

**শূৰ্পনখা**—ৰাক্ষসৰাজ ৰাবণৰ ভনীয়েক। কালকেয় দৈত্যবংশীয় "বিদ্যুৎজিহ্ব" নামে দৈত্যৰে সৈতে শূৰ্পনখাৰ বিয়া হয়; কিন্তু দিগ্বিজয় কৰিবলৈ যাওঁতে ৰাৱণে ভুলতে বিদ্যুৎজিহ্বক মাৰি শূৰ্পনখাক বিধৱা কৰে। ভনীয়েকক সন্তুষ্ট ৰখাৰ মনে ৰাৱণে নিজ ৰাজ্যৰ দণ্ডকাৰণ্য নামে অংশ এটা শূৰ্পনখাৰ অধিকাৰলৈ এৰি দিয়ে আৰু উপযুক্ত সৈন্য সামন্তৰে সৈতে খৰ আৰু দূষণ নামে ভায়েক

দুজনক ভনীয়েকৰ সেনাপতি কৰি থয়। দণ্ডকাৰণ্যত-ৰাম-লক্ষণ সীতা বাস কৰাত বিধৱা শূৰ্পনখাই পৰম ৰূপহ ৰামচন্দ্ৰক পতিবৰণ কৰিবলৈ বাঞ্ছা কৰে আৰু তাৰ প্ৰধান বাধা সীতা দেৱীৰ প্ৰাণ সংহাৰ কৰিবলৈ যায়। তেতিয়া লক্ষণে ৰাক্ষসীক নাক কাণ কাটি খেদি দিয়ে। সীতা হৰণ, সাগৰ বন্ধন আৰু সবংশে ৰাৱণ নিধনৰ মুল কাৰণ শূৰ্পনখা। ( ৰাম, ৰাৱণ, কুবেৰ দ্ৰষ্টব্য )

**শৃঙ্গী**—এজন মুনি। এওঁক শমীক মুনিৰ পুত্ৰ। মহাৰাজ পৰীক্ষিতে শমীক মুনিৰ গলত মৰা সাপ আৰি দিয়াৰ বাবে—"সাত দিনৰ ভিতৰত তক্ষক সৰ্পৰ দংশনত প্ৰাণ যাওঁক"—বুলি শৃঙ্গীয়ে ৰজাক শাপ দিছিল। সেই শাপৰ ফলত পৰীক্ষিতৰ প্ৰাণহানি হয়। ( মহাভাৰত )

**শৈব্যা**—মহাৰাজ হৰিশ্চন্দ্ৰৰ মহিষী। মহৰ্ষি বিশ্বামিত্ৰই হৰিশ্চন্দ্ৰৰ ধৰ্মজ্ঞান, আত্মত্যাগ আৰু কষ্টসহিষ্ণুতা পৰীক্ষা কৰাত এওঁ স্বামী আৰু শিশুপুত্ৰ ৰোহিতাশ্বই সৈতে ৰাজ্যত্যাগিনী হয়। স্বামীয়ে মুনিক দিবলগীয়া দানৰ দক্ষিণাৰ বাবে শৈব্যাই নিজক কাশীৰ বামুণৰ ঘৰত দাসা স্বৰূপে বিক্ৰী কৰি স্বামীক ঋণমুক্ত কৰে। কিছুদিন পাছত সৰ্প দংশনত মৃত্যু হোৱা পুত্ৰ ৰোহিতাশ্বৰ মৰা শ নিজে কোলাত কৰি শ্মশানলৈ লৈ যোৱাত চণ্ডালৰূপী হৰিশ্চন্দ্ৰৰ লগত শৈব্যাৰ দেখাদেখি হয়। স্বামীৰ লগতে দুয়ো পুত্ৰৰ চিতাত পুৰি প্ৰাণত্যাগ কৰিবৰ আয়োজন কৰাত বিশ্বামিত্ৰ আহি দেখা দিয়ে আৰু পুত্ৰৰ জীৱনে সৈতে ৰাজ্য-ধন সকলোকে ফিৰাই দি ৰজা-ৰাণীক পূৰ্বতকৈও সৰ্বসুখী কৰে। ( হৰিশ্চন্দ্ৰ দ্ৰষ্টব্য )

**শৌনক**—তপোবল সম্পন্ন এজন সুপ্ৰসিদ্ধ ঋষি। শুণক নামে ঋষিৰ এওঁ নাতি। শৌনক কুলপতি আছিল। তেওঁ পুণ্যভূমি নৈমিষাৰণ্যত বাৰ বছৰ ব্যাপি এটি যজ্ঞ কৰিছিল। সেই যজ্ঞলৈ সমস্ত ঋষি মুনি আহিছিল আৰু তাত ধৰ্মতত্ত্ব সম্বন্ধে নানা কথা আলোচিত হৈছিল। ( ৰু ৰু দ্ৰষ্টব্য

**শ্বেত**—বিদৰ্ভ দেশৰ ধৰ্মনিষ্ঠ আৰু ধৰ্মকাৰ্যপৰায়ণ এজন ৰজা। এওঁ মহাৰাজ সুদেৱৰ পুত্ৰ। বহুদিন ৰাজ্য ভোগ কৰাৰ পাছত পৰমায়ু অন্ত হোৱা বুলি গম পাই এওঁ ভায়েক সুৰথক ৰাজ্য গতাই বনলৈ গ'ল আৰু তপস্যা কৰি দেহত্যাগ কৰিলে। সুকৃতিৰ ফলত শ্বেত গৈ ব্ৰহ্মলোকত বাস কৰিলে; কিন্তু তেওঁ তাত সৰ্বদায় ভোকত কষ্ট-পাবলৈ ধৰিলে। এই দুৰ্বিসহ ক্ষুধাৰ কাৰণ কি সোধাত ব্ৰহ্মাই কলে—"তুমি পেট পুৰাই ভোজন কৰি তপস্যা কৰিছিলা আৰু লোকক বিশেষ একো দান দক্ষিণা নকৰিলা। সেইবাবে নিৰ্বিকাৰ ব্ৰহ্মলোকলৈ আহিও তোমাৰ ভোক-পিয়াহৰ অন্ত হোৱা নাই। আহাৰ পানীৰে পৰিপুষ্ট তোমাৰ মৃতদেহ তপস্যা থলৰ সৰোবৰত এতিয়াও ভঁাহি আছে। সেই দেহটো ভোজন কৰাগৈ। তাতে অগস্ত্য মুনিক দেখা পালে তুমি পুনঃ ইয়ালৈ আহিব পাৰিবা।

ব্ৰহ্মাই কোৱামতে শ্বেত ৰজা ৰথত উঠি পূৰ্ব তপস্যাৰ ঠাইলৈ গল আৰু নিজৰ মৃতদেহ ভোজন কৰিবলৈ ধৰাত অগস্ত্য মুনি তালৈ আহিল। তেওঁ নিজৰ সমস্ত ইতিহাস মুনিক জনালে। তাৰ পিছত মৃতদেহত থকা সমস্ত অলঙ্কাৰ সোলোকাই মুনিক দি আকৌ ব্ৰহ্মলোকলৈ গল। সেই অলঙ্কাৰবোৰকে অগস্ত্যই শ্ৰীৰামচন্দ্ৰক দিছিল।

(ৰামায়ণ, স্কন্দপুৰাণ নাগৰখণ্ড ১০৩ অঃ)

**শ্বেতকি**—এজন ধৰ্মপৰায়ণ মহাযাজ্ঞিক নৃপতি। এওঁ বেচি দিনীয়াকৈ ইমান অধিক সংখ্যক যাগ-যজ্ঞ কৰিছিল যে ঋত্বিক সকল যজ্ঞ অগ্নিৰ তাপত দেই-পুৰি যাজন কৰিবলৈ অসমৰ্থ হৈ পৰে। তেতিয়া শ্বেতকিয়ে তপস্যাৰে তুষ্ট কৰি শিৱকে নিজৰ যজ্ঞত যাজকত্ব কৰিবলৈ প্ৰাৰ্থনা জনালে। শিৱ নিজে যাজক নহৈ পৰম শক্তিশালী দুৰ্বাসা মুনিক শ্বেতকিৰ যজ্ঞ কৰিবলৈ পঠিয়াই দিলে। মহৰ্ষি দুৰ্বাসাই এবছৰ "হৱণ" কৰাত যজ্ঞ শেষ

হ'ল। একেৰাহে অধিক দিন অতিৰিক্ত ৰূপে যজ্ঞঘৃত খোৱাত অগ্নি দেৱতা ৰুগীয়া হৈ পৰিল। ব্ৰহ্মাৰ উপদেশমতে অৰ্জুন আৰু কৃষ্ণৰ সহায়ত খাণ্ডববন খন দাহন কৰি অগ্নি কোনোমতে ৰোগমুক্ত হ'ল। —মহাঃ আদি ২২৪ অঃ ( অৰ্জুন দ্ৰষ্টব্য )

**শ্বেতকেতু**—এজন ঋষি। এওঁ মহৰ্ষি উদ্দালকৰ ( অৰুণি ) পুত্ৰ।

**শ্ৰীবৎস**—অযোধ্যা ৰাজ্যৰ এজন ৰজা। এওঁৰ পত্নীৰ নাম "চিন্তা"। শনি আৰু লক্ষ্মীৰ ভিতৰত কোন শ্ৰেষ্ঠ দেৱতা, দুৰ্ভাগ্যক্ৰমে এই প্ৰশ্নৰ মীমাংসা কৰাৰ ভাৰ শ্ৰীবৎস ৰজাৰ ওপৰত পৰিছিল। তেওঁ বুদ্ধি কৰি সোন আৰু ৰূপৰ দুখন আসন সজাই নিজৰ সিংহাসনৰ দুয়ো ফালে পতাই থলে। শনি আৰু লক্ষ্মী মীমাংসাৰ ফলাফল জানিবলৈ অহাত ৰজাই আসন নিৰ্দিষ্ট কৰি নিদিয়াকৈ দুয়োকে মুঠতে বহিবলৈ কলে। লক্ষ্মী সোনৰ আৰু শনি ৰূপৰ আসনত বহি ফলৰ কথা সোধাত ৰজাই বহা আসনৰ শ্ৰেষ্ঠতা অনুসৰি শ্ৰেষ্ঠতা নিৰ্দ্ধাৰণ কৰিলে। এই মীমাংসাত শনি কোপিত হৈ ৰজাৰ অনিষ্ট কৰিবলৈ চল চাই থাকিল ; কিন্তু পুণ্যৱান ৰজাৰ শৰীৰ বা মনত শনিয়ে প্ৰবেশৰ ছিদ্ৰ সহজে নাপালে।

এদিন ভোজনৰ পাছত ভৰি নোধোৱা দোষতে শনি ৰজাৰ শৰীৰত প্ৰবেশ কৰিলে। তাৰ ফলত ৰজাৰ ৰাজ্য ধন সকলো নাশ হৈ পত্নী চিন্তাৰে সৈতে বনবাসী হবলগীয়া হয়। ফটা কঠা এখনত সুমুৱাই কিছু ধন সোন লগত নিছিল তাকো শনিয়ে নৈ পাৰ কৰাৰ ছলতে কাঢ়ি নিলে। শেহত ৰজা কাঠকটীয়া মানুহৰ লগত থাকি কাঠ বেচি প্ৰবৰ্ত্তন হবলগীয়াত পৰিল। কিছুদিন পাছত শনিয়ে পানীবাটেদি বেপাৰ কৰি ফুৰা মহাজন এটাৰ হতুৱাই চিন্তাকো হৰণ কৰি নিয়ালে। সূৰ্যক আৰাধনা কৰি কুৰূপা হৈ চিন্তা মহাজনৰ নাওতে থাকিব লগীয়া হ'ল।

কাঠ বেচি আহি চিন্তাক নাপাই ৰজাই বিচাৰি ফুৰিবলৈ ধৰিলে আৰু সেই দৰে ঘূৰি পকি বেলেগ ৰাজ্য এখনত গৈ

ওলাল। সেই ৰাজ্যৰ ৰাজকুমাৰী ভদ্ৰাই শ্ৰীবৎসক স্বামী ৰৰণ কৰিলে। ৰজাক কৈ শ্ৰীবৎস বাণিজ্য-নৌকাৰ কৰ আদায়কাৰী বিষয়া হ'ল আৰু সেই সুযোগতে এদিন চিন্তাক বিচাৰি পালে। ভদ্ৰাৰ পিতৃয়ে শ্ৰীবৎসৰ পৰিচয় পাই পৰম সন্তোষিত হ'ল। সূৰ্যৰ কৃপাত চিন্তাই আকৌ পূৰ্বৰ ৰূপ পালে। দুই পত্নীক লৈ ৰজা নিজৰ দেশলৈ গল আৰু লক্ষ্মীৰ কৃপাত সৰ্বসুখতে দিন কটালে।

(মহাভাৰত)

শ্ৰুতকীৰ্তি—অযোধ্যাৰাজ দশৰথৰ পুত্ৰ শত্ৰুঘ্নৰ পত্নী। এওঁ সাঙ্কাস্য দেশৰ ৰজা কুশধ্বজ জনকৰ কন্যা। শত্ৰুঘ্নৰ ঔৰসত শ্ৰুতকীৰ্তিৰ সুবাহু আৰু শত্ৰুঘাতী নামে দুটি পুত্ৰ ওপজে।

(ৰামায়ণ)

## ষ

ষণ্ডামৰ্ক—দৈত্যগুৰু শুক্ৰাচাৰ্যৰ একে প্ৰকৃতিৰ দৈত্যধৰ্মী দুই পুত্ৰ "ষণ্ড" আৰু "অমৰ্ক"ক লোকে একেলগে "ষণ্ডামৰ্ক" বুলিছিল। বিষ্ণুদ্বেষী দৈত্যৰাজ হিৰণ্যকশিপুৱে তেওঁৰ বিষ্ণুভক্ত পুত্ৰ প্ৰহ্লাদক দৈত্যধৰ্ম আৰু বিষ্ণুবিদ্বেষ শিক্ষা দিয়াৰ অৰ্থে গুৰু-পুত্ৰ ষণ্ড আৰু অমৰ্কক নিযুক্ত কৰিছিল। শিক্ষক দুজনে পৰম যত্ন কৰিও ৰজাৰ অভিপ্ৰায় অনুসৰি প্ৰহ্লাদক শিক্ষা দিব নোৱাৰিলে, বৰঞ্চ প্ৰহ্লাদেহে দৈত্যশিশুবোৰৰ দৈত্যধৰ্ম গুচাই বিষ্ণুভক্ত কৰিবলৈ ধৰিলে। এই বিপত্তিৰ কথা ষণ্ডামৰ্কই হিৰণ্যকশিপুক জনোৱাত তেওঁ পুত্ৰক নিজ মতলৈ অনাৰ কাৰণে অন্য ব্যৱস্থা অৱলম্বন কৰিলে। (প্ৰহ্লাদ দ্ৰষ্টব্য)

## স

সংজ্ঞা—সূৰ্যৰ পত্নী। এওঁ বিশ্বকৰ্মাৰ কন্যা। সূৰ্যৰ ঔৰসত সংজ্ঞাৰ গৰ্ভত মনু, যম আৰু যমুনাৰ জন্ম হয়। স্বামী সূৰ্যৰ তেজ সহ্য কৰিব নোৱাৰি সংজ্ঞাই নিজৰে নিচিনা নাৰী এগৰাকী সৃজন

কৰি স্বামীৰ গৃহত থয় আৰু নিজে পিতৃৰ ওচৰলৈ গুচি যায়। পিতৃ বিশ্বকৰ্মাই সকলো কথাকে শুনি সূৰ্যৰ তেজ হানি কৰি দিয়ে আৰু কন্যাক আকৌ স্বামীগৃহলৈ যাবলৈ কয়। সংজ্ঞাই অসম্মতি জনোৱাত বিশ্বকৰ্মাই কন্যাক নিন্দা কৰে। তেতিয়া সংজ্ঞা উত্তৰ কুৰুবৰ্ষলৈ গুচি যায় আৰু তাতে অশ্বিণী ৰূপ ধৰি ঘূৰি ফুৰে। তপোবলতে সূৰ্যই সকলো কথা জানি অশ্বৰূপ ধৰি সংজ্ঞাৰে সৈতে মিলিত হয়। এই মিলনৰ ফলত তেওঁলোকৰ যমজ পুত্ৰ দুটি ওপজে। পুত্ৰ দুটিৰ প্ৰত্যেকজনেই অশ্বিণীকুমাৰ নামে জগতত সুবিখ্যাত হয়। ( ছায়া দ্ৰষ্টব্য )

সংবৰণ—চন্দ্ৰবংশীয় এজন ৰজা। এওঁ পাঞ্চাল দেশৰ ৰজাৰ হাতত পৰাজিত হৈ সিন্ধুনদীৰ পাৰত গৈ বাস কৰিবলগীয়া হৈছিল। মহৰ্ষি বশিষ্ঠক গুৰু বৰণ কৰি বহুকষ্টে নিজৰ ৰাজ্য উদ্ধাৰ কৰে। বশিষ্ঠৰ কৃপাতে সংবৰণে সূৰ্য কন্যা তপতীক পত্নী ৰূপে পায়। এই তপতীৰ গৰ্ভতে সংবৰনৰ কুৰু নামে সুবিখ্যাত পুত্ৰই জন্ম লাভ কৰে। মহাঃ আদি—১৭৪ অঃ ( কুৰু দ্ৰষ্টব্য )

সংবৰ্ত—এজন মুনি। এওঁ মহৰ্ষি অঙ্গিৰাৰ পুত্ৰ আৰু বৃহস্পতিৰ ভায়েক। সংবৰ্তই তপস্যাৰ দ্বাৰা আত্মোন্নতি কৰিছিল; কিন্তু বৃহস্পতিয়ে তেওঁক মুঠেই দেখিব নোৱাৰিছিল। সেইবাবে সংবৰ্ত পিতৃৰ আশ্ৰম এৰি চাৰিওফালে ঘূৰি ফুৰিছিল। সুবিখ্যাত যজ্ঞকাৰী মৰুত্ত ৰজাই সংবৰ্ত মুনিৰ হতুৱাই যজ্ঞ কৰায়। দেবৰাজ ইন্দ্ৰই বহু চেষ্টা কৰিও সংবৰ্তৰ তেজস্বিতাৰ গুণত যজ্ঞত বিঘ্ন আচৰণ কৰিব নোৱাৰি সবশেহত মৰুত্ত ৰজাৰ লগত বন্ধুত্ব কৰে। ( মৰুও দ্ৰষ্টব্য )

সগৰ—সূৰ্যবংশীয় এজন প্ৰসিদ্ধ ৰজা। এওঁৰ পিতৃৰ নাম বাহু। শত্ৰুই ৰাজ্য কাঢ়ি নিয়াৰ কাৰণে বাহু ৰজা পত্নীৰে সৈতে গৈ হিমালয় প্ৰদেশৰ অৰণ্যৰ মাজত আছিল। ৰজাৰ যাদৱী নামৰ ৰাণী গৰাকী গৰ্ভৱতী আছিল। গৰ্ভ নষ্ট কৰাৰ উদ্দেশ্যে ৰজাৰ

অন্য এগৰাকী ৰাণীয়ে হিংসাতে যাদবীক বিষ খুৱাইছিল। বাহু ৰজা গৈ ঔৰ্ব মুনিৰ আশ্ৰম পোৱাত যাদবীয়ে গৰল অৰ্থাৎ বিষে সৈতে পুত্ৰ এটি জন্ম দিয়ে। গৰলে সৈতে ওপজাৰ বাবে পুত্ৰৰ নাম ৰজাই "সগৰ" থলে।

যথাসময়ত পিতৃৰাজ্য উদ্ধাৰ কৰি সগৰে ধৰ্ম আৰু ন্যায় অনুসৰণ কৰি ৰাজত্ব কৰিব ধৰিলে। এওঁ বিদৰ্ভ ৰাজকন্যা কেশিনীক বিয়া কৰালে; তাৰ পাছত সুমতি নামে আন এগৰাকী পত্নীও গ্ৰহণ কৰিলে; কিন্তু সগৰৰ তথাপিতো পুত্ৰ লাভ নহল। শেষত ৰজাই হিমালয়ত গৈ তপস্যা কৰাত ৰজাৰ এজনী পত্নীৰ এটি আৰু অন্যটি ষাঠি হাজাৰ পুত্ৰৰ জননী হব বুলি ভৃগু মুনিয়ে বৰ দিলে। সেইমতে ৰাণী কেশিণীৰপৰা অসমঞ্জ নামে পুত্ৰৰ জন্ম হল; কিন্তু সুমতী ৰাণীয়ে কোমোৰাটোৰ নিচিনা মাংস পিণ্ড এটি প্ৰসব কৰিলে। সেই পিণ্ডটি ঘিউৰ কলহত থোৱা হল, তাতে সগৰ ৰজাৰ ষাঠি হাজাৰ পুত্ৰ জন্ম পালে।

এসময়ত সগৰ ৰজাই অশ্বমেধ যজ্ঞ পাতিছিল। দেৱৰাজ ইন্দ্ৰই যজ্ঞৰ ঘোঁৰাটি চুৰ কৰি নি পাতালৰ কপিল মুনিৰ আশ্ৰমত বান্ধি থলে। ৰজাৰ ষাঠি হাজাৰ পুত্ৰই পৃথিবীৰ চাৰিওফালে ঘোঁৰা বিচাৰি শেহত পাতালত গৈ ঘোঁৰাটি পালে আৰু কপিল মুনিকে ঘোঁৰাচোৰ বুলি অপমান কৰাত মুনিয়ে খং কৰি ষাঠি হাজাৰ ৰাজ কুমাৰক ভস্ম কৰি পেলালে। ঘোঁৰা বন্ধাই থাকিল। ঘোঁৰা লৈ পুত্ৰবোৰ অহাত পলম হোৱা দেখি সগৰে অসমঞ্জৰ পুত্ৰ, নাতিয়েক অংশুমাণক খবৰ কৰিবলৈ পঠিয়ালে। তেওঁ চাৰিওফালে বিচাৰি বিচাৰি গৈ পাতাল ওলাল আৰু সকলো কথা জানিব পাৰিলে। ভাগ্যক্ৰমে তাতে পক্ষীৰাজ গৰুড়ক লগ পাই কেনেকৈ গঙ্গাক আনি পিতৃ পুৰুষ সকলক শাপৰপৰা উদ্ধাৰ কৰিব পাৰিব তাক জানি ললে। তাৰ পিছত কপিলক সন্তুষ্ট কৰি ঘোঁৰা লৈ অংশুমান ফিৰি

আছিল। মহাৰাজ সগৰে যজ্ঞ শেষ কৰি ত্ৰিশ হাজাৰ বছৰ ৰাজত্ব কৰাৰ পাছত স্বৰ্গগতি কৰিলে। ইয়াৰ পাছত সগৰৰ বংশতে ভগীৰথ নামে সন্তান জন্মগ্ৰহণ কৰি গঙ্গাক নমাই আনি পিতৃ-পুৰুষসকলক উদ্ধাৰ কৰিছিল। (মহাঃ বন ১০৫ অঃ)

**সঞ্জয়**—এওঁ গৱলগনৰ পুত্ৰ আৰু ধৃতৰাষ্ট্ৰ ৰজাৰ মন্ত্ৰী। এওঁ কৌৰব পাণ্ডব দুয়ো পক্ষৰে মিলনৰ বাবে অশেষ চেষ্টা কৰিছিল; কিন্তু কৃতকাৰ্য হব নোৱাৰিলে। কুৰুক্ষেত্ৰ যুদ্ধ লগাত ব্যাসদেৱে দিয়া দিব্যচক্ষুৰ প্ৰভাবত এওঁ ৰাজপুৰীত বহিয়েই অন্ধ ধৃতৰাষ্ট্ৰক যুদ্ধৰ সমস্ত খবৰ দিব পাৰিছিল। যুদ্ধৰ শেহৰফালে পাণ্ডব পক্ষীয় সাত্যকিয়ে সঞ্জয়ক বধ কৰিব ধৰিছিল; কিন্তু ব্যাসদেৱে ৰক্ষা কৰে। কৌৰব বংশ ধ্বংস হোৱাত ধৃতৰাষ্ট্ৰই সৈতে পাণ্ডবৰ আশ্ৰয়ত পোন্ধৰ বছৰ কটাই ধৃতৰাষ্ট্ৰৰ লগতে গৈ বনবাসী হয়। অন্ধ ধৃতৰাষ্ট্ৰ বনপোৰা জুইত পুৰি মৰাত সঞ্জয়ে হিমালয় প্ৰদেশত তপস্যা কৰি জীৱনৰ বাকী কাল কটাই দিয়ে।

(মহাভাৰত-মহাপ্ৰস্থান)

**সতী**—শিৱৰ ভাৰ্যা। প্ৰজাপতি দক্ষৰ ঔৰসত প্ৰসূতীৰ গৰ্ভত এওঁৰ জন্ম। এদিন সতীৰ স্বামী শিৱে দক্ষক যথাযোগ্য সন্মান নকৰাৰ বাবে শিৱৰ প্ৰতি দক্ষ বিৰূপ হয় আৰু তেওঁক হেয় কৰাৰ অৰ্থে নিজে যজ্ঞ এটি পাতি শিৱত বাহিৰে ত্ৰিভুৱনৰ সকলোকে নিমন্ত্ৰণ কৰিলে। নিমন্ত্ৰণ নকৰিলেও পিতৃ-গৃহৰ যজ্ঞৰ বাতৰি পাই যজ্ঞ চাবলৈ যোৱাৰ অৰ্থে সতীয়ে স্বামীত অনুমতি প্ৰাৰ্থনা কৰিলে। নিজৰ মত নথকাতো পত্নীৰ অনুৰোধ এৰাব নোৱাৰি শিৱই যাবলৈ কলে।

যজ্ঞৰ ঠাই পোৱাত দক্ষই উপযাচি যোৱা জীয়েক সতীক অনাদৰ যি কৰিলেই তাৰ উপৰি পাৰেমানে শিৱক নিন্দা কৰিবলৈ ধৰিলে। স্বামীৰ নিন্দা শুনি সতীয়ে দুখে-বেজাৰে যজ্ঞৰ থলতে প্ৰাণত্যাগ কৰিলে। সতীৰ দেহত্যাগৰ বাতৰি

শুনি শিৱই খঙতে মূৰৰ জট চিঙি পেলালে। জটৰপৰা “বীৰভদ্ৰ” নামে গণৰ উৎপত্তি হ’ল। সসৈন্যে বীৰভদ্ৰ যজ্ঞভূমিত উপস্থিত হৈ যজ্ঞ নষ্ট কৰি পেলালে আৰু দক্ষৰ মূৰটো চিঙি পেলালে। ইয়াৰ পিছত প্ৰসূতিৰ অনুৰোধত শিৱই দক্ষক ছাগলীমূৰা কৰি জীয়াই দি সতীৰ মৰা শটো কান্ধত লৈ চাৰিওফালে ঘূৰি ফুৰিবলৈ ধৰিলে। ভগবান বিষ্ণুৱে চক্ৰপ্ৰহাৰ কৰি সতীৰ দেহটো শিৱৰ অজ্ঞাততে চাৰিওফালে পেলাই দি গল। শেহত সতীৰ দেহ এদিন কান্ধত নহোৱা হোৱাত শিৱই হিমালয়ত গৈ তপস্যা আৰম্ভ কৰিলে। সেই হিমালয়ৰে কন্যা পাৰ্বতীৰূপে জন্ম গ্ৰহণ কৰি সতী আকৌ শিৱৰ পত্নী হ’ল। (পাৰ্বতী দ্ৰষ্টব্য)

**সত্যব্ৰতী**—(১)ঋচিক মুনিৰ পত্নী; সুবিখ্যাত বিশ্বামিত্ৰ মুনিৰ ভনীয়েক, জমদগ্নি আৰু শুনঃশেফ মুনিৰ মাতৃ। এওঁ সশৰীৰে স্বৰ্গলৈ গৈছিল।

(২) সুপ্ৰসিদ্ধ কৃষ্ণ দ্বৈপায়ন ব্যাসৰ জননী।

**সত্যবান**—এজন ৰজা। এওঁ শাল্বদেশৰ ৰজা দ্যুমৎসেনৰ পুত্ৰ। মাতৃৰ নাম শৈব্যা। সত্যবানৰ শিশু অৱস্থাতে দুৰ্ভাগ্যক্ৰমে দ্যুমৎসেন অন্ধ হয় আৰু মন্ত্ৰীবিলাকে ষড়যন্ত্ৰ কৰি তেওঁক ৰাজ্যচ্যুত কৰে। পত্নী আৰু শিশু পুত্ৰক লগত লৈ ৰজা গৈ বনত কুটীৰ সজাই বাস কৰে। সত্যবান বনতে ডাঙৰ-দীঘল হৈ পিতৃ মাতৃক সেৱা শুশ্ৰূষা কৰি দিন কটাইছিল। সেই সময়তে মদ্ৰ দেশৰ ৰজা অশ্বপতিৰ কন্যা সাবিত্ৰীয়ে পিতৃৰ আদেশত নিজৰ বাবে উপযুক্ত পতি অনুসন্ধান কৰি ফুৰিছিল, সত্যবানৰ অসীম পিতৃ-মাতৃভক্তি আৰু ধৰ্মপৰায়ণতা দেখি সাবিত্ৰী মুগ্ধা হ’ল; সত্যবানো সাবিত্ৰীৰ প্ৰতি আকৃষ্ট হৈ পৰিল। দুয়োজনৰে পিতৃ মাতৃৰ অনুমতি পোৱাত সাবিত্ৰী সত্যবানৰ বিয়া হ’ল। ৰাজকন্যা সাবিত্ৰী কুটীৰবাসিনী হৈ স্বামী আৰু শহুৰ শাহুক সেৱা শুশ্ৰূষা কৰিবলৈ ধৰিলে।

বিয়াৰ এবছৰৰ মূৰতে দৈৱবিধানমতে সত্যবানৰ মৃত্যু হ'ল। যম ৰজাই সত্যবানৰ জীৱ নিবলৈ আহোতে সাবিত্ৰীয়ে স্তৱ-স্তুতি কৰি যমক সন্তুষ্ট কৰিলে। যমে সাবিত্ৰীৰ পাতিব্ৰত্যত মুগ্ধ হৈ সত্যবানক জীয়াই দিয়াৰ উপৰিও সাবিত্ৰীৰ প্ৰাৰ্থনামতে দ্যুমৎসেনৰ অন্ধত্ব গুচাই আকৌ নিজৰ ৰাজ্যত থাপিত কৰিলে।

(দ্যুমৎসেন দ্ৰষ্টব্য)

**সত্যভামা**—যদুবংশীয় সত্ৰাজিতৰ কন্যা আৰু শ্ৰীকৃষ্ণৰ পত্নী। এওঁৰ অভিলাষ পূৰণ কৰিবলৈ কৃষ্ণই দেৱৰাজ ইন্দ্ৰক যুদ্ধত পৰাজিত কৰি স্বৰ্গ ৰাজ্যৰ পাৰিজাত ফুল আনি দিছিল। ভানু প্ৰভৃতি কৃষ্ণৰ সাতজন পুত্ৰ সত্যভামাৰ গৰ্ভত ওপজে। যদুবংশ ধ্বংস হোৱাৰ পাছত শ্ৰীকৃষ্ণই দেহত্যাগ কৰাত আন যাদৱ নাৰী সকলৰ লগত এওঁকো অৰ্জুনে হস্তিনাপুৰলৈ লৈ আহে; কিন্তু সত্যভামাই অৰণ্যত তপস্যা কৰিয়েই জীৱনৰ বাকী অংশ কটায়।

(কৃষ্ণ দ্ৰষ্টব্য)

**সত্ৰাজিত**—এওঁ কৃষ্ণৰ পত্নী সত্যভামাৰ পিতৃ। যদুবংশীয় লোক সকলৰ ভিতৰত সত্ৰাজিত সূৰ্য উপাসক আছিল; সূৰ্যৰ কৃপাত সত্ৰাজিতে বহুগুণ বিশিষ্ট "স্যমন্তক" নামে মণি এটা লাভ কৰে। তেওঁৰ ভায়েক প্ৰসেনে এদিন মণিটো পিন্ধি মৃগয়া কৰিবলৈ গ'ল। তাতে প্ৰসেনক মাৰি মণিটো সিংহই নিলে। সিংহক মাৰি আকৌ স্যমন্তক মণিটো জাম্বৱানে হাত কৰিলে। মৃগয়াৰপৰা যথাসময়ত প্ৰসেন ঘূৰি নহাত অনুসন্ধান হ'ল। ইয়াৰ আগতে এদিন কৃষ্ণই স্যমন্তক মণিটোৰ বৰকৈ প্ৰশংসা কৰিছিল। বনৰ মাজত প্ৰসেনৰ মৰা শ দেখি সেইটো কৃষ্ণৰে কাম বুলি সকলোৱে কোৱামিলা কৰিবলৈ ধৰিলে। সেই কথা কানলৈ অহাত কৃষ্ণ অৰণ্যত সোমাই প্ৰসেনৰ ঘোঁৰাৰ খোজে খোজে গৈ সিংহৰ খোজ পালে; আকৌ সিংহৰ খোজক অনুসৰণ কৰি জাম্বৱানৰ থকা ঠাইত গৈ ওলাল। তাতে কৃষ্ণই জাম্বৱানক যুদ্ধত পৰাজিত

কৰি মণিটো আনি সত্ৰাজিতক পাওনি কৰিলে। এনেদৰে কৃষ্ণই লোকৰ অপবাদ দূৰ কৰাত সত্ৰাজিতে লাজ পাই নিজৰ কন্যা কৃষ্ণলৈ বিয়া দি স্যমন্তক মণিটো যৌতুক স্বৰূপে দান কৰিলে।

( অক্রুৰ দ্রষ্টব্য )

**সনৎকুমাৰ**—ব্ৰহ্মাৰ মানসপুত্ৰ। এওঁ মহাতপা আৰু পৰম ধৰ্মজ্ঞ আছিল। সেইবাবে সমস্ত ঋষি মুনিৰে সনৎকুমাৰ মহা মাননীয় আছিল। বৈশ্যৰাজৰ অশ্বমেধ যজ্ঞত গৌতম আৰু অত্ৰি মুনিৰ ধৰ্মতত্ব সম্বন্ধে বিতণ্ডা লগাত সকলোৱে সনৎকুমাৰকে মধ্যস্থ কৰি তাৰ মীমাংসা কৰায়।

**সম্পাতি**—এজন চিৰজীৱী গৃধ্ৰ অৰ্থাৎ শগুণ জাতীয় পক্ষী। এওঁ গৰুড় পক্ষীৰ জেষ্ঠ্য পুত্ৰ। সম্পাতিৰ সৰু ভায়েক জটায়ু পক্ষী। অশেষ বলশালী দুয়ো ভায়েকে যৌবনকালত দেৱৰাজ ইন্দ্ৰক যুদ্ধত পৰাজিত কৰি সেই সাহতে দুয়ো গৈ সূৰ্যকো আক্ৰমণ কৰিলে। সূৰ্যৰ উগ্ৰ তাপত জটায়ু মৃতপ্ৰায় হোৱা দেখি সম্পাতিয়ে নিজৰ ডেউকাৰে ঢাকি ভায়েকক ৰক্ষা কৰিলে; কিন্তু সূৰ্যৰ তাপতে সম্পাতিৰ দুয়োখন পাখি পুৰি যোৱাত বিন্ধ্য পৰ্বতত পৰি গল আৰু সেইদৰেই তাতে থকা কৰিলে। ভালেমান দিনৰ পিছত সীতা হৰণকাৰী ৰাবণ ৰজাৰ থকা ঠাই বিচাৰি ফুৰা বান্দৰ সৈন্য-বোৰক তেওঁৰেই ৰাবণ ৰজাৰ অনুসন্ধান দিয়ে। সেই পুণ্যৰ ফলতে সম্পাতিৰ পুৰি যোৱা পাখি গজি আকৌ আগৰ দৰে হয়।

( ৰামায়ণ )

**সম্বৰ্ত**—মহৰ্ষি অঙ্গিৰাৰ পুত্ৰ, বৃহস্পতিৰ ভায়েক। মহাৰাজ মৰুত্তই পতা সুবিখ্যাত যজ্ঞৰ এওঁৰেই পুৰোহিত আছিল।

**সৰমা**—গন্ধৰ্বৰাজ শৈলুষৰ কন্যা আৰু ৰাবণৰ ভায়েক বিভীষণৰ পত্নী। মানস সৰোবৰৰ পাৰত এওঁৰ জন্ম হয়। কন্যা জন্মাৰ পাছখিনিতে সৰোবৰৰ পানী বাঢ়ি অহাত "সৰঃ মা বৰ্দ্ধত" বুলি বাঢ়িবলৈ মাকে হাক দিছিল; সেইবাবে এওঁৰ নাম "সৰমা" হয়।

বিভীষণৰ নিচিনা সৰমাও ধৰ্মপৰায়ণা আছিল আৰু সকলোৰে পৰা শ্ৰদ্ধা আৰু সন্মান পাইছিল। অশোক বনত বন্দিনী সীতাৰ এওঁৰেই একমাত্ৰ হিতকাৰিণী আৰু প্ৰিয়ভাষিনী আছিল। ৰাৱণ নিধনৰ পাছত বিভীষণ লঙ্কাৰ ৰজা হোৱাত এওঁ ৰাজ-পত্নীৰূপে সুখতে বাকী জীৱন কটায়। (ৰামায়ণ)

**সৰস্বতী**—ভগবান বিষ্ণুৰ আন এগৰাকী পত্নী। ধৰ্মৰ মুখৰ পৰা উৎপত্তি। স্বৰস্বতী শুক্লবৰ্ণা, পঙ্কজলোচনা, চতুৰ্ভুজা, বীণা-পুস্তক ধাৰিণী, বাক্য আৰু বিদ্যাৰ অধিষ্ঠাত্ৰী দেবী।

**সহদেৱ**—(১) পঞ্চপাণ্ডৱৰ শেহতীয়া জন। পাণ্ডুৰজাৰ পত্নী মাদ্ৰীৰ গৰ্ভত অশ্বিনীকুমাৰৰ ঔৰসত এওঁৰ জন্ম। মাদ্ৰী স্বামীৰ সহমৃতা হোৱাত এওঁ বিমাতৃ কুন্তীৰ দ্বাৰা লালিত পালিত হয়। সহোদৰ নকুল আৰু বিমাতা পুত্ৰসকলে সৈতে সহদেৱে কৃপাচাৰ্য আৰু দ্ৰোণাচাৰ্যৰ ওচতৰ অস্ত্ৰবিদ্যা শিক্ষা লাভ কৰে। অসি অৰ্থাৎ তৰোৱাল যুদ্ধত এওঁ বিশেষ পাৰ্গত আছিল। দ্ৰোপদীৰ গৰ্ভত সহদেৱৰ "শ্ৰুতসেন" নামে পুত্ৰৰ জন্ম হয়। "ভানুমতী" নামে যাদৱবংশীয় কন্যা এগৰাকীক সহদেৱে বিযা কৰাইছিল। বিৰাট ৰজাৰ দেশত অজ্ঞাতবাস কৰাত এওঁ "তন্ত্ৰিপাল" বুলি নাম কৈ ৰজাৰ গৰুপালবোৰৰ অধ্যক্ষ হৈছিল।

চিৰকাল যুধিষ্ঠিৰৰ আদেশ মান্য কৰি আনকেইজন ভায়েকে সৈতে সকলোপ্ৰকাৰ সুখ-দুখ সহদেৱেও সমানে ভোগ কৰিছিল। কুৰুক্ষেত্ৰৰ যুদ্ধত সহদেৱেও প্ৰাণপণ বীৰত্বেৰে যুদ্ধ কৰিছিল। দুৰ্যোধনক কুমন্ত্ৰণাদাতা শকুনিক সহদেৱেই সন্মুখ সমৰত বধ কৰে। যুধিষ্ঠিৰে মহাপ্ৰস্থান যাত্ৰা কৰাত তেওঁও সঙ্গী হৈছিল; কিন্তু নিজক বৰ পণ্ডিত বুলি ভবা পাপৰ ফলত স্বৰ্গৰ মাজবাট সুমেৰু পৰ্বততে সহদেৱৰ মৃত্যু হয়।

(২) মগধ ৰাজ্যৰ ৰজা। এওঁ সুবিখ্যাত জৰাসন্ধৰাজৰ পুত্ৰ। কুৰুক্ষেত্ৰ যুদ্ধত এওঁ কৌৰৱপক্ষত যোগ দি পাণ্ডৱপক্ষৰ

বহু সৈন্য হানি কৰিছিল; কিন্তু যুদ্ধৰ চতুৰ্থ দিনা অৰ্জুনপুত্ৰ অভিমন্যুৰ শৰত এওঁ হত হয়।

সাত্যকি—যদুবংশীয় এজন সুবিখ্যাত বীৰ। এওঁ সত্যকৰ পুত্ৰ। সাত্যকিৰ আন এটা নাম যুযুধান। এওঁ কৃষ্ণৰ অতিশয় প্ৰিয় আছিল। সেইবাবে কৃষ্ণৰপৰা বুদ্ধি-কৌশল আৰু অৰ্জুনৰ পৰা অস্ত্ৰশিক্ষা সাত্যকিয়ে যথাসময়ত লাভ কৰে। কুৰুক্ষেত্ৰ যুদ্ধত সাত্যকি পাণ্ডৱ পক্ষৰ এজন প্ৰধান যোদ্ধা আছিল। চতুৰ্দশ দিনাৰ যুদ্ধত তেওঁ দুৰ্ভেদ্য কৌৰৱ ব্যূহ ভেদ কৰি অৰ্জুনৰ সংবাদ যুধিষ্ঠিৰক আনি দিয়ে। মহাদেৱৰ বৰৰ প্ৰভাৱত ভূৰিশ্ৰৱাই সাত্যকিক পৰাজিত কৰি পূৰ্ব-প্ৰতিজ্ঞা ৰক্ষাৰ অৰ্থে সকালাৰে আগতে পদাঘাত কৰে আৰু কাটিবলৈ তৰোৱাল তোলে। সেই সময়তে অৰ্জুন আহি পালে। অৰ্জুনে ভূৰিশ্ৰৱাৰ তৰোৱাল ধৰা সোঁ হাতখন শৰ মাৰি কাটি পেলালে। সত্যকি ৰক্ষা পৰিল। যদুবংশ ধ্বংস হোৱাৰ সময়ত সাত্যকিৰো মৃত্যু হয়। অঙ্গদ নামৰ যদুবীৰজন সাত্যকিৰে পুত্ৰ।

(ভূৰিশ্ৰৱা—দ্ৰষ্টব্য) মহাভাঃ হৰিবংশ

সান্দীপনি—এজন মুনি। কাশীৰ ওচৰৰ অৱন্তীপুৰত এওঁৰ আশ্ৰম আছিল। সান্দীপনি সৰ্বশাস্ত্ৰ বিশাৰদ আছিল; সেইবাবে শ্ৰীকৃষ্ণ আৰু বলৰামক এওঁৰ ওচৰলৈ শিক্ষাৰ অৰ্থে পঠিয়াইছিল। সান্দীপনিৰ পুত্ৰ এটিক প্ৰভাসতীৰ্থত গা ধোওঁতে "পঞ্চজন" নামে দৈত্যই হৰণ কৰি নিছিল। গুৰুদক্ষিণা দিয়াৰ সময়ত মুনিৰ অনুৰোধমতে কৃষ্ণ-বলৰামে পঞ্চজনক বধ কৰি গুৰু-পুত্ৰক আনি দিয়ে। পাছলৈ কৃষ্ণই সান্দীপনি মুনিক যাদৱবিলাকৰ পুৰোহিত কৰি লয়।

(শ্ৰীকৃষ্ণ দ্ৰষ্টব্য)

সাৰণ—লঙ্কেশ্বৰ ৰাৱণৰ এজন মন্ত্ৰী। ৰাৱণৰ আদেশত এওঁ বান্দৰ ৰূপ ধৰি ৰামৰ সৈন্যবল চাবলৈ সাগৰৰ পাৰত থকা ৰামৰ সৈন্য

ছাউনিত সোমাইছিল ; কিন্তু বিভীষণৰ হাতত ধৰা পৰে। ৰামে কোনো প্ৰকাৰৰ কঠোৰ ব্যৱহাৰ নকৰি সাৰণক এৰি দিয়ে।

( ৰামায়ণ )

সাবিত্ৰী—(১) প্ৰজাপতি ব্ৰহ্মাৰ পত্নী। ব্ৰহ্মাই যজ্ঞ কৰোঁতে এওঁক পত্নীশালালৈ মাতি পঠিয়ায় ; কিন্তু নাৰী স্বভাৱৰ গুণত সাবিত্ৰী অহাত পলম কৰি পেলালে। ভালেমান সময় বাট চাই যজ্ঞৰ সময় উকলি যায় বুলি যজ্ঞভূমিত থকা গোৱালৰ ছোৱালী এজনীকে বিশুদ্ধা কৰি লৈ ব্ৰহ্মাই পত্নী ৰূপে গ্ৰহণ কৰে। এই দ্বিতীয়া পত্নীৰ নাম "গায়ত্ৰী" থয়। ইয়াৰ পাছতে সাবিত্ৰী দেবী আহি যজ্ঞভূমিত সোমাল আৰু স্বামীৰ এনে ব্যৱহাৰ দেখি ব্ৰহ্মা আৰু গায়ত্ৰী দুয়োজনকে সাবিত্ৰীয়ে অভিশাপ দিয়ে।

(২) শাম্বদেশৰ সত্যবান ৰজাৰ পত্নী। এওঁ মদ্ৰ দেশৰ ৰজা অশ্বপতিৰ কন্যা। সাবিত্ৰীয়ে নিজৰ উপযুক্ত পতি নিৰ্বাচন কৰিবলৈ পিতৃৰপৰা নিৰ্দেশ পাই ৰাজ্যহীন বনবাসী অন্ধ দ্যুমৎ-সেন ৰজাৰ পুত্ৰ সত্যবানক পতি মনোনীত কৰিলে। নাৰদ মুনিৰ মুখত সত্যবানক অল্পায়ু বুলি জানি পিতৃ মাতৃয়ে অসম্মতি জনালে, তথাপি সাবিত্ৰী নিৰস্তা নহ'ল। যথাসময়ত সাবিত্ৰী সত্যবানৰ বিয়া হ'ল ; পৰম আনন্দে অৰণ্য কুটীৰত বাস কৰি তেওঁ শহুৰ শাহু আৰু স্বামীক শুশ্ৰূষা কৰিব ধৰিলে।

এবছৰৰ মূৰত সত্যবানৰ মৃত্যু হ'ল। সাবিত্ৰীয়ে স্বামীৰ মৰা শ টোক আকোৱালি ধৰি থকাই যম ৰজাই সত্যবানৰ জীৱ লৈ যাব নোৱাৰাত পৰিল। তেতিয়া শটি এৰি দি তাৰ পৰিৱৰ্তে যমে সাবিত্ৰীক মনোমত বৰ লবলৈ কলে। সাবিত্ৰীয়ে শহুৰেকৰ অন্ধত্ব দূৰ হবলৈ আৰু ৰাজ্য পাবলৈ বৰ মাগিলে। সেই বৰ দিয়াতো শটো নেৰা দেখি যমে পুনঃ বৰ মাগিবলৈ সাবিত্ৰীক আদেশ কৰিলে। তেতিয়া সাবিত্ৰীয়ে স্বামীৰ জীৱন প্ৰাৰ্থনা কৰিলে। ইয়াত বাহিৰে অন্যবৰ প্ৰাৰ্থনা কৰিবলৈ কোৱাত এই

বেলি সাবিত্ৰীয়ে সত্যবানৰ ঔৰসত নিজৰ গৰ্ভত এশ পুত্ৰ ওপজক বুলি প্ৰাৰ্থনা জনালে। ভাবি চিন্তি নাচাই যমে সেই বৰো দি শটো এৰি দিবলৈ কোৱাত সাবিত্ৰীয়ে কলে—"ধৰ্মৰাজ! স্বামীক যদি লৈ যায় তেনেহলে শত পুত্ৰ মোৰ কেনেকৈ হব? আপোনাৰ অমোঘ বৰ অথলে নাযাব জানো?" সাবিত্ৰীৰ এই কথাত যম ৰজা বান্ধত পৰি সত্যবানক জীয়াই দিবলৈ বাধ্য হ'ল। এনেদৰে যমক জয় কৰি সাবিত্ৰীয়ে স্বামী আৰু শহুৰ শাহুৰে সৈতে শাম্বদেশলৈ গৈ পৰমসুখে কাল কটালে।

(মহাঃ বন ২৯২ অঃ)

**সিংহিকা**—(১) এজনী ৰাক্ষসী। এওঁ ৰাহুগ্ৰহৰ মাতৃ। লঙ্কাৰ ওচৰৰ সাগৰৰ তলিত সিংহিকাৰ থকা ঠাই আছিল। পানীৰ ওপৰেৰে যোৱা কিবা জীৱ-জন্তুৰ ছাঁ পানীত পৰা দেখিলেই ৰাক্ষসীয়ে মায়াৰে আকৰ্ষণ কৰি আনি ভোজন কৰিছিল। লঙ্কালৈ যাওঁতে হনুমানক সেই দৰে টানি আনি ৰাক্ষসীয়ে গ্ৰাস কৰি পেলাইছিল; কিন্তু হনুমানে পেটফালি ওলাই অহাত সিংহিকাৰ মৃত্যু হয়। (ৰামায়ণ—লঙ্কাকাঃ)

(২) দক্ষ প্ৰজাপতিৰ কন্যা এগৰাকীৰ নামো সিংহিকা। এওঁৰো কশ্যপ মুনিৰে সৈতে বিয়া হয়। গন্ধৰ্ববিলাক সিংহিকাৰ পুত্ৰ। (কালিকা পুঃ)

**সিন্ধু**—এজন মুনি, এওঁ অন্ধমুনিৰ পুত্ৰ। অন্ধ পিতৃ-মাতৃৰ সিন্ধু মুনিয়েই একমাত্ৰ আশ্ৰয় আছিল। এদিন আশ্ৰমৰ ওচৰৰ নদীত পানী আনিবলৈ যোৱাত কলাহত পানী ভৰোৱা শব্দক জলহস্তীৰ পানী খোৱা শব্দ বুলি ভাবি মৃগয়াৰ্থী দশৰথ ৰজাই শব্দভেদী বাণ প্ৰয়োগ কৰিলে। তাতে সিন্ধু মুনিৰ মৃত্যু হ'ল। মৃত্যুৰ আগতে সিন্ধুৰ পৰা সকল বৃত্তান্ত শুনি এই নিৰ্ঘাত বাতৰি দশৰথে অন্ধ মুনিক গৈ কোৱাত দশৰথৰো পুত্ৰ শোকত প্ৰাণযাব বুলি অভিশাপ দি যোগবলতে অন্ধ মুনিয়ে প্ৰাণ ত্যাগ কৰিলে। এই

অমোঘ অভিশাপৰ ফলতে অপুত্ৰক দশৰথ ৰজা শোক পোৱাৰ বাবে পুত্ৰৱান হয়।

( ৰামায়ণ আদিকাঃ—অন্ধমুনি দ্ৰষ্টব্য )

**সিন্ধুদ্বীপ**—সুপ্ৰসিদ্ধ জহ্নু মুনিৰ পুত্ৰ। ৰাজৰ্ষি জহ্নু ভৰতবংশীয় ক্ষত্ৰিয় আছিল ; গতিকে সিন্ধুদ্বীপ বৰ্ণত ক্ষত্ৰিয় হৈয়ো দুৰ্ঘোৰ তপস্যা কৰি বিশ্বামিত্ৰৰ নিচিনাকৈ ব্ৰহ্মণত্ব লাভ কৰিছিল।

**সীতা**—জনক ৰজাৰ পালিতা কন্যা ; মহাৰাজ শ্ৰীৰামচন্দ্ৰৰ ভাৰ্যা। মিথিলা ৰাজ সীৰধ্বজ জনকে এদিন যজ্ঞভূমি চহ কৰোঁতে নাঙলৰ সীৰলত কন্যা এটি পাই পৰম যত্নেৰে সৈতে পালন কৰিলে। নাঙলৰ সীৰলত পোৱাৰ কাৰণে কন্যাটিৰ নাম "সীতা" থলে। মৈথিলী, বৈদেহী, জানকী নামেও এওঁ পৰিচিতা আছিল। উপযুক্ত বয়সত ৰূপ-গুণৱতী সীতাৰ কাৰণে বীৰ্যসম্পন্ন পতি সংগ্ৰহৰ উদ্দেশ্যে জনকে অশেষ শক্তিযুক্ত শিব-ধনু এখন স্থাপন কৰি ঘোষণা কৰিলে—"যেয়ে এই শিব-ধনুত গুণ লগাব পাৰিব তেওঁকে সীতা সমৰ্পণ কৰা হব।" জনকৰ ঘোষণামতে দেশ বিদেশৰ নানা ঠাইৰপৰা ঢেৰ ৰাজকুমাৰ আহিল ; কিন্তু কোনেও সেই বিশাল ধনুত গুণ লগাব নোৱাৰিলে। সেই সময়তে বিশ্বামিত্ৰ মুনিয়ে সৈতে অযোধ্যাৰাজ দশৰথৰ পুত্ৰ ৰাম-লক্ষ্মণ মিথিলালৈ আহিল আৰু ৰামে শিব-ধনুত গুণ লগাই সীতা দেবীক বিয়া কৰালে। বিয়াৰ পাছত সীতা অযোধ্যালৈ গল আৰু নিজৰ ৰূপ গুণৰ দ্বাৰা সকলোৰে স্নেহৰ পাত্ৰী আৰু আনন্দ-দায়িনী হ'ল। সেই দৰে সীতাই পৰম সুখতে বাৰ বছৰ অযোধ্যাত কটালে।

নিজৰ বৃদ্ধত্বৰ বাবে দশৰথে সুযোগ্য জ্যেষ্ঠ পুত্ৰ ৰামচন্দ্ৰক যুবৰাজ পাতিবলৈ দিন-বাৰ কৰিলে ; কিন্তু সৰুৰাণী কৈকেয়ীৰ চক্ৰান্তত ৰামচন্দ্ৰ চৈধ্যবছৰৰ কাৰণে বনলৈ যাবলগীয়া হ'ল। ৰামৰ চিৰসঙ্গী লক্ষ্মণো লগত ওলাল, নানাজনে নানাপ্ৰকাৰে বাধা

দিয়া সত্ত্বেও ৰামৰ লগত সীতা বনলৈ গল। বনবাসী ঋষি-মুনি সকলে সীতাৰ এনে পতিপ্ৰাণতাক নথৈ প্ৰশংসা কৰিলে।

অত্ৰি মুনিৰ পত্নী অনসূয়াই বহুগুণ বিশিষ্ট নানাবিধ বস্ত্ৰ অলঙ্কাৰ দান কৰি সীতাক স্নেহ দেখুৱালে। নানা কষ্টৰ মাজেৰে লক্ষ্মণ আৰু সীতাৰে সৈতে ৰামৰ তেৰ বছৰ বনবাস শেষ হ'ল। চতুৰ্দশ বছৰত তেওঁলোক দণ্ডকাৰণ্যৰ পঞ্চবটী খণ্ডত বাস কৰিবলৈ ধৰিলে। সেই সময়তে লঙ্কেশ্বৰ ৰাবণৰ ভনীয়েক শূৰ্পনখাই ৰামচন্দ্ৰৰ ৰূপ যৌৱনত মোহিত হ'ল আৰু ৰামক পতিৰূপে পোৱাৰ অন্তৰায় বুলি ভাবি সীতাক বধ কৰিবলৈ গল। লক্ষ্মণে কামুকা শূৰ্পনখাৰ নাক-কাণ কাটি দিলে। ভনীয়েকৰ এনে দুৰ্দশা কৰাৰ প্ৰতিফল দিয়াৰ কাৰণে ৰাবণে মায়ামৃগ দেখুৱাই ৰাম লক্ষ্মণক বন কুটীৰৰ পৰা দূৰলৈ নিলে; তাৰ পিছত সীতাক হৰণ কৰি লঙ্কালৈ লৈ গল। কোনো নাৰীক অনিচ্ছাত বল প্ৰয়োগ কৰিলে মৃত্যু হব বুলি ৰাবণৰ প্ৰতি অভিশাপ থকাৰ কাৰণে সীতাই নিজৰ নাৰীধৰ্ম ৰক্ষা কৰিব পাৰিলে।

ৰাবণে সীতা দেবীক লঙ্কাৰ অশোকবন নামে ফুলনি এখনত বন্দিনী কৰি ৰাখি কিছুমান ৰাক্ষসিনী প্ৰহৰী নিযুক্ত কৰিলে। সিহঁতে সীতাক ৰাবণৰ প্ৰতি অনুৰাগিনী কৰিবলৈ চেষ্টা কৰিবলৈ ধৰিলে। তাৰ ভিতৰত বিভীষণৰ পত্নী সৰমা আৰু ত্ৰিজটা নামে প্ৰহৰিণীয়ে মাত্ৰ সীতাক সৎব্যৱহাৰেৰে প্ৰিয়বাণী শুনাই প্ৰবোধ দিছিল।

এনেদৰে পৰম দুখত আৰু দুৰ্বিসহ চিন্তাত দহমাহ লঙ্কাত কটোৱাৰ পাছত ৰামে বান্দৰ-ৰাজ সুগ্ৰীবৰ বুদ্ধি আৰু সৈন্যবলৰ সহায়ত পৰম বিক্ৰমে সবংশে ৰাবণক বধি সীতাক উদ্ধাৰ কৰিলে। অগ্নি পৰীক্ষাৰ দ্বাৰা সীতাৰ বিশুদ্ধ চৰিত্ৰৰ প্ৰমাণ লৈ লক্ষ্মণে সৈতে তেওঁক লৈ ৰাম অযোধ্যালৈ আহিল আৰু পিতৃৰাজ্যৰ ৰজা হ'ল। বৰ সুখতে আকৌ কিছুকাল সীতাই অযোধ্যাত কটালে।

সুদীৰ্ঘ দহমাহ কাল দুৰাচাৰী ৰাবণৰ আশ্ৰয়ত একাকিনী স্বৰূপে কটোৱা সীতা অযোধ্যা ৰাজ্যৰ ৰাজমহিষী হোৱাত কিছুমান প্ৰজাই কুৎসা ৰটনা কৰা বুলি গুপ্তচৰৰ মুখত শুনি প্ৰজাৰঞ্জক ৰামচন্দ্ৰই গৰ্ভৱতী সীতাক লক্ষ্মণৰ হতুৱাই মুনিৰ আশ্ৰমৰ ওচৰত বনবাস দিয়ালে। এনে লাজ আৰু অপমানতো নিজৰ লগতে গৰ্ভত থকা সন্তানৰো মৃত্যু হব বুলি ভাবি সীতাই আত্মহত্যা নকৰিলে। বাল্মীকি মুনিয়ে সীতাক বনৰ মাজত দেখা পাই আদৰি নি নিজৰ আশ্ৰমতে ৰাখিলে। তাতে "লৱ" আৰু "কুশ" নামে তেওঁৰ দুটি যমজ পুত্ৰ উপজিল। মুনিয়ে পুত্ৰ দুটিক পৰম যত্নে লালন-পালন আৰু শিক্ষিত কৰিলে আৰু লগতে স্বপ্ৰণীত ৰামায়ণ কাব্য গাবলৈ শিকালে।

প্ৰজাপতি ৰামচন্দ্ৰই অশ্বমেধ যজ্ঞ পাতি সমস্ত ঋষি-মুনিকে নিমন্ত্ৰণ কৰিলে। লব-কুশক লগত লৈ বাল্মীকি মুনিয়ো যজ্ঞলৈ গ'ল। তাতে লব কুশৰ মুখত ৰামায়ণৰ মধুৰ গীত শুনি ৰামচন্দ্ৰ মোহিত হ'ল আৰু নিজৰে লৰা বুলি পৰিচয় পাই সীতাক আকৌ গ্ৰহণ কৰিবলৈ স্থিৰ কৰিলে। সেই মতে ঋষিৰ আশ্ৰমৰপৰা সীতাক অনোৱাও হল ; কিন্তু ৰামচন্দ্ৰই প্ৰজাৰঞ্জনৰ অৰ্থে সীতাক আকৌ এবাৰ পৰীক্ষা দিয়াৰ প্ৰস্তাব কৰাত সীতাই লাজে অপমানে জন্মদাত্ৰী বসুমতীক আৰাহণ কৰা মাত্ৰে ভীষণ শব্দকৰি পৃথিবী দুফাল হ'ল আৰু সেই ফাটেৰে ওলোৱা সুবৰ্ণসিংহাসনত উঠি চিৰকাললৈ পতিপ্ৰাণা সীতা ৰামচন্দ্ৰৰ চকুৰ আঁতৰলৈ গ'ল। (ৰামায়ণ—উত্তৰকাণ্ড)

**সুকন্যা**—মহাৰাজ শৰ্য্যাতিৰ কন্যা আৰু মহৰ্ষি চ্যৱণৰ পত্নী। এদিন শৰ্য্যাতি ৰজা সপৰিয়ালে অৰণ্যলৈ ফুৰিবলৈ যাওঁতে সুকন্যাই উঁই পোকাই মাটি তুলি থোৱা তপস্যাৰত চ্যৱণ মুনিৰ চকু দুটাক কিবা উজ্জ্বল বাখৰ বুলি ভাবি খুচিয়াই চালে। মুনিৰ কোপত ৰজাৰ সঙ্গী আটাইৰে মল-মূত্ৰ দ্বাৰ বন্ধ হৈ পেট মূৰ উখহি গল

অনুসন্ধান কৰাত প্ৰকৃত কথা ওলাই পৰিল। কাবৌ কাতৰ কৰাত চ্যৱণে সুকন্যাক পত্নীৰূপে পাবলৈ ইচ্ছা কৰিলে। ৰজা সন্মত হোৱাত আটাইৰে শৰীৰ আৰোগ্য হ'ল। যুৱতী সুকন্যাই হাড়ছাল ওলোৱা বুঢ়া চ্যৱণৰ পত্নী হোৱাত অলপো আপত্তি নকৰিলে।

এদিন অশ্বিণী কুমাৰে যুৱতী সুকন্যাৰ ৰূপ দেখি মোহিত হ'ল আৰু জৰাগ্ৰস্ত চ্যৱণক ত্যাগ কৰি তেওঁলোকক পতিবৰণ কৰিবলৈ অনুৰোধ কৰিলে। সুকন্যাই বৃদ্ধ স্বামীকে নিজৰ জীৱনৰ সকলো সুখ সম্ভোগৰ কাৰণ বুলি প্ৰকাশ কৰাত অশ্বিণী কুমাৰ পৰম সন্তুষ্ট হল আৰু সুকন্যাৰ পতিপ্ৰাণতাৰ পুৰস্কাৰ স্বৰূপে মহৰ্ষি চ্যৱণক নব যৌৱন সম্পন্ন কৰি দিলে। ইয়াৰ সুফল স্বৰূপে চ্যৱণৰ ঔৰসত সুকন্যাৰ "প্ৰমথি" নামে পুত্ৰ উপজিল। মহাঃ বন ১২২ অঃ—( চ্যৱণ দ্ৰষ্টব্য )

**সুকেশ**—এজন ধৰ্ম পৰায়ণ ৰাক্ষস। গন্ধৰ্বকন্যা বেদবতীক এওঁ পত্নী ৰূপে গ্ৰহণ কৰে। বেদবতীৰ গৰ্ভত সুকেশৰ সুমালী নামে পুত্ৰ ওপজে। সুমালীৰ কন্যা কৈকসীৰ গৰ্ভত লঙ্কেশ্বৰ ৰাবণ প্ৰভৃতিৰ জন্ম হয়।

( কৈকসী আৰু ৰাবণ দ্ৰষ্টব্য )

**সুগ্ৰীব**—কিষ্কিন্ধা ৰাজ্যৰ অধিপতি, বান্দৰবিলাকৰ ৰজা। ঋক্ষৰাজ নামে বান্দৰৰ পত্নীৰ গৰ্ভত সূৰ্যৰ ঔৰসত এওঁৰ জন্ম। সুগ্ৰীবৰ পত্নীৰ নাম ৰুমা। তেওঁৰ জ্যেষ্ঠ ভাতৃ মহাবীৰ বালী ৰজাই গাঁতৰে সোমাই পাতালত গৈ মায়াবী দৈত্যেৰে সৈতে যুদ্ধ কৰাত সুগ্ৰীব গাঁতৰ মুখত ৰখীয়া হৈ আছিল; এবছৰ ৰখি থকাতো বালী ঘূৰি নহা দেখি তেওঁ বালীৰ পাতালতে মৃত্যু হোৱা বুলি ভাবিলে আৰু দৈত্য আহিব নোৱাৰাকৈ গাঁতৰ মুখ বন্ধ কৰি থৈ নিজে কিষ্কিন্ধাৰ ৰজা হ'ল। কিন্তু হঠাতে এদিন বালি আহি উপস্থিত হ'ল আৰু অবিশ্বাসী ৰাজদ্ৰোহী বুলি সুগ্ৰীবক কোবাই

খেদি পেলালে। তেওঁ প্ৰাণৰ ভয়ত দুই-চাৰি লগৰীয়াই সৈতে বালীৰ অগম্য ঠাই ঋষ্যমুক পৰ্ব্বতত গৈ পলাই থাকিল।

ৰাবণে ভাৰ্যা সীতাক হৰণ কৰি নিয়াত লক্ষ্মণে সৈতে ৰামে সীতাক বিচাৰি বিচাৰি ঋষ্যমুক পৰ্বতত সুগ্ৰীৱক লগ পালে আৰু সীতা উদ্ধাৰৰ অৰ্থে তেওঁৰ লগত মিত্ৰতা কৰিলে। পোনতে ৰামে বালীক মাৰি সুগ্ৰীৱক কিষ্কিন্ধাৰ ৰজা পাতিলে। তাৰ পিছত সুগ্ৰীৱৰ সহায়ত ৰাৱণক সবংশে নিৰ্মূল কৰি সীতাক উদ্ধাৰ কৰিলে। ৰাম-লক্ষ্মণ-সীতাক অযোধ্যাত থৈ আহি সুগ্ৰীৱে বহুকাল কিষ্কিন্ধাত ৰাজত্ব কৰিলে। তাৰ পিছত ৰামচন্দ্ৰই দেহত্যাগ কৰিবলৈ ওলোৱা শুনি বালিৰ পুত্ৰ অঙ্গদক ৰাজ্যভাৰ গতাই সুগ্ৰীৱ অযোধ্যালৈ আহিল আৰু ৰামচন্দ্ৰৰলগতে দেহত্যাগ কৰি সূৰ্যমণ্ডলত গৈ থিতাপি হ'ল। (ৰাম আৰু বালী দ্ৰষ্টব্য)

সুদামা—এজন ব্ৰাহ্মণ। এওঁৰ অন্য এটা নাম দামোদৰ বিপ্ৰ। সুদামা কৃষ্ণ আৰু বলদেৱৰ সহপাঠী বন্ধু; কিন্তু তেওঁ পৰম ধৰ্মনিষ্ঠ আৰু মহা দৰিদ্ৰ আছিল। কৃষ্ণক পৰম ঐশ্বৰ্যশালী বুলি শুনি কিবা সহায় পোৱাৰ আশাত বামুণীৰ দিহামতে শ্ৰীকৃষ্ণক লগ ধৰিবলৈ দ্বাৰকালৈ ভিক্ষাত পোৱা চিৰা গুৰি এমুঠিকে সৰু টোপোলা এটি কৰি কাষতলিত লুকাই নিলে। কৃষ্ণই দৰিদ্ৰ সুদামাক নিঘিণাই সহপাঠী বুলি পৰম আদৰ কৰিলে আৰু নিজে টোপোলাটি সোলোকাই চিৰা গুৰি মুঠি পৰম সন্তোষেৰে সৈতে ভোজন কৰিলে। ৰাজ আয়ামতে দিনটো কৃষ্ণৰ গৃহত কটাই সুদামা নিজ ঘৰলৈ উলটিল; কিন্তু লাজতে যোৱা উদ্দেশ্যৰ কথা বন্ধুক একো নকলে। আহি দেখিলে তেওঁৰ সেই ভঙা ঘৰ আৰু নাই; ঘৰে দুৱাৰে ঐশ্বৰ্য বিভূতিয়ে গৃহস্থালি উভৈনদী হৈ পৰিছে। সকলো কৃষ্ণৰ কৃপাতে হোৱা বুলি জানি সুদামাই অধিক আগ্ৰহেৰে ধৰ্ম চৰ্চাত মন দিলে।

শ্ৰীমদ্ভাগঃ—(কীৰ্ত্তন দামোদৰ উপাখ্যান)

সুন্দ—এজন দৈত্য। এওঁ নিকুম্ভ দৈত্যৰ পুত্ৰ। সুন্দই ভায়েক উপসুন্দই সৈতেই তপস্যা কৰি অসুৰ অজেয় বৰ লয়। দেৱতা সকলে তিলোত্তমা নামে কন্যা এটি সৃজন কৰি সুন্দ-উপসুন্দৰ ওচৰলৈ পঠিওৱাত সেই কন্যাৰ বাবে পৰস্পৰ যুদ্ধ কৰি দুয়ো দুয়োকো বধ কৰে।

মহাঃ আদি ২১০ অঃ—( উপসুন্দ আৰু তিলোত্তমা চোৱা )

সুপাৰ্শ্ব—(১) এটি শগুণ জাতীয় পক্ষী। এওঁ সম্পাতি পক্ষীৰ পুত্ৰ। সূৰ্যৰ তাপত পাখিবোৰ পুৰি যোৱাত সম্পাতি উৰিব নোৱাৰা হৈ বিন্ধ্য পৰ্বতত আছিল। সুপাৰ্শ্বই পক্ষহীন পিতৃক সৰ্বদায় আহাৰ পানী যোগাইছিল। এদিন মহেন্দ্ৰ পৰ্বতলৈ আহাৰ বিচাৰি যাওঁতে সীতাক ৰথত তুলি লৈ ৰাবণক লঙ্কালৈ যাব ধৰা দেখি খোৱাৰ উদ্দেশ্যে সুপাৰ্শ্বই থাপ মাৰি ৰথ নমাই আনিলে। শৰণাপন্ন হৈ কাবৌ কাতৰ কৰিহে ৰাবণ কোনোমতে সুপাৰ্শ্বৰ হাতৰপৰা ৰক্ষা পৰিল।

(২) লঙ্কেশ্বৰ ৰাবণৰ এজন ন্যায় ধৰ্মপৰায়ণ মন্ত্ৰী। লঙ্কা যুদ্ধত মহাবীৰ মেঘনাদৰ মৃত্যুৰ পাছত পুত্ৰ শোকাতুৰ ৰাবণে সকলো অনৰ্থৰ মূল বুলি সীতা দেবীক বধ কৰিব খুজিছিল। সুপাৰ্শ্বই নানাপ্ৰকাৰে বুজায় বৰাইহে কোনোমতে ৰাবণক নিৰস্ত কৰে। ( ৰামায়ণ )

সুবৰ্ণষ্ঠীবী—এওঁ মহাৰাজ সৃঞ্জয়ৰ পুত্ৰ। পৰ্ব্বত মুনিৰ বৰত সুবৰ্ণষ্ঠীবীৰ জন্ম হয়। এওঁৰ গাৰ বৰণ সোণৰ নিচিনা আছিল আৰু শৌচ, প্ৰস্ৰাব, ঘাম, থু, সকলো সোণৰূপে পৰিণত হৈছিল। এই কথা জানি ৰাজপুত্ৰক ডকাইতে লৈ যায় আৰু সোণৰ আশাত তেওঁক কাটি ভগাই লয়; কিন্তু হাড় মঙহবোৰ সোণ নোহোৱা দেখি সিহঁতে নিৰাশ হৈ পেলাই থৈ যায়। ৰজাই বিচাৰি বিচাৰি সেই অৱস্থাত পুত্ৰৰ মৰা শ পাই অতিশয় শোকাতুৰ হয়। শেহত নাৰদৰ কৃপাত ৰাজপুত্ৰই আকৌ জীৱন পালে।

( মহাভাঃ—দ্ৰোণ ৫৫—৭১ অঃ শান্তিপৰ্ব ৩১ অঃ )

**সুভদ্ৰা**—মহাবীৰ অৰ্জুনৰ দ্বিতীয়া পত্নী। বসুদেৱৰ ঔৰসত তেওঁৰ প্ৰথমা পত্নী ৰোহিণীৰ গৰ্ভত এওঁৰ জন্ম। সুভদ্ৰা বলদেৱৰ সহোদৰা আৰু শ্ৰীকৃষ্ণৰ বৈমাত্ৰেয় ভগিনী। এওঁ কৃষ্ণৰ অতিশয় স্নেহপাত্ৰী আছিল। সুভদ্ৰাৰ ৰূপ দেখি তৃতীয় পাণ্ডৱ অৰ্জুন মুগ্ধ হয়। অৰ্জুন কৃষ্ণৰ পৰম প্ৰিয়-পাত্ৰ; সেইবাবে অৰ্জুনেৰে সৈতে সুভদ্ৰাক বিয়া দিবলৈ শ্ৰীকৃষ্ণই মনে মনে অভিলাষ কৰিছিল; কিন্তু বলদেৱ ইয়াৰ বিৰোধী আছিল। আন উপায় নেদেখি সুভদ্ৰাক হৰণ কৰি নি বিয়া কৰাবলৈ কৃষ্ণই অৰ্জুনক দিহা দিলে। সেইমতেই অৰ্জুন সুভদ্ৰাৰ বিয়া হ'ল। সুভদ্ৰাক অৰ্জুনৰ গুণমুগ্ধা আৰু পক্ষপাতিনী বুলি জানি বলদেৱেও আৰু আপত্তি নকৰিলে।

সুভদ্ৰাৰ গৰ্ভত অৰ্জুনৰ বীৰপুত্ৰ অভিমন্যুৰ জন্ম হয়। পাণ্ডৱবিলাকৰ বনবাসৰ সময়ত সুভদ্ৰা অভিমন্যুৰে সৈতে পিতৃ গৃহত আছিল; কিন্তু কুৰুক্ষেত্ৰ যুদ্ধৰ সময়ত দ্ৰৌপদীৰ সঙ্গীণী হৈ তেওঁ যুদ্ধ শিবিৰতে বাস কৰি যুদ্ধ-শ্ৰান্ত পতি-পুত্ৰক শুশ্ৰূষা কৰিছিল। পুত্ৰ অভিমন্যুক সপ্তৰথী বেঢ়ি বধ কৰাত শোকে-বেজাৰে মৃতপ্ৰায় হলেও বোৱাৰী উত্তৰাক গৰ্ভৱতী বুলি জানি সুভদ্ৰাই মনক সান্ত্বনা দিছিল। পাণ্ডৱসকল মহাপ্ৰস্থানলৈ যাত্ৰা কৰাত তেওঁ নাতি পৰীক্ষিতৰ অভিভাবিকা হৈ হস্তিনাতে আছিল আৰু জীৱনৰ শেষ খণ্ড জপ-তপ দান-ধৰ্ম আদি কৰিয়েই কটাইছিল।

(মহাভাৰত আদি—২২১ অঃ)

**সুমন্ত্ৰ**—অযোধ্যা ৰাজ দশৰথৰ এজন মন্ত্ৰী। এওঁ ৰথ চালনা কৰাত অতি পাকৈত আছিল সেইবাবে যুদ্ধ-বিগ্ৰহ আদিলৈ যাবলগীয়া হলেই দশৰথে সুমন্ত্ৰক সাৰথি কৰি নিছিল। ৰাম-লক্ষ্মণ-সীতা বনলৈ যোৱাত এওঁ ৰাজ্যৰ বাহিৰলৈ ৰথেৰে নি আগবঢ়াই থৈ আহিছিল। (ৰামায়ণ)

**সুমালী**—এজন ৰাক্ষস। এওঁ সুকেশ নামে ধাৰ্মিক ৰাক্ষস এজনৰ পুত্ৰ আৰু লঙ্কেশ্বৰ ৰাৱণৰ মাতামহ। সুমালীয়ে মালী আৰু মাল্যবান নামে ভায়েক দুটিৰে সৈতে তপস্যা কৰি ব্ৰহ্মাৰপৰা অজেয়ত্ব বৰ পায় আৰু সেই বৰৰ প্ৰভাৱত দেৱতাসকলক নানা প্ৰকাৰে পীড়ন কৰে। দেৱশিল্পী বিশ্বকৰ্মাক বাধ্য কৰি লঙ্কাখন মনোহৰ ৰূপে এওঁলোকে সজোৱাই লয়; কিন্তু দেৱতা সকলৰ অনুৰোধত বিষ্ণুৱে যুদ্ধত পৰাজিত কৰি তিনিও ভায়েকক লঙ্কাৰ পৰা পাতাললৈ খেদি দিয়ে। সেই সময়ত বিশ্ৰবা মুনিৰ আন এটা পুত্ৰ কুবেৰ ব্ৰহ্মাৰ বৰত ধনাধিপতি হৈ পিতৃৰ নিৰ্দেশত লঙ্কাত বাস কৰিব ধৰিলে।

ভালেমান দিনৰ মূৰত এদিন সুমালী পৃথিবীলৈ ফুৰিবলৈ আহোঁতে পৰম ঐশ্বৰ্যশালী হৈ কুবেৰক লঙ্কাত বাস কৰা দেখি মনত ঈৰ্ষা হ'ল। কুবেৰৰ সদৃশ ঐশ্বৰ্যশালী পুত্ৰ লাভৰ কাৰণে নিজৰ ৰূপ-যৌৱনশালিনী কন্যা কৈকসীক বিশ্ৰবা মুনিক পতি ভজিবলৈ পঠিয়ালে। সেয়ে হ'ল; মুনিৰ ঔৰসত কৈকসীৰ ৰাৱণ প্ৰভৃতি পুত্ৰ জন্ম পালে। আৰু তেওঁলোকে ব্ৰহ্মাৰপৰা অপৰাজেয়ত্ব বৰ পাই কুবেৰক খেদি লঙ্কা অধিকাৰ কৰিলে। তেতিয়া সুমালী আহি আকৌ লঙ্কাত বাস কৰিবলৈ ধৰিলে। ৰাৱণ সসৈন্যে স্বৰ্গজয় কৰিবলৈ যাওঁতে সাবিত্ৰ নামে বসুৰ হাতত সুমালাৰ মৃত্যু হয়। ( বিশ্ৰবা, ৰাৱণ, কুবেৰ দ্ৰষ্টব্য )

**সুমিত্ৰা**—অযোধ্যাৰাজ দশৰথৰ দ্বিতীয়া ভাৰ্যা। এওঁ দশৰথৰ লক্ষ্মণ আৰু শত্ৰুঘ্ন নামে দুটি যমজ পুত্ৰৰ জননী। কৌশল্যাৰ পুত্ৰ ৰামচন্দ্ৰৰ লগত লক্ষ্মণ চৈধ্য বছৰৰ কাৰণে বনলৈ যায় আৰু সেই শোকতে দশৰথ ৰজাৰ মৃত্যু হয়। পতিৰ মৃত্যুশোক আৰু পুত্ৰৰ বিচ্ছেদ দুখ সুমিত্ৰাই একেলগে পালেও বিকলা হোৱা নাছিল। বৰঞ্চ বিদায় পৰত লক্ষ্মণক কৈছিল "বাছা! ৰামচন্দ্ৰক তুমি সম্পদ-বিপদ কোনো কালতে এৰা নিদিবা, জানকীক মোৰেই সদৃশ বুলি

ভাবিবা আৰু আজিৰপৰা বনকে অযোধ্যা বুলি জ্ঞান কৰিবা।"
ৰাম-লক্ষ্মণ বনবাসৰ অন্তত অযোধ্যালৈ ফিৰি অহাত জীৱনৰ বাকী অংশ সুখ-সন্তোষতে কটায় আৰু ৰাম জননী কৌশল্যাৰ মৃত্যুৰ পাছত সুমিত্রা পৰলোকলৈ যাত্রা কৰে। (ৰামায়ণ)

**সুমুখ**—এজন নাগ। এওঁৰ নাম "চিকুৰ" বুলিও উল্লেখ আছে। এওঁ ঐৰাবত নাগ বংশীয় আৰ্যকৰ পুত্ৰ। দেবৰাজ ইন্দ্ৰৰ সাৰথি মাতলিৰ কন্যা গুণকেশীৰ লগত তেওঁৰ বিয়া হয়, নাগবিলাকৰ যম গৰুড় পক্ষীয়ে সুমুখক খাবলৈ আহিব বুলি শুনি মাতলিয়ে জোৱাঁয়েকক ইন্দ্ৰৰ আশ্ৰয়ত থয়। গৰুড়ে ইন্দ্ৰলোকলৈ খেদি গৈ নিজৰ বলবিক্ৰমৰ অহঙ্কাৰ কৰে; কিন্তু ধেমালিৰ ছলতে নিজৰ হাতখনৰ ভৰ বিষ্ণুৱে কান্ধত দিয়াত গৰুড় চেপেটা হোৱা যেন হয় আৰু নিজৰ শক্তিৰ ক্ষুদ্ৰতা অনুভব কৰি বিষ্ণুক স্তবস্তুতি কৰে। শেষত বিষ্ণুৰ আদেশতে গৰুড আৰু সুমুখৰ ভিতৰত মিত্ৰতা স্থাপিত হয়। (মাতলি, গুণকেশী দ্ৰষ্টব্য, মহাভাৰত)

**সুৰথ**—এজন ৰজা। এওঁ বিদৰ্ভৰাজ সুদেৱৰ কনিষ্ঠ পুত্ৰ। সুদেৱৰ জ্যেষ্ঠ পুত্ৰ মহাৰাজ শ্বেতই নিজৰ পৰমায়ু শেষ হোৱা যেন গম পাই ভায়েক সুৰথক ৰাজ্যভাৰ দি তপস্যাৰ অৰ্থে বনলৈ যায়।

**সুৰভী**—এওঁ দক্ষ প্ৰজাপতিৰ কন্যা। মহৰ্ষি কশ্যপৰ পত্নী আৰু গো-জাতৰ চতুষ্পাদী জন্তুবোৰৰ জননী। সুৰভী সৰ্বদায় পাতালৰ বৰুণালয়ত বাস কৰিছিল। এওঁৰ স্তনৰপৰা নিৰ্গত হোৱা ক্ষীৰ ধাৰাৰ পৰা ক্ষীৰোদ সাগৰৰ উৎপত্তি হোৱা বুলি কোৱা হয়। ক্ষীৰোদ সাগৰতে চন্দ্ৰ আৰু অমৃতৰ জন্ম হৈছিল। (কশ্যপ দ্ৰষ্টব্য)

**সুৰসা**—এগৰাকী নাগ মাতৃ। হনুমানে সাগৰ পাৰ হৈ সীতাক বিচাৰি যাবলৈ ওলোৱাত তেওঁৰ বল বুদ্ধি পৰীক্ষাৰ কাৰণে দেৱতা সকলে সুৰসাক পঠিয়াই দিলে। সুৰসাই ৰাক্ষসী মূৰ্তি ধৰি সাগৰৰ ওপৰত মুখ মেলি থাকিল। তাকে দেখি হনুমানে ৰাক্ষসীৰ মেলা মুখতকৈও নিজৰ গাটো ডাঙৰ কৰি পেলালে।

তেতিয়া সুৰসাই আকৌ বেছিকৈ মুখ মেলি দিয়াত হনুয়ে নিজৰ গাটো অকণমানি কৰি সুৰসাৰ মুখত সোমাই খন্তেকতে আকৌ ওলাই লৰ দিলে। হনু ওলাই যোৱা তত্ ধৰিব নোৱাৰি সুৰসাই শুদা মুখখন জপাই দিলে। দেৱতাসকলে হনুমানৰ বুদ্ধি আৰু কৌশল দেখি সন্তুষ্ট হ'ল। (ৰামায়ণ সুন্দৰাকাণ্ড)

**সুশৰ্মা**—ত্ৰিগৰ্ত দেশৰ ৰজা। বিৰাট ৰজাই তেওঁৰ সেনাপতি কীচকৰ হতুৱাই ত্ৰিগৰ্ত দেশ অধিকাৰ কৰোৱাত সুশৰ্মা গৈ হস্তিনা-ৰাজ দুৰ্যোধনৰ আশ্ৰয় লয়। কীচকৰ মৃত্যু বাতৰি শুনি বিৰাট ৰজাক দুৰ্বল হোৱা বুলি ভাবে আৰু কৌৰৱসৈন্য লৈ সুশৰ্মাই বিৰাটৰ গৰুৰ পাল এটা খেদি নিবলৈ আহে। কীচকৰ অবিহনে বিৰাট ৰজা নিজে গৈ গো-ধন ৰক্ষাৰ অৰ্থে যুদ্ধ দিয়ে; কিন্তু পৰাজিত হৈ সুশৰ্মাৰ হাতত বন্দী হয়। বিৰাটৰ ৰাজ্যত অজ্ঞাত বাস কৰি থকা যুধিষ্ঠিৰৰ আদেশমতে ভীমে সুশৰ্মাক পৰাজিত কৰি বিৰাট ৰজাক মুকলি কৰি আনে। সুশৰ্মা লাজ লঘূ হৈ আতৰিবলগা হয়। সুবিখ্যাত কুৰুক্ষেত্ৰ যুদ্ধত সুশৰ্মা কৌৰব পক্ষত যোগ দি দুৰ্যোধনে কৃষ্ণৰপৰা পোৱা নাৰায়ণী সেনাৰ অধিনায়কত্ব কৰে আৰু যুদ্ধৰ অষ্টাদশ দিনৰ দিনা অৰ্জুনৰ হাতত বিনাশ হয়। (মহাভাৰত বিৰাট—২৯ অঃ)

**সুশ্ৰুত**—এজন মুনি। এওঁ বিশ্বামিত্ৰ মুনিৰ পুত্ৰ আৰু "সুশ্ৰুত সংহিতা" নামে সুবিখ্যাত চিকিৎসাশাস্ত্ৰ প্ৰণেতা। এই সংহিতাত মুনিয়ে শৰীৰ সংস্থান ( Anatomy ), ব্যাধি লক্ষণ, চিকিৎসা বিজ্ঞান, অস্ত্ৰ প্ৰয়োগ বিধি, দ্ৰব্যগুণ আদি চিকিৎসা সম্বন্ধে নানা বিষয় আলোচনা কৰিছে।

**সুষেণ**—এওঁ এজন প্ৰধান বান্দৰ। সুষেণৰ কন্যা তাৰা। এই শ্ৰেষ্ঠা সুন্দৰী তাৰাক কিষ্কিন্ধ্যা ৰাজ বালীয়ে বিয়া কৰাইছিল। যুদ্ধবিদ্যাৰ নিচিনাকৈ এওঁৰ চিকিৎসা বিদ্যাতো অসাধাৰণ অধিকাৰ আছিল। ৰাবণে শক্তিশেল প্ৰয়োগ কৰি লক্ষ্মণক মৃতপ্ৰায় অচৈতন্য কৰাত

সুষেনৰ দিহামতে হনুমান গন্ধমাদন পৰ্বতৰপৰা "মৃত সঞ্জীৱনী" ঔষধ আনি লক্ষ্মণক নিৰুজ কৰে।

(ৰামায়ণ—লঙ্কা)

**সূৰ্য**—এজন প্ৰধান দেৱতা। কশ্যপ মুনিৰ ঔৰসত অদিতিৰ গৰ্ভত এওঁৰ জন্ম হয়, সেইবাবে তেওঁৰ আন এটা প্ৰসিদ্ধ নাম "আদিত্য"। ইয়াত বাহিৰেও সূৰ্যৰ—দিবাকৰ, তপন, ভাস্কৰ, ভানু, মিহিৰ, ৰবি, বিবস্বান আদি ভালেমান নাম আছে। সাতোটা ঘোঁৰাই বহন কৰা ৰথ এখনত উঠি সূৰ্যই জগৎ প্ৰদক্ষিণ কৰে। তেওঁৰ সাৰথি গৰুড় পক্ষীৰ জ্যেষ্ঠভাতৃ অৰুণ। বিশ্বকৰ্মাৰ কন্যা সংজ্ঞা সূৰ্যৰ পত্নী। সংজ্ঞাৰ গৰ্ভত তেওঁৰ মনু (বৈবস্বত) আৰু যম নামে পুত্ৰ আৰু যমুনা নামে কন্যা জন্ম পায়।

(সংজ্ঞা, তপতী, ছাঁয়া চোৱা)

**সৃঞ্জয়**—এওঁ শ্বিত্য নামে ৰজাৰ পুত্ৰ। দেৱৰ্ষি নাৰদ আৰু তেওঁৰ সম্বন্ধীয় ভাগিনিয়েক মহৰ্ষি পৰ্বতৰ লগত সৃঞ্জয়ৰ বন্ধুত্ব আছিল। মনৰ কথা কোনেও ক'তো নুলুকাওঁ বুলি কথা বান্ধি দুয়ো ঋষি এদিন পৃথিবীলৈ কিছুদিনৰ কাৰণে আহি সৃঞ্জয় ৰজাৰ ঘৰত আলহী সোমাল। ৰজাই তেওঁৰ সুন্দৰী সুলক্ষণা অবিবাহিতা কন্যাটিক আলহী শুশ্ৰূষা কৰিবলৈ দিলে। দুয়োজন ঋষিৰে ৰাজকন্যাক বিয়া কৰাবলৈ মন গ'ল। কিন্তু কোনেও ক'তো সেই কথা নাভাঙিলে। কিন্তু এদিন হঠাতে নাৰদে ৰজাত তেওঁৰ কন্যাটিক বিয়ালৈ খোজাত ৰজাই তত্তালিকে বিয়াত সন্মতি দিলে। এই ঘটনাত পৰ্বত ঈৰ্ষান্বিত হৈ নাৰদক কলে—"পূৰ্বৰ বন্দৱস্তমতে তুমি মোক এই কথা জনাব লাগিছিল। এই দোষৰ বাবে বিয়াৰ পাছতে ৰাজকন্যাৰ চকুত তুমি মানুহ গুচি বান্দৰ দেহযুক্ত হবা।"

তেতিয়া নাৰদে কলে "মোক বান্দৰ কৰি থৈ তুমি অকলে স্বৰ্গলৈ যাব নোৱাৰিবা।"

দুয়োৰে অভিশাপৰ তেনে ফল হ'ল। কিছুদিন পাছত

দুয়ো অভিশাপ তুলি ললে। নাৰদে আকৌ নৰদেহ পালে আৰু দুয়ো আকৌ স্বৰ্গলৈ গতি কৰিলে।

পৰ্ব্বত ঋষিৰ বৰতে সৃঞ্জয় ৰজাই সুবৰ্ণষ্ঠীবী নামে সুবৰ্ণ উৎপাদনকাৰী পুত্ৰ এটি লাভ কৰিছিল। ডকাইতে এই পুত্ৰক বধ কৰে কিন্তু নাৰদৰ কৃপাত মৃত পুত্ৰই আকৌ জীৱন পায়। পৰ্ব্বত আৰু নাৰদৰ আমোদজনক কাহিনী এটা আনভাবেও পোৱা যায়। অধ্যাত্ম ৰামায়ণত আছে বিষ্ণুৰ চতুৰালিত নাৰদ বান্দৰ আৰু পৰ্ব্বত গাধ হৈ কন্যাৰ স্বয়ংবৰ সভাত সমবেত হৈছিল। নিজে নিজে হলো সেই বান্দৰ বা গাধৰ ৰূপ পোৱা কথাটো নাজানিছিল। বিষ্ণুৱে নিজে দুয়োজনৰ মাজতে বহি বৰমাল্য গ্ৰহণ কৰিছিল।

( সুবৰ্ণষ্ঠীবী দ্ৰষ্টব্য। দ্ৰোণ ৫৫—৭১ অঃ, শান্তি ৩১ অঃ )

**সোমদত্ত**—এজন ৰজা। এওঁ বহ্লিক ৰজাৰ পুত্ৰ। দেৱক ৰজাৰ কন্যা দেৱকীৰ স্বয়ংবৰত যদুবংশীয় বীৰ শিনিয়ে বসুদেৱৰ নিমিত্তে দেৱকীক বলেৰে নিব ধৰাত সোমদত্তই শিনিক বাধা দিলে। শিনিয়ে সম্মুখ সমৰত সোমদত্তক পৰাজিত কৰি সকলোৰে আগতে শৰীৰত পদাঘাত কৰিলে। সোমদত্তই শাৰীৰিক শক্তিৰে ইয়াৰ প্ৰতিশোধ লব নোৱাৰি লাজে-অপমানে তপস্যা কৰিলে আৰু শিৱৰপৰা অপমানৰ অনুৰূপ প্ৰতিশোধৰ বৰ ললে। কুৰুক্ষেত্ৰ যুদ্ধত সোমদত্ত কৌৰৱ পক্ষত যোগ দিয়ে আৰু পাণ্ডৱ পক্ষৰ যোদ্ধা শিনিৰ নাতি সাত্যকিৰ হাতত হানি হয়; কিন্তু সোমদত্তৰ পুত্ৰ ভূৰিশ্ৰবাই শিৱৰ বৰৰ প্ৰভাৱত সাত্যকিক যুদ্ধত পৰাজিত কৰে আৰু যুদ্ধক্ষেত্ৰত সকলোৰে আগতে পৰাজিত সাত্যকিক পদাঘাত কৰি পিতৃৰ অপমানৰ প্ৰতিশোধ লয়।

( শিনি দ্ৰষ্টব্য )

**সৌদাস**—সূৰ্য বংশীয় এজন অযোধ্যাৰ ৰজা। এওঁৰ পিতৃৰ নাম সুদাস আৰু পত্নীৰ নাম দময়ন্তী। সৌদাসৰ আন এটা নাম

২০

কল্মাষপাদ। সৌদাস ৰজা বশিষ্ঠ মুনিৰ শাপত ৰাক্ষস হয়। মুনিয়ে বাৰ বছৰ বিয়পি যজ্ঞ কৰি ৰজাক শাপমুক্ত কৰে। ৰাক্ষস হৈ থকা অৱস্থাত ৰজাই ৰতিক্ৰিয়াযুক্ত এজন ব্ৰাহ্মণ যুৱকক খাই পেলোৱাৰ বাবে ৰতি ক্ৰিয়া কৰিলেই মৃত্যু হবলৈ যুৱতী ব্ৰাহ্মণীয়ে ৰজাক শাপ দিছিল। সৌদাস শাপমুক্ত হৈ আছিও মৃত্যুভয়ত ৰাণীৰ লগত মিলিত হব নোৱাৰিলে। গতিকে অপুত্ৰক ৰজাই আন উপায় নেদেখি বশিষ্ঠ মুনিৰ দ্বাৰায়ে ৰাণী দময়ন্তীত গৰ্ভ উৎপাদন কৰালে। কিন্তু ভালেমান দিন ৰাণীয়ে প্ৰসৱ নকৰা দেখি "অশ্মক" অৰ্থাৎ শিল এটাৰে গৰ্ভত আঘাত কৰাত পুত্ৰ এটি জন্ম পালে আৰু সেই পুত্ৰ "অশ্মক" নামে প্ৰসিদ্ধ হ'ল।

( কল্মাষপাদ দ্ৰষ্টব্য—মহাঃ আদি ১৮৩ অঃ, স্কন্দ পুঃ নাগৰ খণ্ড ৫৩ অঃ )

**সৌভৰি**—এজন তপোবলসম্পন্ন মুনি। এওঁ সুদীৰ্ঘকাল জপ-তপতে কটাই পাছলৈ গাৰ্হস্থ্য আশ্ৰম কৰিবলৈ মন কৰে আৰু সূৰ্য বংশীয় মান্ধাতাৰ ওচৰলৈ গৈ কন্যা এজনীৰ প্ৰাৰ্থনা জনায়। ৰজাই আনন্দ মনে সম্মত হৈ মুনিক ভাৰ্যা বাছনি কৰিবলৈ নিজৰ কন্যাবোৰৰ ওচৰলৈ পঠিয়াই দিলে। সৌভৰিয়ে তপোবলেৰে মনোহৰ ৰূপ ধাৰণ কৰি যোৱাত আটাইবোৰ কন্যাই তেওঁক একেলগে মালা দি স্বামী বৰণ কৰিলে। মুনিয়ে আটাইবোৰকে বিয়া কৰাই নিজৰ আশ্ৰমলৈ লৈ আহিল আৰু যথাসময়ত সেই পত্নীবোৰৰ পৰা ভালেমান সতি-সন্তান উপজিল। কিছুকাল সাংসাৰিক সুখ ভোগ কৰি তেওঁৰ গাৰ্হস্থ্য আশ্ৰমৰ প্ৰতি বিৰক্তি জন্মিল আৰু পুনৰায় পূৰ্বৰ নিচিনাকৈ তপস্যাত গৈ মন দিলে।

(মান্ধাতা দ্ৰষ্টব্য)

**স্বয়ংপ্ৰভা**—মেৰুসাবৰ্নি ঋষিৰ কন্যা আৰু ময়দানবৰ পত্নী হেমাৰ সখিয়েক। হেমাৰ অনুৰোধ মতে স্বয়ংপ্ৰভাই ময়দানবৰ পুৰীত সৰ্বদাই বাস কৰিছিল। সীতাক বিচাৰি ফুৰোঁতে হনুমান প্ৰভৃতিয়ে স্বয়ংপ্ৰভাক ময়দানবৰ পুৰীত লগ পায়।

স্বাহা—অগ্নিৰ ভাৰ্যা। এওঁ প্ৰকৃতিৰপৰা উদ্ভৱা। স্বাহাই বিষ্ণুক স্বামী পাবলৈ তপস্যা কৰিছিল। বিষ্ণু আৰু ব্ৰহ্মাই অগ্নিক স্বামী বৰণ কৰিবলৈ স্বাহাক পৰামৰ্শ দি তেওঁক অগ্নিৰ দাহিকা শক্তি হব বুলি আৰু যজ্ঞকালত মন্ত্ৰৰ শেহত "স্বাহা" বুলি দিয়া হবিক হে দেৱতাই পাব বুলি বৰ দিয়াত পৰম আনন্দেৰে স্বাহাই অগ্নিক স্বামী বৰণ কৰিলে। (মহাঃ বন ২২৩ অঃ)

## হ

হংস—এজন ক্ষত্ৰিয় বীৰ। এওঁৰ ভায়েকৰ নাম ডিম্বক। তপস্যা কৰি মহাদেৱৰ বৰত দুয়োজনেই দেৱতা অসুৰ গন্ধৰ্ব আদিৰ অবধ্য হয় আৰু মহা অত্যাচাৰী হৈ উঠে। এদিন দুয়ো ভায়েকে দুৰ্বাসা মুনিৰ দণ্ড-কমণ্ডলু-পাত্ৰ আদি দলিয়াই পিন্ধা কাপোৰখনো ফালি পেলায়। তপস্যাত দোষে পৰ্শন কৰা ভয়তে মুনিয়ে তেওঁলোকক শাপ নিদি কৃষ্ণক গৈ সকলো কথা জনালে। সময় মতে প্ৰতিবিধান কৰিবলৈ প্ৰতিশ্ৰুতি দি কৃষ্ণই মুনিক পঠিয়াই দিলে। পিতৃৰ ৰাজসূয় যজ্ঞত হংস ডিম্বই ৰজাবোৰক কৰ সাধি ফুৰিলে। সেই আপাহতে কৃষ্ণকো গৈ কৰ সাধাত কৃষ্ণই কৰৰ সলনি যুদ্ধ দিয়ে আৰু হংসৰ প্ৰাণ বধ কৰে। হংসৰ মৃত্যু হোৱাত ডিম্বই শোকতে যমুনাত জাহদি প্ৰাণত্যাগ কৰে।

হনুমান—ত্ৰেতাযুগৰ বান্দৰ জাতীয় এজন মহাবীৰ। অঞ্জনা নামে বান্দৰীৰ গৰ্ভত পৱন দেৱতাৰ ঔৰসত হনুমানৰ জন্ম। কেশৰী নামে বান্দৰে এওঁক প্ৰতিপালন কৰে। সৰুতে ভাগেমান সময় মাকৰ স্তন খাবলৈ নাপাই কিবা পকা ফল বুলি ভোকতে সূৰ্যক খাবলৈ গৈছিল। সূৰ্যমণ্ডলত ৰাহুক দেখা পাই পোনতে তেওঁক খাবলৈ গল। ৰাহু গৈ ভয়তে ইন্দ্ৰৰ শৰণ ললে। হনুক নিবাৰণ

কৰিবলৈ ইন্দ্ৰ ঐৰাৱতত উঠি আহিল। ইন্দ্ৰই সৈতে ঐৰাৱতকে খোৱা বস্তু বুলি হনু খেদি গল। উপায় নাপাই ইন্দ্ৰই বজ্ৰ প্ৰহাৰ কৰি হনুমানক সুমেৰু পৰ্বতত পেলাই দিলে। তাৰ ফলত তেওঁৰ গালৰ হাড় ভাঙিল আৰু মৃতপ্ৰায় হ'ল। পুত্ৰ মৰিল বুলি পৱন দেৱতা মহা শোকাকুল হোৱা দেখি দেৱতা সকলে সৈতে ব্ৰহ্মা আহি সেইখিনিতে ওলাল আৰু হনুমানক নিৰুজ নিৰাময় কৰি আটায়ে বিধে বিধে বৰ দিলে। সূৰ্যই হনুমানক নানা শাস্ত্ৰ শিকাই শ্ৰেষ্ঠ পণ্ডিত কৰিলে।

হনুমান বালী ৰজাৰ ভায়েক সুগ্ৰীৱৰ পৰম বান্ধৱ আৰু সকলো কাৰ্যৰে সঙ্গী আছিল। সুগ্ৰীৱে ৰামচন্দ্ৰৰ লগত মিত্ৰতা কৰি সীতা উদ্ধাৰৰ বাবে চেষ্টা কৰাত হনুমানেই সকলো কাৰ্যৰে অধিনায়ক হৈছিল। দুৰ্লংঘ্য সাগৰ পাৰ হৈ হনুমানেই প্ৰথমে সীতাক বিচাৰি উলিয়ায় আৰু ৰাৱণৰ সুবৰ্ণলঙ্কা পুৰি ছাই কৰে। লঙ্কা যুদ্ধত তেওঁ মহা পৰাক্ৰমে অশেষ ৰাক্ষস সৈন্য বধ কৰে। শক্তিশেলৰ আঘাতত লক্ষ্মণ মৃতপ্ৰায় অচৈতন্য হোৱাত সুষেণৰ পৰামৰ্শমতে হনুমানেই অশেষ কষ্টেৰে "মৃতসঞ্জীৱণী" আনি লক্ষ্মণক নিৰুজ কৰে। ৰাক্ষসবংশ নিৰ্মূল কৰি সীতা উদ্ধাৰ হোৱাৰ পাছত ৰাম লক্ষ্মণ সীতা অযোধ্যালৈ যোৱাত হনুমানো তেওঁলোকৰ সঙ্গী হয়। ৰামচন্দ্ৰই দেহত্যাগ কৰাৰ সময়ত পৰম উপকাৰী বীৰ হনুমানক চিৰজীৱী হবলৈ বৰ দিয়ে। সেই বৰৰ প্ৰভাৱতে ত্ৰেতা যুগৰ হনুমানক দ্বাপৰ যুগত ভীমসেনে সৈতে সাক্ষাৎ হোৱা দেখা যায়।

**হৰিশ্চন্দ্ৰ**—এজন সূৰ্যবংশীয় সুপ্ৰসিদ্ধ ৰজা। এওঁ ত্ৰিশঙ্কু ৰজাৰ পুত্ৰ। হৰিশ্চন্দ্ৰ মহা ধৰ্মপৰায়ণ, যাগ-যজ্ঞকাৰী আৰু নিস্বাৰ্থ দাতা বুলি প্ৰখ্যাত আছিল। তেওঁৰ ধৰ্মপৰায়ণা পত্নীৰ নাম শৈব্যা আৰু শিশু পুত্ৰটিৰ নাম ৰোহিতাশ্ব। চতুৰ্দিশে ৰজাৰ যশস্যা শুনি বিশ্বামিত্ৰ মুনি তেওঁক পৰীক্ষা কৰিবলৈ আহে আৰু দান

ৰূপে ৰাজ্য-ধন-ঐশ্বৰ্য্য সকলোকে নি ৰজাক ৰাজ্যচ্যুত কৰে। তাৰ পিছত আকৌ দানৰ দক্ষিণাৰ বাবে মুনিয়ে ৰজাৰ স্ত্ৰী-পুত্ৰক বিক্ৰী কৰায় আৰু ৰজাকো চণ্ডালৰ দাস হবলৈ বাধ্য কৰে। শেহত ৰাজপুত্ৰ ৰোহিতাশ্বক সৰ্প দংশনত মৰাই শৈব্যাৰ দ্বাৰাই শটো শ্মশানলৈ নিয়ায়। তাতে হৰিশ্চন্দ্ৰ আৰু শৈব্যাৰ মিলন ঘটে আৰু দুয়োজনে পুত্ৰৰ লগতে চিতাৰ জুইত পুৰি প্ৰাণ ত্যাগ কৰিবলৈ ওলায়। ইমান লাঞ্ছনাতো হৰিশ্চন্দ্ৰক ধৰ্ম আৰু সত্যৰ পৰা বিচলিত নহোৱা দেখি বিশ্বামিত্ৰ পৰম সন্তুষ্ট হয়। ৰাজপুত্ৰক জীয়াই দি ৰজাক মুনিয়ে আকৌ ৰাজ্য সমৰ্পণ কৰে আৰু পূৰ্ব্বতকৈও সৰ্বসুখী কৰি দিয়ে।

( মহাঃ সভা—১২ অঃ )

**হৰ্যশ্ব**—(১) এজন ৰজা। এওঁ অযোধ্যাত ৰাজত্ব কৰিছিল। হৰ্যশ্ব অপুত্ৰক আছিল। গালব মুনিয়ে গুৰুদক্ষিণাৰ বাবে "যযাতি" ৰজাত গৈ আঠ শ ঘোঁৰা খুজিলে। ৰজাই ঘোঁৰা দিবলৈ নোৱাৰি গালবক নিজৰ কন্যা মাধবীক দি কলে "মোৰ এই সুলক্ষণা কন্যাটি কোনো ৰজাক দি আপুনি ঘোঁৰা সংগ্ৰহ কৰিব পাৰিব।" সেইমতে মাধবীক লৈ মুনি হৰ্যশ্বৰ ওচৰলৈ গ'ল আৰু কলে "মহাৰাজ! মোক যদি আঠ শ ঘোঁৰা দিয়ে তেনেহলে এই কন্যা পত্নীৰ কাৰণে আপোনাক দিব পাৰো; এওঁ আপোনাক পুত্ৰৱান কৰিব।" হৰ্যশ্বৰ মুঠতে দুশ ঘোঁৰা আছিল; তাকে দিব খোজাত গালবে এটি পুত্ৰ উৎপাদন কৰিবৰ কাৰণে ৰজাক মাধবীৰ পতিৰ অধিকাৰী কৰিলে আৰু পুত্ৰ জন্মিলেই আকৌ লৈ যাব বুলি জনালে। যথাসময়ত হৰ্যশ্বৰ "বসুবান" নামে পুত্ৰ ওপজাত পুত্ৰটি দি গালবে মাধবীক হৰ্যশ্বৰ গৃহৰপৰা লৈ গ'ল।

( গালব দ্ৰষ্টব্য )

(২) এজন ৰজা। এওঁৰ পাঁচটি পুত্ৰ ওপজাৰ পিছত পুত্ৰ

কামনা আৰু সিমানতে ত্যাগ কৰে। উপযুক্ত বয়সত তেওঁ সেই পুত্ৰ পাঁচোটিৰ দ্বাৰা ৰাজ্য সুশাসন কৰায়। পঞ্চ পুত্ৰৰ শাসিত হোৱাৰ কাৰণে তেওঁৰ ৰাজ্যখনৰ নাম পাছলৈ "পাঞ্চাল" হয়।

**হিড়িম্ব-হিড়িম্বা**—হিড়িম্ব ৰাক্ষস, হিড়িম্বা কুমাৰী ৰাক্ষসী। সম্বন্ধত দুয়ো ভায়েক-ভনীয়েক। পাণ্ডৱ সকল জতুগৃহৰপৰা সাৰি মাতৃ কুন্তীদেৱীক লগত লৈ পলাই ফুৰা সময়ত এদিন ৰাতি এক বনৰ মাজৰ গছৰ তলত ভীমক ৰখীয়া থৈ আটায়ে শুই পৰিছিল তাৰ ওচৰতে আছিল হিড়িম্ব হিড়িম্বাৰ থকা ঠাই। হিড়িম্বই পাণ্ডৱক বধ কৰিবলৈ ভনীয়েকক পঠিয়াই দিলে; কিন্তু মহাবলী ভীমসেনৰ ৰূপ-যৌবন দেখি হিড়িম্বা মোহিতা হ'ল আৰু ভীমৰ শৰণাগতা হৈ স্বামী বৰণ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। ভনীয়েকৰ ভাব-গতিক দেখি হিড়িম্বই ক্ৰোধ কৰি নিজে পাণ্ডৱক বধ কৰিবলৈ আহিল আৰু ভীমৰ হাতত বিনাশ হ'ল। ভাতৃৰ মৰণত হিড়িম্বা নিৰাশ্ৰয়া একাকিনী হৈ বেজাৰ কৰি কুন্তীদেৱীক সকলো কথা জনালে। দয়াৱতী কুন্তীয়ে হিড়িম্বাক পত্নীৰূপে গ্ৰহণ কৰিবলৈ ভীমসেনক আদেশ দিলে। এইদৰে হিড়িম্বা পাণ্ডৱৰ সঙ্গিনী হ'ল। কিছুদিনৰ পাছত "ঘটোৎকচ" নামে পুত্ৰ জন্ম পোৱাত পুত্ৰৰে সৈতে হিড়িম্বাক সেই অৰণ্যতে থিতাপি কৰি থৈ পাণ্ডৱ বিলাক অন্যফালে গ'ল।

( ঘটোৎকচ দ্ৰষ্টব্য—মহাভাৰত আদি ১৫৩ অঃ )

**হিৰণ্যকশিপু**—দৈত্যবিলাকৰ ৰজা। মহৰ্ষি কশ্যপৰ ঔৰসত দিতিৰ গৰ্ভত এওঁৰ জন্ম। বিষ্ণুৰ হাতত ভায়েক হিৰণ্যাক্ষৰ মৃত্যু হোৱাত এওঁ কোনো জীৱ-জন্তু নাইবা অস্ত্ৰ-শস্ত্ৰৰ আঘাতত দিন-ৰাতিত বা জল-স্থলত অবধ্য হবলৈ তপস্যা কৰি ব্ৰহ্মাৰপৰা বৰ লয়। এই বৰৰ প্ৰভাৱত যথেচ্ছাচাৰী হৈ হিৰণ্যকশিপুৱে ৰাজ্য শাসন কৰিবলৈ ধৰে।

এওঁৰ পত্নীৰ নাম কয়াধু আৰু পুত্ৰ চাৰিজনৰ ভিতৰ প্ৰহ্লাদেই কনিষ্ঠ। হিৰণ্যকশিপু প্ৰবল বিষ্ণুদেষী আছিল। কনিষ্ঠপুত্ৰ প্ৰহ্লাদ পৰম বিষ্ণুভক্ত হোৱাত তেওঁ দৈত্যধৰ্ম শিকাই বুজায়ো পুত্ৰক নিজৰ মতলৈ আনিব নোৱাৰিলে। তেতিয়া প্ৰহ্লাদক নানাপ্ৰকাৰে ভয় দেখুৱায়ো নিবৃত্ত কৰিব নোৱাৰি প্ৰাণে বধিবলৈ চেষ্টা কৰিলে ; কিন্তু সকলো নিষ্ফল হ'ল।

দৈত্যপতিয়ে প্ৰহ্লাদক সুধি যেতিয়া জানিলে যে তেওঁৰ ৰক্ষা কৰ্তা হৰি সৰ্বব্যাপী আৰু সম্মুখস্থ স্ফটিকস্তম্ভটোতো আছে তেতিয়া তেওঁ মনৰ আক্ৰোশতে স্তম্ভটোত ভুকু মাৰি দিলে। স্তম্ভটো ভাঙি তাৰপৰা এটি অদ্ভুত প্ৰাণী প্ৰকাশিত হ'ল। তেওঁৰ মুখৰ ফাল সিংহ ভৰিৰ ফাল মানুহ। এই "নৰসিংহ" মূৰ্তিয়ে হিৰণ্যকশিপুক দিন অন্ত হৈ ৰাতি নৌ হওঁতেই সন্ধ্যা সময়ত থাপ মাৰি ধৰিলে আৰু মাটিত স্পৰ্শ নোহোৱাকৈ আঠুৰ ওপৰত তুলি ললে ; তাৰ পিছত অস্ত্ৰ-শস্ত্ৰ নলগাই নখেৰে পেটটো ফালি পেলালে। ব্ৰহ্মাৰ বৰৰ সম্মান ৰক্ষা কৰি এনেদৰে নৰসিংহ ৰূপে বিষ্ণুৱে হিৰণ্যকশিপুক বধ কৰিলে।

( শ্ৰীমদ্ভাগবত—প্ৰহ্লাদ দ্ৰষ্টব্য )

**হিৰণ্যাক্ষ**—এজন দৈত্য। কশ্যপৰ ঔৰসত দিতিৰ গৰ্ভত এওঁৰ জন্ম। হিৰণ্যাক্ষ দৈত্যপতি হিৰণ্যকশিপুৰ ভায়েক। ব্ৰহ্মাৰ বৰৰ প্ৰভাৱত হিৰণ্যাক্ষই চতুৰ্দিশতে অত্যাচাৰ কৰি ফুৰিছিল। স্বৰ্গৰ দেৱতাসকলক পৰাজিত কৰিছিল আৰু পৃথিৱীখন পাতাললৈ লৈ গৈছিল। বিষ্ণুৱে "বৰাহ" অৱতাৰ ধৰি হিৰণ্যাক্ষক বধ কৰে আৰু পাতালৰপৰা পৃথিৱীক উদ্ধাৰ কৰে। ( বৰাহ দ্ৰষ্টব্য )

**হেমা**—এগৰাকী স্বৰ্গৰ অপ্সৰা। এওঁ দানব শিল্পী ময়দানবৰ প্ৰণয়িণী। হেমাৰ গৰ্ভত লঙ্কেশ্বৰ ৰাৱণৰ পত্নী মন্দোদৰীৰ জন্ম হয়। ময়দানবৰ মৃত্যুৰ পাছত হেমাই স্বৰ্গ এৰি ময়দানবৰ আশ্চৰ্য পুৰীত বাস কৰে।

হৈহয়—এজন ক্ষত্রিয় ৰজা। এওঁ প্ৰসিদ্ধ ৰজা আছিল; সেইবাবে তেওঁৰ বংশীয় লোকক আৰু ৰাজ্যখনক "হৈহয়" বুলি উল্লেখ কৰা হৈছিল। হৈহয় বংশত "কার্তবীর্য্যাৰ্জুন" নামে পাছলৈ এজন প্ৰৱল পৰাক্ৰমী ৰজা হয়। এইজনৰ কৃতকৰ্মৰ ফলতে পৰশুৰামে একুইশ বাৰ ক্ষত্ৰিয় বিনাশ কৰে।

অন্ত